# নবীনচন্দ্ৰ বৰদলৈ



অসম প্ৰকাশন পৰিষদ
গুৱাহাটী-৩

প্ৰকাশক
চন্দ্ৰপ্ৰসাদ শইকীয়া
সচিব, অসম প্ৰকাশন পৰিষদ
গুৱাহাটী—৩

প্ৰথম প্ৰকাশ
৩ নৱেম্বৰ, ১৯৭৫

মূল্য
দহ টকা

মুদ্ৰক
ট্ৰিবিউন প্ৰেছ
গুৱাহাটী—৩

# ভূমিকা

আজিৰপৰা এশ বছৰৰ আগতে, ১৮৭৬ চনৰ ৩ নভেম্বৰত, অসমৰ অন্যতম স্বনাম-ধন্য দেশনেতা নবীনচন্দ্ৰ বৰদলৈৰ জন্ম। বৰদলৈ আছিল একাধাৰে ৰাজনীতিজ্ঞ, সাহিত্যিক, গায়ক আৰু অভিনেতা। কবিতা, নাট, গীত আদি সাহিত্যৰ বিভিন্ন ক্ষেত্ৰত তেখেতৰ অমৰ প্ৰতিভাৰ স্বাক্ষৰ পোৱা যায়। সৰ্বোপৰি তেখেত আছিল কৰ্মযজ্ঞৰ হোতা—কৰ্মবীৰ। যি জ্বলন্ত দেশপ্ৰেম আৰু সৃজনীশীল প্ৰতিভাই দেশৰ স্বাধীনতা আৰু সৰ্বাংগীন কল্যাণৰ হকে নিৰন্তৰ কৰ্মব্ৰতত তেখেতক আজীৱন ব্ৰতী কৰি ৰাখিছিল, সেই একেই দেশপ্ৰেম আৰু প্ৰতিভাৰ চানেকী হ'ল তেখেতৰ ৰচনাসমূহ। আজি বৰদলৈদেৱৰ জন্মৰ শতবৰ্ষ পূৰ্তি উপলক্ষে পাঠকসকললৈ তেখেতৰ বহুমুখী ব্যক্তিত্বৰ বিভিন্ন দিশ সামৰি লৈ বৰদলৈদেৱৰ গুণমুগ্ধ আৰু স্বাধীনতা সংগ্ৰামত যোগ দিয়া কেইজনমান বিশিষ্ট ব্যক্তিৰ কেইখনমান ৰচনা আগবঢ়াবলৈ পাই আমি ধন্য মানিছোঁ।

ভাৰতৰ মুক্তি আন্দোলনত বিশিষ্ট ভূমিকা গ্ৰহণ কৰাৰ উপৰিও অসমৰ ন্যায্য দাবী পূৰণৰ স্বাৰ্থত নবীনচন্দ্ৰ বৰদলৈয়ে প্ৰতিটো সংকটৰ সময়ত দেশক দিছিল নিৰ্ভুল নেতৃত্ব। বিদেশী শাসনৰ তলত নিপীড়িত অপমানিত জনসাধাৰণৰ দুখ-দুৰ্দশাৰ সমভাগী হৈ তেওঁ আজীৱন বিষয়-ভোগ ত্যাগ কৰিছিল। তেওঁ আছিল আজীৱন বিপ্লৱী আৰু সেয়ে শাসকদলৰ নানা ভীতি আৰু প্ৰলোভন সহজে অবজ্ঞা কৰি তেওঁ দেশৰ ভৱিষ্যত নাগৰিকৰ বাবে ৰাখি থৈ গৈছে উজ্জ্বল দেশপ্ৰেম আৰু মহান আত্ম-ত্যাগৰ এক বিৰল আদৰ্শ।

আজি নবীনচন্দ্ৰ বৰদলৈৰ জন্মশতবৰ্ষ পালন উপলক্ষে সেই আদৰ্শৰ সোঁৱৰণ আৰু অনুসৰণ কৰাই হব আমাৰ প্ৰথম আৰু প্ৰধান কৰ্তব্য। বৰ্তমান গ্ৰন্থখনি সেই দিশতে আমাৰ এক বিনম্ৰ পদক্ষেপ।

এই গ্ৰন্থখনি প্ৰকাশৰ মূলতে আছে নবীনচন্দ্ৰ বৰদলৈ জন্মশতবাৰ্ষিকী পালন সমিতিৰ গুৰি-ধৰোতা অসমৰ মাননীয় মুখ্যমন্ত্ৰী শ্ৰীশৰৎচন্দ্ৰ সিংহদেৱ আৰু অসমৰ শিক্ষামন্ত্ৰী তথা অসম প্ৰকাশন পৰিষদৰ সভাপতি মাননীয় শ্ৰীহৰেন্দ্ৰ নাথ তালুকদাৰদেৱৰ সক্ৰিয় সহযোগিতা আৰু অনুপ্ৰেৰণা। তেখেতসকল দুয়ো গৰাকীলৈ আগবঢ়াইছোঁ আমাৰ আন্তৰিক কৃতজ্ঞতা।

অসম প্ৰকাশন পৰিষদৰ উপ-সভাপতি শ্ৰীহৰেন্দ্ৰ নাথ বৰুৱাদেৱে পুথিখনিৰ ৰচনাবোৰৰ সকলো দিশ ভালদৰে চাই দি আমাক পৰম উপকৃত কৰিছে। তেখেতলৈ জনাইছোঁ আমাৰ সকৃতজ্ঞ ধন্যবাদ।

এই স্মৃতিগ্ৰন্থত নিজৰ ৰচনাৰে অৰিহণা যোগোৱা চৈধ্যগৰাকী বিশিষ্ট ব্যক্তিৰ প্ৰতি আমি পৰম কৃতজ্ঞতা প্ৰকাশ কৰিছো।

শেহত এই গ্ৰন্থখনিৰ বাবে প্ৰয়োজনীয় সহায় আৰু পৰামৰ্শ আগবঢ়োৱা বাবে নবীনচন্দ্ৰ বৰদলৈৰ স্বনামধন্যা জীয়াৰী শ্ৰীমতী নলিনীবালা দেৱীলৈ আৰু গ্ৰন্থখনিত সন্নিৱিষ্ট ছবি-সমূহৰ যোগান ধৰি আমাক বিশেষভাৱে উপকৃত কৰা বাবে ডঃ প্ৰবীৰ কুমাৰ বৰদলৈলৈ আগবঢ়াইছোঁ আমাৰ অকৃত্ৰিম কৃতজ্ঞতা আৰু সবিশেষ ধন্যবাদ।

গুৱাহাটী

১৫ অক্টোবৰ, ১৯৭৫

**চন্দ্ৰপ্ৰসাদ শইকীয়া**

# সূচী



নবীনচন্দ্ৰ বৰদলৈ

জন্ম : ৩ নবেম্বৰ, ১৮৭৫
মৃত্যু : ১৬ ফেব্ৰুৱাৰী, ১৯৩৬



নবীনচন্দ্ৰ বৰদলৈ

# নবীনচন্দ্ৰ বৰদলৈৰ বংশ-পৰিচয় আৰু বাল্য-জীৱন

নলিনীবালা দেৱী

অতীতৰ পুৰণি কথাবোৰ মনত পৰিলে সাধু কথা যেন লাগে, পিতৃ বৰদলৈদেৱৰ লৰালি জীৱনৰ কথা বুঢ়ী আইৰ মুখে শুনা আমাৰ পুৰণি নিজা ঘৰ উত্তৰ গুৱাহাটীৰ মধ্যমখণ্ডত আছিল। এতিয়াও সেই পুৰণি ভেটিত পিতৃ বৰদলৈদেৱৰ ককাক কন্দ্ৰনাথৰ প্ৰতিষ্ঠিত 'বাসুদেৱ' বিগ্ৰহ আছে।

পিতৃ নবীনচন্দ্ৰ বৰদলৈদেৱৰ ককাক কন্দ্ৰনাথ বৰদলৈৰ পৰিয়ালৰ সৰু কালতে মানৰ অত্যাচাৰত লটি-ঘটি হয়। পুৰণি পিতৃ-ভেটি শিৱসাগৰত সূৰ্য বিপ্ৰ কুলৰ কদ্ৰখড়ি বৰদলৈৰ বংশৰ আদি বাস আছিল। মানৰ অত্যাচাৰত মান ভগনীয়া কন্দ্ৰনাথৰ দেউতাক ৰত্নেশ্বৰে কুলদেৱতা বাসুদেৱক ডিঙিত আঁৰি লৈ ল'ৰা-তিৰোতাৰে গুৱাহাটী পাইহি, কিন্তু বাৰবছৰীয়া পুতেক কন্দ্ৰনাথক মানে ধৰি নি মান দেশ পোৱাই গৈ।

কন্দ্ৰনাথ অতি ধুনীয়া আৰু বুধিয়ক ল'ৰা আছিল। মানদেশৰপৰা বাৰবছৰীয়া কন্দ্ৰনাথে আচৰিতভাৱে পলাই আহি গুৱাহাটী ওলাইহি। গুৱাহাটীৰ ওচৰৰ কোনোবা এখন ঠাইত এজন চাহাবে তেওঁক লগ পাই গুৱাহাটীলৈ লৈ আহে, আৰু সেই চাহাবজনৰ যত্নতেই তেওঁ পৰিয়ালৰ মাজলৈ উভতি আহে। সেই চাহাব জনে তেওঁক বৰ মৰম কৰিছিল, আৰু পঢ়িবলৈ উপদেশ দিছিল, পিচত সেই চাহাবজনৰ অফিচতে তেওঁ কামত সোমায়। কন্দ্ৰনাথে অতি সোনকালে নিজৰ অৱস্থা টনকিয়াল কৰি পেলায়, আৰু বহুত খাট-পাম কিনি, বন্দী-বেটী লৈ চকুত লগা হৈ পৰে। বিশেষকৈ কন্দ্ৰনাথ অতি ধুনীয়া চেহেৰাৰ মানুহ আছিল। দহজনৰ মাজত জাকত-জিলিকা ৰূপৰ আকৰ্ষণতে তেওঁ সকলোৰে মৰমৰ পাত্ৰ হ'ব পাৰিছিল।

সেই সময়ত উত্তৰ গুৱাহাটী প্ৰতাপশালী নগৰ আছিল। ৰজাঘৰীয়া বিষয়া-বিলাক গুৱাহাটীৰ উত্তৰ খণ্ডত বাস কৰিছিল। কৃষ্ণৰাম ভৰালী বৰুৱা সেই সময়ত উত্তৰ গুৱাহাটী অঞ্চলত প্ৰতাপী লোক আছিল। কৃষ্ণৰাম ভৰালী বৰুৱা নিজে নিঃসন্তান। তেখেতৰ ভায়েকৰ দুগৰাকী ভতিজা জীয়ৰী—পদ্মাৱতী আৰু

চন্দ্ৰাৱতীক কমলনাথ বৰদলৈলৈ বিয়া দিয়ে। প্ৰথমা পত্নী পদ্মাৱতী অতি ধীৰ, শান্ত, সুশীলা আৰু ধৰ্ম পৰায়ণা আছিল। দ্বিতীয়া পত্নী চন্দ্ৰাৱতী শুৱনী আৰু সুচতুৰা আছিল। প্ৰথম গৰাকীৰ সন্তান মাধৱচন্দ্ৰ বৰদলৈ পিতাক কমলনাথৰ দৰেই শুৱনী আৰু সুপুৰুষ আছিল। মাধৱচন্দ্ৰৰ আৰু এজন ভায়েক আছিল ললিতচন্দ্ৰ। চন্দ্ৰাৱতীৰো দুজন পুত্ৰ আছিল, বলোচন্দ্ৰ আৰু হৰচন্দ্ৰ।

ৰায়বাহাদুৰ মাধৱচন্দ্ৰ বৰদলৈ আধুনিক শিক্ষাত শিক্ষিত হৈ চৰকাৰৰ ঘৰৰ উচ্চ বিষয়াৰ বাব পাইছিল। তেখেত জোনাকী যুগৰ এজন সাহিত্যসেৱী পুৰুষ বুলি জনাজাত। তেখেত মাকৰ দৰেই অতি ধীৰ বিবেচক, গম্ভীৰ আৰু অমায়িক স্বভাৱৰ আছিল। সকৰেপৰা নানা বাধা-বিঘিনি অতিক্ৰম কৰি অদম্য বিদ্যানুৰাগৰ গুণত সেই দিনতো তেখেতে উচ্চ শিক্ষা লাভ কৰিবলৈ সমৰ্থ হৈছিল। তেখেতে এন্ট্ৰেন্স, এফ, এ, পাচ কৰি ওকালতি পঢ়ে। প্ৰথমে কেৰাণী কাম কৰে পিচত মাষ্টৰী আৰু তাৰ পিচত ল 'পাচ' কৰি উকীল হয়। নিজ প্ৰতিভাৰ বলতে তেখেতে মেজিষ্ট্ৰেট আৰু একষ্ট্ৰা এছিষ্টেন্ট কমিছনাৰৰ পদো পাইছিল। বৰ-পেটাৰ ভুমিকম্পৰ সময়ত প্ৰশংসনীয় কামৰ পুৰস্কাৰ স্বৰূপে চৰকাৰে তেখেতক 'ৰায়বাহাদুৰ' উপাধি দিয়ে। মাধৱচন্দ্ৰ বৰদলৈ পৰোপকাৰী আৰু ন্যায়পৰায়ণতাৰ গুণৰ বাবে সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ হ'ব পাৰিছিল। তেখেতে কোনো দিনে শত্ৰুৰো অন্যায় চিন্তা নকৰিছিল, আৰু নিজেও আনৰ অন্যায় সহিব নোৱাৰিছিল। তেখেত নিজে ইমান খিতাপী মানুহ হৈয়ো সমানৰ সমাজতকৈ দুখীয়াৰ ঘৰে ঘৰে গৈ বিপদে-আপদে খবৰ কৰি ফুৰি ভাল পাইছিল। দুখীয়া সমাজে নিৰ্ভয়ে তেখেতৰ ওচৰ চাপিবলৈ সাহ কৰিছিল, কাৰণ তেখেত আছিল অতি নিৰহঙ্কাৰ স্বভাৱৰ মানুহ। মোৰ মনত আছে—তেখেতে দৰমহা পাবৰ দিনা সিকি-আধলি কিছুমান ভঙাই আনি ঘৰৰ বোৱাৰী-জীয়ৰীবোৰক টকা আৰু ল'ৰা-ছোৱালীবোৰক, চাকৰ বোৰক বয়স চাই সিকি-আধলিকৈ দি বৰ ৰং পাইছিল। মোৰ মনত পৰাৰ পৰা প্ৰতি মাহে তেখেতক এইদৰে দিয়া দেখিছিলো। ককা মাধৱচন্দ্ৰ বৰদলৈ ডাঙৰীয়াই সেই সময়ত গৱৰ্ণমেণ্টৰ ৰাজ বিষয়াসকলৰ ভিতৰত সৰ্বোচ্চ স্থান অধিকাৰ কৰিছিল, আৰু সেই সময়ৰ সৰ্বোচ্চ হাৰে ৮০০ টকা দৰমহা পাইছিল। তেখেতে স্বোপাৰ্জিত অৰ্থেৰেই অতুল ঐশ্বৰ্যৰ অধিকাৰী হৈ উঠিছিল। নিজৰ পত্নীক তেখেতে এইদৰে কৈছিল, "মোৰ ল'ৰাইঁতে যদি কেতিয়াবা কাৰো অন্যায় কৰি এটা পাইয়ো মোৰ ঘৰত সুমুৱাই সেই দিনাই মোৰ ঘৰত জুই সোমাব, আৰু সকলো সম্পত্তি নষ্ট হৈ যাব।" তেখেতে অন্যায় পথেৰে ধন উপাৰ্জন কৰাটো বৰ ঘিণ কৰিছিল।

তেখেতৰ সহায়ত বহুত দুখীয়া ছাত্ৰই পঢ়িছিল। ঘৰৰ আগফালে এটি দীঘলীয়া ছাত্ৰ-ঘৰ আছিল, সেই ঘৰটোত বহুত দুখীয়া ছাত্ৰই তেখেতৰ ভিতৰৰ পাগত খাই সেই ছাত্ৰ-ঘৰত থাকি পঢ়িবলৈ পাইছিল। অসমৰ ভিতৰত তেতিয়া

মাত্ৰ গুৱাহাটীত কটন কলেজ হৈছিল, সেইবাবে কলেজৰ ছাত্ৰসকল বেছিভাগেই তেখেতৰ ঘৰত আছিল। তেতিয়া কটন কলেজৰ হোষ্টেল হোৱা নাছিল।

মাধৱচন্দ্ৰ বৰদলৈ 'একষ্ট্ৰা এছিষ্টেণ্ট কমিচনাৰ' হৈ থকা কালত বৰপেটাত তেখেতৰ কোনোবা এজন ল'ৰাই দুষ্টালি কৰি এজন ব্যৱসায়ীৰ বস্তু নষ্ট কৰিছিল, ব্যৱসায়ীজনে গোচৰ কৰাত তেখেতে ল'ৰাৰ ওপৰত মোকৰ্দমা কৰিবলৈ ব্যৱস্থা দিছিল আৰু খৰচ দিছিল। তেখেতে কৈছিল—"হাকিমৰ ল'ৰা বুলি অহঙ্কাৰী ল'ৰাই বুজক সি কেনে হাকিমৰ ল'ৰা।" তেখেতৰ খং সহজে দেখা নাযায়; সদায় হাঁহি মুখেৰে সকলোকে মধুৰ ব্যৱহাৰ কৰিছিল, যেতিয়া খং উঠে শত্ৰু-মিত্ৰ সকলোকে সমানে বিচাৰ কৰে। এদিন তেখেতৰ এজন ল'ৰাই কাৰোবাক কঠুৱা মাত মাতিছিল, তেখেতে তাকে শুনি কৈছিল—"বোপাই। এই যে তোৰ মাতষাৰ ইমান কঠুৱাকৈ মাত; তই ভাবি চাবিছোন, জগতত এই মাতষাৰৰ বাহিৰে কাক কি দিব পাৰ?"

তেখেত অতি বিলাসী পুৰুষ আছিল, সদায় ধুনীয়া সাজ-পাৰ পিন্ধি ভাল পাইছিল। তেখেত সঙ্গীতজ্ঞও আছিল—ভাল চেতাৰ বজাব জানিছিল। ৰাজকীয় জীৱনৰ মাজতো তেখেতে অসমীয়া ভাষাৰ উন্নতিৰ অৰ্থে আত্মনিয়োগ কৰি, সযত্নৰে সংগ্ৰহ কৰি 'অসমীয়া ৰামায়ণ', 'দীপিকাছন্দ' আদি পুথি উদ্ধাৰ কৰি ছপা কৰি উলিয়ায়। অসমীয়া ৰামায়ণৰ যিখন তেখেতে পাতনি লিখিছিল, সেই পাতনিত অতীতৰ গৌৰৱময় নিদৰ্শনৰ চিন এনে সুন্দৰভাৱে বৰ্ণোৱা হৈছিল যে সেইখন কলিকতা বিশ্ববিদ্যালয়ে এটি প্ৰবন্ধৰূপে পাঠ্য বিষয়ত গ্ৰহণ কৰে। সেই পাতনিখনেই বহু প্ৰশংসিত হৈ তেখেতৰ সাহিত্য প্ৰতিভাৰ বিকাশ কৰে।

## মাতৃ সোমেশ্বৰী দেৱী

স্বৰ্গীয় মাধৱচন্দ্ৰ বৰদলৈয়ে সূৰ্য-বিপ্ৰ কুলৰ কলীয়া বৰদলৈৰ ঘৰৰ দেহীৰাম বৰদলৈ পাটগিৰীৰ কন্যা সোমেশ্বৰী দেৱীক বিয়া কৰায়। সোমেশ্বৰী দেৱীৰ সৰুতে মাক ঢুকায়। তেখেতক সেই দিনতো ঘৰতে পণ্ডিতে পঢ়াইছিল। তেখেত অতি মেধাৱী আৰু তীক্ষ্ণবুদ্ধিসম্পন্না আছিল। তেতিয়াৰ নিয়ম মতে পুৰণি শাস্ত্ৰ গীতা-ভাগৱত-নামঘোষা ইত্যাদি বুজিব আৰু লিখিব পৰাকৈকে শিক্ষকে পঢ়াইছিল। তেখেতৰ অদ্ভুত মুখস্থ শক্তি, প্ৰায়বিলাক তেখেতৰ কণ্ঠস্থ আছিল। পাতৰ কাপোৰত গুণাৰ ফুল বচা বেজিৰে কাপোৰত কাটিপৰ কাম কৰাত তেখেত অতি পাকৈত শিপিনী আছিল। আৰু দেউতাকৰপৰা তেখেতে কবিৰাজী বিদ্যাও

কিছু শিকিছিল, বিশেষকৈ নাড়ী জ্ঞানত তেখেতে অদ্ভুত কৃতিত্ব দেখুৱাইছিল। তেখেত অলপ খঙাল প্ৰকৃতিৰ মানুহ আছিল। কিন্তু বুদ্ধি-পৰামৰ্শ, সাহ আৰু অধ্যৱসায় অসাধাৰণ ব্যক্তিত্বত তেখেতে সমাজত এখন সন্মানিত আসন ল'ব পাৰিছিল। স্বৰ্গীয় মাধৱচন্দ্ৰ বৰদলৈৰ চাৰিজন ল'ৰা আৰু আঠ গৰাকী ছোৱালীৰ জন্ম হয়।

স্বৰ্গীয় মাধৱচন্দ্ৰ বৰদলৈয়েও দেউতাকৰ দৰে দুগৰাকী পত্নী বিয়া কৰায়। দ্বিতীয়া পত্নী সেউতী দেৱীয়ে দুটি ছোৱালী সন্তান থৈ ভৰবয়সতে স্বৰ্গী হয়।

## জন্ম আৰু শৈশৱ

উত্তৰ গুৱাহাটীৰ পুৰণি ভেটিতেই মাধৱচন্দ্ৰ বৰদলৈৰ দ্বিতীয় পুত্ৰ পিতৃদেৱ নবীনচন্দ্ৰ বৰদলৈৰ ১৭৯৭ শকৰ ১৩ কাতি দেওবাৰ (ইংৰাজী ১৮৭৫ চনৰ তিনি নবেম্বৰ) ভাতৃ দ্বিতীয়াৰ দিনা জন্ম হয়। নবীনচন্দ্ৰ জন্ম হওঁতে দেউতাক ঘৰত নাছিল। ছদিনৰ দিনা ধানতলীয়া গাৱঁৰ পণ্ডিত এজনে নবীনচন্দ্ৰৰ জন্ম-পত্ৰিকা গণনা কৰিলে আৰু কলে, জাতকৰ 'গণ্ডযোগ'। দেউতাক মাধৱচন্দ্ৰই তেতিয়া দক্ষিণ গুৱাহাটীত থাকি ওকালতি কৰিছিল। ল'ৰা জন্ম হোৱা শুনি ঘৰলৈ যাবলৈ ওলাইছিল, এনেতে ঘৰৰপৰা তেওঁক আহিবলৈ নিষেধ কৰি পঠিয়ালে। কাৰণ 'গণ্ডযোগ' পালে ছমাহলৈ পিতাকে পুত্ৰমুখ চাব নাপায়।

ইপিনে ককাক দেহীৰাম বৰদলৈয়ে নাতিয়েকক চাবলৈ ভাৰভেটি লৈ উত্তৰ গুৱাহাটীত উপস্থিত হ'লগৈ। শুনিলে নাতিয়েকৰ গণ্ডযোগ। তেখেত প্ৰসিদ্ধ জ্যোতিষী আছিল। তেখেতে ততালিকে লগ্ন স্থিৰ কৰি নবীনচন্দ্ৰৰ জন্ম-পত্ৰিকা কৰি পেলালে। পণ্ডিতৰ ভুল গণনা দেখি তেখেতৰ বৰ খং উঠিল, পণ্ডিতক বিচৰাই পঠিয়ালে—আৰু জীয়েকক ক'লেগৈ, "আই, তোৰ এই ল'ৰা খেৰৰ ঘৰত জন্মিছে, ই কিন্তু সদায় অট্টালিকাত বাস কৰিব, আৰু সমগ্ৰ দেশত এজন স্বনামধন্য পুৰুষ হ'ব। বংশত সূৰ্যৰ দৰে উজ্জ্বল হ'ব আৰু দীৰ্ঘায়ু হ'ব।"

হাতত সোণৰ মোহৰ লৈ পুত্ৰমুখ চাবলৈ জোঁৱায়েকক মাতি পঠিয়ালে। দেউতাকে বং মনেৰে হাতত সোণৰ মোহৰ লৈ পুত্ৰমুখ চালেহি। নাম দিলে 'নবীনচন্দ্ৰ'। ঘৰত মাতিছিল 'নানু' বুলি। নবীনচন্দ্ৰ বৰদলৈদেৱ সৰুতে অতি শান্ত প্ৰকৃতিৰ নিৰ্জু ল'ৰা আছিল বুলি মাকে কৈছিল। কেতিয়াও ডাঙৰকৈ নাকান্দিছিল, উচুপি পেন্‌পেনাই থাকে। কাৰো লগত দ্বন্দ্ব-কাজিয়া নকৰে; আপোন মনেৰে গুণ্‌গুণকৈ গান গাই গাই উমলি ফুৰে। বৰদলৈদেৱে নিজে

কৈছিল—তেখেতে বুঢ়ীমাকক বৰ ভাল পাইছিল, আৰু বুঢ়ীমাকৰ লগতে সদায় শুইছিল। পুৱতী নিশাৰেপৰা বুঢ়ীমাকে বৰগীত গায়—

উঠৰে উঠ বাপু। গোপাল হে
নিশি পৰভাত ভৈল
কমল নয়ন বুলি ঘনে ঘন
যশোৱা ডাকিবে লৈল—ইত্যাদি।

তেখেতে শুনি বৰ ভাল পাইছিল, আৰু নিজেও বুঢ়ীমাকৰপৰা বৰগীত গাবলৈ শিকিছিল। সেইবাবেই তেখেতৰ অসমীয়া গীত-মাত ঘোষা-বৰগীত বৰ প্ৰিয় আছিল। তেখেতৰ গুৰু-গম্ভীৰ কণ্ঠৰ বৰগীত—ঘোষাৰ সুৰলা সুৰ আজিও কাণত বাজি থকা যেন লাগে। আমি যেতিয়া নিচেই সৰু আছিলোঁ তেতিয়া ল'ৰা-ছোৱালীক নিচুকাওঁতে গোৱা বৰগীত—

কি ৰূপ, দেখাইলা শ্যাম
কদম্ব মূলে
মদনমোহন বনমালা
ঝুলে গলে হে—
আগো মাই, তোহাৰ তনয় যদুমণি;

বৰগীতৰ শুৱলা আবেগময় গম্ভীৰ কণ্ঠৰ সেই সুৰৰ কঁপনি আজিও কাণত প্ৰতিধ্বনিত হয়।

## চৰিত্ৰ বিকাশ

সৰুৰপৰাই পিতৃ নবীনচন্দ্ৰ বৰদলৈদেৱৰ স্বভাৱ আছিল কৰ্ম নিপুণ। অবাবত সময় নষ্ট কৰা তেখেতৰ স্বভাৱ নাছিল, সৰুৰেপৰা তেখেতৰ এই স্বভাৱ বৈশিষ্ট্যই মানুহৰ দৃষ্টি আকৰ্ষণ কৰে। পঢ়া-শুনা, খেল-ধেমালি আদিত দিনটো ব্যস্ত হৈ থাকে; সৰু-সুৰা কথালৈ তেখেতে মন-কাণ নকৰিছিল। খেলাত তেখেতৰ বৰ ৰাপ। ফুটবল খেলি গধূলি হাত-ভৰি ঘূণ লগাই আহে। ব্ৰহ্মপুত্ৰৰ পাৰতিতে উত্তৰ গুৱাহাটীত তেখেতসকলৰ ঘৰ আছিল। ল'ৰালি কাল-খিনি ব্ৰহ্মপুত্ৰত সাঁতুৰি নাদুৰি ডাঙৰ হ'বলৈ সুযোগ পোৱাত, বৰদলৈদেৱে খুব সাঁতুৰিব আৰু নাও বাব জানিছিল। ব্ৰহ্মপুত্ৰৰ বালিত চৰি থকা ঘোঁৰাবোৰত উঠি বালিত চেকুৰাই, ঘোঁৰাত উঠিবলৈ শিকে। পিচত দেউতাকে ল'ৰাহঁতৰ কাৰণে ডাঙৰ ঘোঁৰাত উঠা শিকিবলৈ সুবিধা দিছিল। সেই বাবে বৰদলৈদেৱৰ এটাইকেউজন ককাই-ভাই ভাল 'ঘোৰ চোৱাৰ' চিকাৰী আৰু নাও মৰা সাঁতোৰাত পাকৈত।

আজিকালিৰ অসমীয়া নগৰীয়া ল'ৰাই পঢ়া-শুনা বল খেলাৰ বাহিৰে, চিকাৰ কৰা, নাও মাৰিবলৈ শিকা, ঘোঁৰাত উঠা, সাঁতোৰা—এইবোৰ শিক্ষালৈ মন-কাণ নকৰে। আগৰ কালৰ অসমীয়া ল'ৰা এইবিলাক প্ৰত্যেক বিষয়তে পাকৈত আছিল।

এদিনৰ কথা। কেইজনমান ভদ্ৰলোকে 'কেৰম' গুটি খেলিছে। এনেতে বৰদলৈদেৱ উপস্থিত হ'ল। এজনে মাতিলে, "আহক বৰদলৈ; এখেল খেলকহি।" বৰদলৈয়ে টপৰাই উত্তৰ দিলে—"বুজিছে, মই এইবিলাক খেল খেলি ভাল নেপাওঁ। মতা মানুহে এনেদৰে টুকুৰিয়াই থকা খেল খেলি সময় নষ্ট কৰা মই সমূলি দেখিবও নোৱাৰোঁ। যিবোৰত শক্তিৰ চৰ্চা হয় সেইবোৰ খেলহে মই ভাল পাওঁ। মোক দিয়ক ফুটবল খেলিবলৈ, পল খেলিবলৈ, মই সেইবোৰত আপত্তি নকৰোঁ।"

পিতৃ বৰদলৈদেৱৰ নিচেই সৰুকালডোখৰ দেউতাকে বাহিৰত থাকি চাকৰি কৰিবলগীয়া হোৱাত, অকল মাকৰ শিক্ষাতে, তেখেতৰ সৰ্বতোমুখী প্ৰতিভা বিকাশ হ'বলৈ সুবিধা পাইছিল। শুচি শুদ্ধাচাৰিণী মাতৃৰপৰাই শিশুকালতে পুত্ৰৰ কোমল হিয়াত কৃষ্ণভক্তিৰ সঞ্চাৰ হ'বলৈ ধৰিলে। গৃহ-বিগ্ৰহ বাসুদেৱৰ পূজা নোহোৱালৈকে গৃহিণীয়ে জলগ্ৰহণ নকৰে। স্নেহত কোমল, শাসনত কঠোৰ চৰিত্ৰৱতী পূজনীয়া মাকৰ আজ্ঞা গোটেই পৰিয়ালে ৰাণীৰ দৰে সসন্মানেৰে পালন কৰিছিল। কাৰণ তেখেতৰ ব্যক্তিত্ব আছিল অসাধাৰণ। বুদ্ধি-পৰামৰ্শ, সৎসাহ, নেৰানেপেৰা চেষ্টা, একাগ্ৰতা, ব্যক্তিত্বৰ ক্ষমতা মহীয়সী মাকৰপৰাই পিতৃ বৰদলৈদেৱে অধিকাৰীসূত্ৰে পোৱা গুণ।

মাকৰ চিৰকলীয়া আদেশ আছিল, নিজৰ ল'ৰা-ছোৱালী, পিচত, নাতিনীৰ ওপৰতো গধূলি পঢ়া-শুনা কৰাৰ আগতে তিনি আধ্যা কীৰ্তন ঘোষা, ৰামায়ণ বা মহাভাৰত সুৰলাকৈ জাত লগাই গাই তেখেতক শুনাব লাগিব। এই নিয়ম সকলোৱেই পালন কৰি আহিছিল। পঢ়াৰ লগে লগে ৰামায়ণ-মহাভাৰতৰ গল্পবিলাক সুন্দৰকৈ আৰু পৰিপাটিকৈ ল'ৰা-ছোৱালীক তেখেতে বুজাই দিছিল। ল'ৰা-ছোৱালীবোৰে পঢ়াৰ লগে লগে 'ৰামায়ণ' 'মহাভাৰতৰ' বিষয়ে এটি সহজ শিক্ষা হৈ যায়। সেই শিক্ষাই গোটেই জীৱনতে কাম কৰে। পিচত আৰু বেলেগে পঢ়িবৰ আৱশ্যক নহয়। বৰদলৈদেৱে এদিন কৈছিল—

"মই সাত বছৰ বয়সত প্ৰায় এমাহে যেতিয়া—'ৰামায়ণ' শেষ কৰোঁ আইয়ে সেইদিনা খুব ধুমধামেৰে সবাহ পাতি মানুহক জলপান খুৱাইছিল।"

তেখেতৰপৰা আৰু এদিন আমি শুনিবলৈ পাইছিলো।

"ভাৰতীয় শিশুৰ সকলো শিক্ষাৰ আগতে ৰামায়ণ আৰু মহাভাৰত শিক্ষা হ'ব লাগে। ৰামায়ণ মহাভাৰতৰ আদৰ্শপূৰ্ণ চৰিত্ৰৰ চিত্ৰবোৰ শিশুৰ কোমল

মনত আঁকি দিব নোৱাৰিলে ভাৰতীয় শিশুৰ শিক্ষা সম্পূৰ্ণ নহয়। 'ৰামায়ণ'ত ৰামৰ পিতৃভক্তি, লক্ষ্মণৰ ভাতৃপ্ৰেম, সীতাৰ সত্যাগ্ৰহপূৰ্ণ সতীত্ব, উৰ্মিলাৰ নীৰৱ ত্যাগ, এনে দৃষ্টান্তবোৰে শিশু চৰিত্ৰত নিপুণ ৰেখাপাত কৰে ।"

'মহাভাৰতো' এখনি অপূৰ্ব গ্ৰন্থ, যিখনি গ্ৰন্থত সম্পূৰ্ণভাৱে ভাৰতীয় সংস্কৃতিয়ে বিকাশ লাভ কৰিছে। এই দুখনি গ্ৰন্থত অতীত ভাৰতৰ গৰিমাপূৰ্ণ সংস্কৃতি যেনেভাবে বৰ্ণিত হৈছে তেনেভাবে আন কোনো গ্ৰন্থত বৰ্ণিত হোৱা দেখা নাযায়। মহাভাৰত পঢ়িলে সহজভাবেই চকুত পৰে, অতীত ভাৰতৰ ৰাজনীতি আৰু সমাজ জীৱনৰ চিত্ৰ। ধৰ্মৰ প্ৰতি তেখেতৰ দৃষ্টি সদাই মুকলি আৰু উদাৰ আছিল। নৈতিক হিন্দু হিচাপে স্বধৰ্মৰ প্ৰতি তেখেতৰ অনুৰাগ আছিল। নিতৌ নিয়মমতে তেখেতে নিজৰ সন্ধ্যা-আহ্নিক কৰিছিল। কিন্তু স্বধৰ্মৰ এই অনুৰাগে তেখেতক অন্য ধৰ্মৰ প্ৰতি কোনোদিনে বিৰাগী কৰি তোলা নাছিল। তেখেতৰ ওচৰত 'কোৰাণ' এখনি পবিত্ৰ গ্ৰন্থ আছিল। জেলত থাকোতে তেখেতে সদায় 'কোৰাণ' পাঠ কৰা কথা আমি জানো। 'হাতেমতাই' গ্ৰন্থও তেখেতে উৰ্দু সাহিত্যৰপৰা অনুবাদ কৰিছিল। 'বাইবেলৰ' বহুতো নীতি-বচন শুনোৱা আজিও মনত পৰে। ধৰ্মৰ বিচাৰত তেখেত উদাৰ মতাবলম্বী হ'লেও নাস্তিক নাছিল। সকলো ধৰ্মকে তেখেতে শ্ৰদ্ধা কৰিছিল। আজিৰ যুগত আমি যিজন জগতৰ শ্ৰেষ্ঠ মানৱ 'মহাত্মা গান্ধীজীক' লগ পাইছো, সেইজনৰ জীৱনৰ ইতিহাসে আমাক চিনাকি দিয়ে যে তেখেতৰ অভিনৱ চৰিত্ৰ বিকাশৰ মূলতেই গীতা, ৰামায়ণ, কোৰাণ, বাইবেল, মহাভাৰতৰ ধৰ্ম আৰু নীতিজ্ঞান।

মনুষ্যত্বৰ মূৰ্ত প্ৰতীক ধৰ্মগ্ৰন্থবিলাকৰ শিক্ষাৰ মোল আজিৰ দিনত অসমীয়া শিশুৱে নাপায় বুলিলে বঢ়াই কোৱা নহয়। ভাৰতবৰ্ষৰ আন আন প্ৰদেশত এই অমূল্য পুথিবোৰ স্কুলৰ পাঠ্যত ঠাই পাইছে। কিন্তু অসমৰ স্কুলৰ পাঠ্যত এতিয়াও এই অমূল্য পুথিবোৰে ঠাই পোৱা নাই। ভৱিষ্যৎ অসমৰ শিক্ষাৰ প্ৰণালী পৰিবৰ্তনৰ লগে লগে এই পুথিবোৰৰ মোল বাঢ়িব বুলি ভাবোঁ। বৰদলৈ-দেৱৰ জীৱনৰ বিকশিত অৱস্থাতে ভাৰতৰ এই পুৰণি গ্ৰন্থ দুখনিয়ে যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰিছিল যেন অনুমান হয়।

## স্কুলীয়া জীৱন

স্কুলীয়া জীৱনৰেপৰা বৰদলৈদেৱৰ চৰিত্ৰৰ এটি বেলেগ বিশেষত্বই সকলোকে আকৰ্ষণ কৰে। সেইটি হৈছে, তেখেতৰ যুক্তিপূৰ্ণ মতামতৰ দৃঢ়তা। তেখেতৰ যুক্তিপূৰ্ণ আৰু ন্যায়ৰ পক্ষপাতিত্বৰ দৃঢ়তা দেউতাকেও পেলাবলৈ টান পাইছিল। সমনীয়া ভাই-ককাইসকলে বৰদলৈদেৱক নোসোধাকৈ বা অমতে

কোনো কাম নকৰিছিল। সৰুকালৰেপৰা তেখেতে দুখীয়া সুখীয়া কাৰো প্ৰতি অন্যায় অবিচাৰ কৰা সহিব নোৱাৰিছিল।

দেউতাক স্বৰ্গীয় মাধৱচন্দ্ৰ বৰদলৈ বদলি হৈ সপৰিয়ালে তেজপুৰলৈ গ'ল। তেজপুৰত ভালেদিন থাকিব লগা হোৱাত তেজপুৰত মাটি কিনি তেখেতে বঙলা সজায়। এতিয়া তেজপুৰৰ মাধৱ ৰোডৰ কাষৰ ই. এ চি. থকা বঙলাটো স্বৰ্গীয় মাধৱ চন্দ্ৰ বৰদলৈয়েই সজা। বঙলাটোৰ আগেদি যোৱা আলিটো স্বৰ্গীয় মাধৱচন্দ্ৰ বৰদলৈৰ নামেৰে মাধৱ ৰোড্ নাম দিয়া হৈছে।

তেজপুৰৰ সেই বঙলাতেই নবীনচন্দ্ৰ বৰদলৈ দেৱৰ শৈশৱ কাল ওৰ পৰে। তেজপুৰৰ হাইস্কুলৰপৰাই তেখেতে এণ্ট্ৰেন্স পাছ কৰে। তেজপুৰ হাইস্কুলৰ লিটাৰেৰী ক্লাবৰ বৰদলৈদেৱ সম্পাদক আছিল। সেই সময়ত অসমত বঙালী ভাষাৰ মহা পয়োভৰ।

ইংৰাজসকলৰ লগত বঙালী বাবুসকল কেৰাণী হৈ অসমলৈ আহিবলৈ ধৰে। শেষত সেইসকলেই চৰকাৰৰ ঘৰৰ উচ্চ বিষয়বাব পাই, শিক্ষিত নামেৰেও পৰিচিত হৈ পৰে। কাৰণ সেই সময়ত অসমত উচ্চ শিক্ষাৰ বহুল প্ৰচলন হোৱা নাছিল; বঙালী লোকসকলক অসমীয়া মানুহে আলহী ভাবি উদাৰ মনেৰে সাৱটি লৈ সকলো সুযোগ আৰু সহায় দি আপোন কৰি ল'বলৈ বিচাৰিছিল। আৰু বঙালী ভাষাৰে কথা কৈ গৌৰৱ অনুভৱ কৰিছিল। বঙালী ভাষা হেনা-হুচাকৈ কৈয়ো অসমীয়া মানুহে ৰং পাইছিল। অসমীয়া সমাজতো বাহুল্যভাৱে শাৰী পিন্ধা প্ৰথা প্ৰচলন হৈ পৰিছিল। স্কুলৰ পাঠ্যপুথিবিলাকো তেতিয়া বঙালী আছিল। বঙালী কৰ্মচাৰীসকলৰ সুবিধাৰ কাৰণে আদালতৰ নথি-পত্ৰবোৰ আৰু ফৰ্ম, ওকালতনামা, সকলোৱেই তেতিয়া বঙালী ভাষাৰে চলিছিল। লগে লগে অসমীয়া আমোলাসকলেও বঙালী বাবুসকলৰ অনুকৰণত নামৰ আগত বাবু লেখিবলৈ ধৰিলে। এইবিলাক বিজতৰীয়া ধুনলৈ অসমীয়া সমাজে ক্ৰমাৎ গা এৰি দিছিল। অসমীয়া জ্ঞানী সমাজে তেতিয়ালৈকে এইবোৰ কথালৈ চকু দিয়া নাছিল।

কিন্তু এইবোৰ কথাত পোন্ধৰ বছৰ বয়সীয়া স্বৰ্গীয় নবীনচন্দ্ৰ বৰদলৈৰ চোকা চকু পৰিল। তেখেত স্কুলীয়া ছাত্ৰ হৈয়ো অসমীয়া সমাজৰ এই আসোঁৱাহ গুচাবলৈ উঠি-পৰি লাগিল। নিজে গবৰ্ণমেণ্টলৈ লিখা-লিখি কৰিবলৈ ধৰিলে। পিচত জ্ঞানী সমাজে গমি চাই উচিত ভাবি ইয়াৰ প্ৰতিকাৰ কৰিলে। বৰদলৈ দেৱৰ লিখা-লিখিত স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱায়ো হয়ভৰ দিয়ে। শেষত সৰহভাগ অসমীয়া ৰাইজে এই কথা সমৰ্থন কৰিলে। অসমীয়াসকলক 'বাবু'ৰ ঠাইত শ্ৰীযুত লেখিবলৈ অনুৰোধ জনোৱা হয় আৰু তেতিয়াৰেপৰা

সকলো অসমীয়া ৰাইজে শ্ৰীযুত লেখিবলৈ ধৰিলে।* এই সময়ত ছাত্ৰ বৰদলৈয়ে 'কেনাৰাম ভোল' নামৰ ব্যঙ্গ ৰচনা লিখি অসমীয়া সমাজলৈ লক্ষ্য কৰি অসমীয়া বাবুক থকা-সৰকা কৰে।

## কলেজীয়া জীৱন

কলিকতাৰ 'ছেণ্টজেভিয়াৰচ' কলেজৰপৰা আই-এ. আৰু প্ৰেছিডেন্সী কলেজৰ পৰা বি. এ পাছ কৰি বৰদলৈদেৱে বি. এল. আৰু এম. এ. পঢ়িবলৈ লয়। এম. এ.ত কৃতকাৰ্য হ'ব নোৱাৰিলে, বি. এল. পাছ কৰিয়ে তেখেতে ছাত্ৰ-জীৱনৰ সামৰণি পেলায়।

আই-এ পঢ়া কালত ছেণ্টজেভিয়াৰচ কলেজৰ ওখমনা পাদুৰী অধ্যাপকসকলৰ সংস্পৰ্শত তেখেতে উচ্চ বিষয়ৰ আলোচনা কৰিবলৈ সুযোগ পায়। য়ুৰোপীয়ান কালচাৰৰ বিষয়ে মনোযোগ দি সেই বিষয়ে পঢ়া-শুনা কৰে, এইবিলাক আলোচনা আৰু অধ্যয়নৰ ফলত তেতিয়াৰেপৰা তেখেতৰ মনত এটি স্বাধীন চিন্তাধাৰাই ঠাই লয়।

পঢ়া কালত তেখেতে কেইবাগৰাকীও বিশিষ্ট বন্ধু লাভ কৰে। পণ্ডিত হৰিনাথ দে, চন্দ্ৰশেখৰ লাল, পৰমেশ্বৰ লাল, বিভূতিভূষণ বীত, প্ৰবোধচন্দ্ৰ দাস ইত্যাদি বন্ধুৰ বাহিৰেও অসমীয়া সহপাঠীসকলৰ ভিতৰত শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা সাহিত্যৰত্ন, সূৰ্যকান্ত বৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, গোপালচন্দ্ৰ ভুঞা, শ্ৰীযুত ৰজনীকান্ত শৰ্মাৰে বৰদলৈদেৱে একেলগে পঢ়িছিল।

কলিকতাৰ কলেজত পঢ়া কালত বৰদলৈদেৱৰ উৎসাহত উৎসাহিত হৈ এমুঠি অসমীয়া ল'ৰাই হেজাৰ হেজাৰ বঙালীৰ মাজত অসমীয়া জাতিৰ মৰ্যাদা অটুট ৰাখি সাহসী অসমীয়া বুলি নাম ৰাখিব পাৰিছিল। সেই সময়ত অসমীয়া ল'ৰাৰ সাহ-পিত দেখি স্থানীয় ছাত্ৰসকলে ভয় কৰি চলিছিল। কলিকতাত পঢ়া কালতে বৰদলৈদেৱে আন আন খেলৰ বাহিৰেও 'মুষ্টিযুদ্ধ' শিকিছিল আৰু সেই সময়ৰ ল'ৰাৰ মাজত ভাল 'বক্সাৰ' বুলি নাম কৰিছিল।

এবাৰ স্থানীয় ছাত্ৰসকলৰ লগত অসমীয়া ছাত্ৰসকলৰ কাজিয়া হয়; বৰদলৈ সহা বিধৰ ল'ৰা নাছিল, তেওঁ কিবা এটি ওলোটা পোতক তুলিলে; শেষত স্থানীয় ছাত্ৰ সকলে ষড়যন্ত্ৰ কৰি বৰদলৈৰ পিচত ভাড়াতীয়া গুণ্ডা লগাই দিয়ে।

---

* বৰদলৈদেৱৰ ডায়েৰীৰপৰা উদ্ধৃত

'শ্যামা গুণ্ডা' নামৰ এজন বিখ্যাত গুণ্ডা বৰদলৈৰ পিচত লাগিল, এদিন অকলে পঢ়ি থকা অৱস্থাত নিজৰ কোঠালিতেই অতৰ্কিতভাৱে শ্যামা গুণ্ডাই বৰদলৈক আক্ৰমণ কৰে। বৰদলৈদেৱে ততালিকে পেচ্ দি গুণ্ডাৰ হাতৰপৰা মুকলি হৈ গুণ্ডাৰ নাকত এটা ঘোচা মাৰে; ঘোচা খাই গুণ্ডা মাটিত পৰি যায় আৰু অচেতন হৈ পৰে। নাকেৰে তেজ ববলৈ ধৰে। এই ঘটনাই স্থানীয় ছাত্ৰসকলক পেপুৱা লগালে। তেতিয়াৰে পৰা স্থানীয় ছাতৰসকলে, অসমীয়া ল'ৰাৰ লগত লাগিবলৈ সাহ নকৰা হ'ল। শক্তিবান আৰু সাহসী বুলি অসমীয়া ল'ৰাৰ এটা নাম হৈ গ'ল।

কলিকতাত পঢ়া কালতে বৰদলৈদেৱে বাঁহী বজাবলৈ শিকে। তেখেতে কিছুমান অসমীয়া গীত ৰচনা কৰে। কলেজ এৰি আহিবৰ সময়ত বিদায় সভাত এটি গীত ৰচনা কৰি গাইছিল; সেই গীতটিয়ে সমনীয়া ল'ৰা বহুতৰে চকুপানী উলিয়াইছিল। গীতটি আছিল—

আজি বছৰৰ শেষে ভাৱৰীয়া বেশে
বিদায় মাগিছোঁ ভাই,
বহু দুখে-সুখে প্ৰীতি ভৰা বুকে
মৰম চেনেহ পাই।

স্বৰ্গীয় বৰদলৈদেৱৰ সহপাঠী বন্ধু শ্ৰদ্ধেয় শ্ৰীযুত চন্দ্ৰধৰ বৰুৱাই লেখিছিল, "নবীনচন্দ্ৰ বৰদলৈৰ লগত যোৰহাটত একেলগে পঢ়িছিলোঁ। সেই সময়ত নবীন বৰ ধুনীয়া আৰু মানুহৰ মৰম লগা আছিল। তেওঁৰ সমুলি একো দুষ্টালি নাছিল। ১৮৯২ চনৰ ফেব্ৰুৱাৰী মাহত মই যোৰহাটৰপৰা এণ্ট্ৰেন্স পৰীক্ষা দিবলৈ ডিবুৰুলৈ যাওঁ, নবীনেও তেজপুৰৰপৰা এণ্ট্ৰেন্স দিবলৈ যায়। কাৰণ তেওঁৰ দেউতাক কেইবছৰমানৰ আগতে তেজপুৰলৈ বদলি হৈ যায়। ডিবুৰুত তেওঁক লগ পাই বৰ ৰং লাগিল। আমাৰ লগত পৰীক্ষা দিছিল, গুৱাহাটীৰ অন্নদাকুমাৰ বৰুৱা, নন্দীশ্বৰ বৰুৱা, যোৰহাটৰ সাহজাহান আলি। এণ্ট্ৰেন্স পাছ কৰি কলিকতাত একেলগেই পঢ়িবলৈ যাওঁ আৰু একেটা মেছতে নবীন আৰু নবীনৰ ককায়েক প্ৰবোধ দাদা, তিনিও একেটা চাকিৰ তলতে একেখন মেজতেই পঢ়িছিলোঁ।

"এদিন আমি কথা বান্ধিলোঁ যে আমি ইংৰাজীতহে কথা হ'ম; যেয়ে এই নিয়ম ভাঙিব, সেয়ে এক পইচাকৈ জৰিমনা দিব। এখন বহীত নিয়ম ভঙাই প্ৰতি লেখি থোৱা হয়। এইদৰে পইচা ভৰি আমাৰ আমনি লাগিল, সেই নিয়ম বদ কৰি পেলোৱা হ'ল।

"শিয়ালদহ ষ্টেচনৰ ওচৰতে আমি এখন ফুটবল ফিল্ড লৈছিলোঁ। মিছনৰ পাদুৰী চাহাব কেইজনমানেও আমাৰ লগত খেলিবলৈ আহিছিল। বৰদলৈ তাৰ

এজন ভাল খেলুৱৈ আছিল। সেইবাৰ আমি এফ. এ. পাছ কৰোঁ। এফ. এ. পাছ কৰি নবীনে 'প্ৰেছিডেন্সী'ত পঢ়িবলৈ ললে। মই 'চেন্টজেভিয়াৰচত' পঢ়িবলৈ ললোঁ। প্ৰেছিডেন্সীত পঢ়োঁতে তেওঁৰ দুজন সহপাঠীৰে বিশেষ বন্ধুত্ব হৈছিল, এজন সুবিখ্যাত পণ্ডিত চাৰ হৰিনাথ দে, ইজন বিহাৰৰ—তেওঁৰ নাম পৰমেশ্বৰ লাল। পিচত নবীন চন্দ্ৰ বৰদলৈয়ে হাইকোৰ্টত ওকালতি কৰোঁতে তেওঁ বেৰিষ্টাৰ হৈ আহি কলিকতাত বেৰিষ্টাৰী কৰিছিল, কলিকতাত দুয়ো আকৌ লগ পাই, বৰদলৈক আইন ব্যৱসায়ত বহুত সহায় কৰিছিল।

"নবীনচন্দ্ৰ বৰদলৈ সকলোৰেপৰা বৰ ওখ মনৰ, মহৎ স্বভাৱৰ মানুহ আছিল। তেওঁৰ জীৱনৰ সৰু সুৰা ঘটনা এটাইলৈ মোৰ মনত পৰে। ১৮ নম্বৰ আমহাৰ্ষ্ট ষ্ট্ৰীটত আমি মেচ কৰি থাকোতে, কিবা এটা সামান্য কথাত তেওঁৰে মোৰে দন্দ লাগিল, গুৰি কথাত দোষ আছিল আচলতে তেওঁৰে গাত, মোৰ গাত একো দোষ নাছিল। সেই বাবে দুয়ো কিছুদিন মাত-বোল নকৰাকৈ আছিলো। এনেতে হঠাৎ মোৰ পিতৃ বিয়োগ ঘটিল। তেতিয়া তেওঁ এদিন আহি মোক সাবট মাৰি ধৰিলে আৰু ক'বলৈ ধৰিলে, 'ভাই! তোমাৰ বিপদত মই বৰ বেজাৰ পাইছো, সেই দিনাৰ কাজিয়াৰ বাবে মোক ক্ষমা কৰিবা। দোষ মোৰ গাতহে, তোমাৰ গাত নহয়। মোৰ ওপৰত বেজাৰ এৰি পেলোৱা।' সেই সময়ত তেওঁৰ সৰল হিয়াৰ ছাঁয়াটি মুখ দাংপানত জিলিকি উঠিছিল। মোৰ চকুপানী ওলাল; তেওঁৰো চকুত চকুপানী। তেওঁলৈ মোৰ ভক্তি জন্মিল।"

## বিবাহ আৰু শিক্ষা জীৱন

বুঢ়ী মাক স্বৰ্গীয়া পদ্মাৱতী দেৱী উজনি খগুত নাতি ল'ৰালৈ ছোৱালী চাবলৈ যায়। ডিবুৰুত দুগৰাকী ছোৱালী দুই নাতি লৈ চাই ঠিক কৰি আহে। উজনিৰ চাহ খেতিয়ক মালভোগ বৰুৱাৰ সৰু মাজিউ জীয়ৰী শ্ৰীযুতা হেমন্ত কুমাৰী দেৱীক মাজু নাতি নবীনচন্দ্ৰ বৰদলৈ লৈ, আৰু মালভোগ বৰুৱাৰ ভনীয়েকৰ সৰু জীয়েকক বৰ নাতি শ্ৰীযুত প্ৰবোধ চন্দ্ৰ বৰদলৈ লৈ খুজি মেলি ঠিক কৰি আহে। আগৰ দিনৰ বুঢ়ালোকসকলে ছোৱালীৰ লক্ষণ কাৰণ চাই ল'ৰালৈ ছোৱালী খুজি বিয়া কৰাইছিল। সেই মতেই দুয়োটি ছোৱালী সুলক্ষণা দেখি তিনি মাহৰ অগা-পিচাকৈ দুই নাতিয়েকৰ বিয়া পাতে। তেতিয়াৰ দিনত ল'ৰাৰ ওঠৰ-কুৰি বছৰ, ছোৱালীৰ দহ-এঘাৰ বছৰেই বিয়াৰ বয়স আছিল। গতিকে দুই ভায়েকৰ ওঠৰ-কুৰি আৰু ছোৱালী দুয়োটিৰ এঘাৰ বছৰতেই বিয়া হৈছিল। ল'ৰাই ছোৱালী চাই বিয়া কৰোৱা তেতিয়াৰ দিনত নিয়ম নাছিল।

মাক-বাপেক গুৰুজনে জাঁতি-গুৰি, বংশ-মৰ্য্যাদা, ৰাশি-চক্ৰ মিলাই লক্ষণ কাৰণ চাই ছোৱালী খোজে ; ল'ৰায়ো ছোৱালী নেদেখাকৈয়ে বিয়া কৰায়। সেই নিয়ম-মতেই তেখেতসকলে বিয়া কৰাইছিল।

ডিবুৰুৰ ভনীয়েক অন্নদাদেৱীৰ ঘৰত থাকি (শিৱৰাম বৰদলৈৰ পত্নী) ধুমধামেৰে বিয়া হৈ যায়। সেই দিনৰ দৰাৰ সাজ আছিল অসমীয়া ধৰণৰ। অসমৰ দা-ডাঙৰীয়াসকলৰ ধৰণৰ সাজ-পাৰ আছিল দৰাৰ সাজ-পাৰ। মূৰত গুণাৰ কাম কৰা অসমীয়া পাগুৰী, গাত কাৰ্চিপৰ বা গোমচেংৰ দীঘল এঙা চোলা, হাতত গাম খাৰু, কাণত লোকাপাৰ ডিঙিত সাতসৰি বা মালামণি, পাতৰ চুৰীয়া, গুণাৰ ফুলবচা চেলেং, এই ধৰণে অসমীয়া দৰাই সাজ-পাৰ পিন্ধিছিল। পিতৃ বৰদলৈদেৱৰ মুখেই শুনা—তেখেতসকলে হেনো অসমীয়া দৰাৰ সাজ পিন্ধি বিয়া কৰাইছিল। বিয়াৰ বিষয়ে তেখেতে কৈছিল বিয়া কৰাবলৈ যোৱা মানে নৱ যৌৱনৰ অধীশ্বৰ তৰুণ পুৰুষে সেই দিনা জীৱনৰ পূৰ্ণ অধিকাৰী হ'বলৈ পৰম পবিত্ৰ জয় যাত্ৰালৈ আগবাঢ়ে, মানুহ জীৱনৰ বাঞ্চিত জয়যাত্ৰাত ৰাজবেশেহে শোভা পায়, নাইবা নিজৰ জাতীয় সাজ-পাৰ বীৰ বেশ পিন্ধি বিয়া কৰাবলৈ যাব লাগে। অসমৰ জাতীয় সাজ-পাৰৰ 'পাগ' এটি অপৰিহাৰ্য সাজ, সদায় নিপিন্ধিলেও অন্ততঃ বিয়াৰ দিনা দৰা হওঁতে পিন্ধিব লাগে। বঙ্গদেশৰ বিয়াৰ দৰা-কইনাকো বিয়াৰ দিনা টোপৰ, মুকুট পিন্ধায়। কিন্তু আমাৰ আজি কালিৰ অসমীয়া দৰা-সকলে নিজৰ সাজ-পাৰতো এৰিলেই, বঙালীবাবুৰ সাজ-পাৰহে ল'লে। বঙালী বাবুটিৰ দৰে সাজি-পাৰি, মুখত ৰুমালখন লৈ এজনে ধৰি নি দৰাটিক আলফুল-কৈ বহুৱাব লাগে। এনে ধৰণৰ দৰাৰ সাজ মই সমূলি ভাল নাপাওঁ। অসমীয়া দৰাৰ সাজত এটি জাতীয় বিশেষত্ব ৰাখিবলৈ যত্ন কৰিব লাগে। বৰদলৈদেৱৰ দুয়ো ভাই-ককাইয়ে বিয়া কৰাই আকৌ পঢ়িবলৈ কলিকতালৈ গ'ল। এফ. এ. পৰীক্ষা দিয়াৰ আগতেই বৰদলৈদেৱে বিয়া কৰাইছিল।

# মুক্তি যুঁজৰ সেনাপতি বৰদলৈ

**হৰেন্দ্ৰ নাথ বৰুৱা**

"ডেকা-গাভৰুৰ দল! বীৰ বীৰাঙ্গনাৰ দল!
নতুন তেজেৰে ৰাঙলী ৰূপহী কৰহি ধৰণী তল - - - "

এইদৰে স্বৰচিত আবেগময় জাতীয় সঙ্গীতেৰে ভাৰতৰ স্বাধীনতাৰ যুদ্ধত যোগ দিবলৈ দেশৰ ডেকা-গাভৰুৰ প্ৰতি উদাত্ত আহ্বান জনাইছিল একাধাৰে কবি, গায়ক, শক্তিশালী লিখক আৰু সেই যুঁজৰ অসমৰ অগ্ৰগণ্য সেনাপতি কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈয়ে। মহাত্মা গান্ধীৰ মহান নেতৃত্বত পৰিচালিত সেই যুদ্ধ বন্দুক-বৰতোপৰ বিনাশী আৰু হিংসাত্মক যুদ্ধ নাছিল। ই আছিল এখন অহিংস পদ্ধতিৰ যুদ্ধ আৰু সেই হিচাপেই পৃথিবীৰ বুৰঞ্জীতো এখন অভিনৱ আৰু যুগান্তকাৰী যুদ্ধ। এই যুদ্ধৰ অন্যান্য সেনাপতিৰ দৰেই কৰ্মবীৰ বৰদলৈয়েও প্ৰধান সেনাপতি মহাত্মা গান্ধীৰ নিৰ্দেশিত অহিংস অস্ত্ৰ আৰু অহিংস পদ্ধতি অবলম্বন কৰিয়েই এই যুদ্ধত অৱতীৰ্ণ হৈছিল। কিন্তু তেওঁ নিজে আৰু তেওঁৰ ডেকা-গাভৰু সৈনিকসকলে অহিংস অস্ত্ৰ আৰু অহিংস পদ্ধতিৰে যুদ্ধ কৰিলেও বিদেশী প্ৰতিপক্ষই যে আমাৰ যুঁজাৰুসকলৰ ওপৰত হিংসাত্মক অস্ত্ৰ-শস্ত্ৰ প্ৰয়োগ কৰিব আৰু হিংসাত্মক যুদ্ধতকৈ কিছু কম পৰিমাণে হ'লেও কিছুমান লোকক হত্যা কৰিব পাৰে আৰু আমাৰ অহিংস যুঁজাৰুসকলে তেওঁলোকৰ সশস্ত্ৰ আক্ৰমণত তেজ আৰু আনকি জীৱন উৎসৰ্গা কৰিবলগা হ'ব পাৰে, সেই বিষয়ে কৰ্মবীৰ বৰদলৈ সজাগ আছিল; আৰু সেই কাৰণেই বুকুৰ তেজেৰে মাতৃভূমিক ৰাঙলী-ৰূপহী কৰিও বিদেশীৰ কবলৰপৰা মুক্ত কৰিবলৈ এইদৰে খোলাখুলিভাৱে আহ্বান কৰিছিল। আনক এনে বিপদসঙ্কুল অভিযানত যোগ দিবলৈ প্ৰৰোচিত কৰি নিজে পিচৰ নিৰাপদ ঠাইত থিতাপি দি থকা বিধৰ বাক্যবীৰ তেওঁ নাছিল। তেওঁ আছিল প্ৰকৃতপক্ষেই কৰ্মবীৰ। তেওঁ নিজে এনে অভিযানৰ নেতৃত্ব কৰিছিল।

কংগ্ৰেছে স্বাধীনতাৰ পণ কৰাৰ আগতো দেশহিতৈষী নবীনচন্দ্ৰ জাতীয় জীৱনৰ লগত জড়িত আছিল। কিন্তু সেই সময়ত তেওঁ অসম এছচিয়েশ্যনৰ যোগে প্ৰধানতঃ অসমৰ উন্নতিৰ চেষ্টাতে নিজক সীমাবদ্ধ কৰি চলিছিল। অসমত সেই সময়ত

ভাৰতীয় জাতীয় (ৰাষ্ট্ৰীয়) কংগ্ৰেছৰ কোনো প্ৰাদেশিক শাখা কমিটিও নাছিল আৰু কলিকতা হাইকৰ্টত ওকালতি কৰি থকা বৰদলৈ ডাঙৰীয়াই অসম এছচিয়েশ্যনৰ পক্ষৰপৰাই কংগ্ৰেছৰ দুই এখন অধিবেশনত অসমৰ প্ৰতিনিধিস্বৰূপে যোগ দিছিলগৈ। ১৯১৫ চনত তেওঁ অসম এছচিয়েশ্যনৰ ডিব্ৰুগড় অধিবেশনৰ সভাপতি নিৰ্বাচিত হয়। তেওঁৰ অনুজস্বৰূপ আৰু সহকৰ্মী স্বৰ্গীয় কামাখ্যাৰাম বৰুৱাই তেওঁৰ এই সময়ৰ কাৰ্যাবলী সম্পৰ্কে এইদৰে লিখিছে—"১৯১৫ চনৰ ডিচেম্বৰ মাহত ডিব্ৰুগড়ত অসম এছচিয়েশ্যনৰ যি অধিবেশন হয়, তাত নবীনচন্দ্ৰ বৰদলৈ ডাঙৰীয়া সভাপতি হৈছিল। আমি বহুতেই তেখেতৰ লগতে ডিব্ৰুগড়লৈ গৈছিলো। ৰাজনৈতিক বিষয়ত উৎসাহ থকা অসমৰ বিভিন্ন ঠাইৰ ডেকা-বুঢ়া বহুত লোক সেই সভাত সমবেত হৈছিল। বৰদলৈ ডাঙৰীয়াই সেই কালত কলিকতাত ওকালতি কৰিছিল। তেখেতৰ অভিভাষণখন নতুন ভাবৰ আৰু উদ্দীপনাপূৰ্ণ হৈছিল আৰু ই সকলোৰে মনত উৎসাহৰ সৃষ্টি কৰিছিল। সেই সময়ৰপৰাই অসমৰ ৰাজনৈতিক ক্ষেত্ৰত নতুন জাগৰণ আৰম্ভ হয় বুলিব পাৰি। এই নতুন জীৱনৰ প্ৰেৰণাদাতা প্ৰধানতঃ বৰদলৈ ডাঙৰীয়া-আছিল। ইংৰাজী ১৯১৫ চনৰপৰা ১৯২০ চনলৈকে অসম এছচিয়েশ্যনৰ কাম বৰ বেগেৰে চলিছিল। প্ৰথমতে গোলাঘাটৰ ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱা ডাঙৰীয়াই ইয়াৰ ছেক্ৰেটৰী হৈ সচাৰুৰূপে কাম চলায়। ১৯১৭ চনত বৰদলৈ ডাঙৰীয়া ইয়াৰ ছেক্ৰেটৰী নিৰ্বাচিত হয়। তেজপুৰৰ চন্দ্ৰনাথ শৰ্মা তেওঁৰ লগত সহকাৰী সম্পাদক হয়। এই সময়ত ভাৰতত যি নতুন শাসন-পদ্ধতি প্ৰবৰ্তনৰ প্ৰস্তাৱ ভাৰত গৱৰ্ণমেণ্টে প্ৰকাশ কৰিছিল, সেই শাসন-পদ্ধতি ভাৰতৰ অন্য উন্নত প্ৰদেশবিলাকৰ দৰে অসমত নচলাই ইয়াক পিচ পৰা প্ৰদেশৰূপে গণ্য কৰিবলৈ অভিপ্ৰায় কৰিছিল। এই প্ৰস্তাৱৰ বিৰুদ্ধে অসম এছচিয়েশ্যনে তীব্ৰ আন্দোলন চলায় আৰু বৰদলৈ ডাঙৰীয়াই একান্তভাৱে এই আন্দোলনত যোগ দিয়ে। বিলাতৰ জইণ্ট পাৰ্লামেণ্টেৰী কমিটিৰ আগত অসমৰ হকে ক'বলৈ অসমৰ প্ৰতিনিধিৰূপে বৰদলৈ ডাঙৰীয়া আৰু ডিব্ৰুগড়ৰ শ্ৰীযুত প্ৰসন্ন কুমাৰ বৰুৱাক বিলাতলৈ পঠিওৱা হয়। বিশেষকৈ বৰদলৈ ডাঙৰীয়াৰ যত্নৰ ফলতে পৰৱৰ্তী শাসন সংস্কাৰত অসমে অন্যান্য উন্নত প্ৰদেশৰ শাৰীত ঠাই পালে।"

এইখিনিতে উল্লেখনীয় যে বৰদলৈ ডাঙৰীয়াই অসম এছচিয়েশ্যনৰ সেই অধিবেশনৰ সভাপতিৰ অভিভাষণত স্বদেশী আৰু জাতীয়তাৰ পোষকতা কৰিছিল আৰু অসম আৰু অসমীয়াৰ অনিষ্টকৰ চৰকাৰৰ কিছুমান কাৰ্যৰ চোকা সমালোচনা কৰিছিল। বিশেষকৈ তেখেতে চৰকাৰৰ অসমৰ বৰবিহস্বৰূপ কানিৰ বেপাৰৰ চোকা সমালোচনা কৰিছিল আৰু আমাৰ কানীয়াখিনি মৰিলেও কানিৰ প্ৰচলন অবিলম্বে বন্ধ কৰাৰ দাবী কৰিছিল। অসমক প্ৰস্তাবিত শাসন সংস্কাৰৰ (মণ্টেগু-চেমছ্‌ফোৰ্ড শাসন সংস্কাৰৰ) অন্তৰ্ভুক্ত কৰিবৰ কাৰণে তেখেতে বিলাতত অকল জইণ্ট পাৰ্লামেণ্টৰী কমিটিৰ আগত দাবী কৰিয়েই ক্ষান্ত নাছিল। তেখেতে সেই

প্ৰস্তাৱিত বা খচৰা সংস্কাৰ আঁচনি ভাৰতৰ পক্ষে অতি অকিঞ্চিৎকৰ হৈছে বুলি প্ৰতিবাদ কৰি তাক অধিকতৰ উন্নত আৰু স্বায়ত্ত শাসনমুখী কৰিবৰ কাৰণে জইন্ট পাৰ্লামেণ্টৰী কমিটিৰ ওচৰত দাবী কৰিবলৈ যোৱা লোকমান্য বাল গঙ্গাধৰ তিলক, এছ সত্যমূৰ্তি, ৰঙ্গস্বামী আয়েঙ্গাৰ, বিপিন চন্দ্ৰ পাল, সৰোজিনী নাইডু প্ৰমুখ্যে ভাৰতীয় জাতীয় কংগ্ৰেছৰ প্ৰতিনিধিসকলকো তেওঁলোকৰ অন্যান্য দাবীৰ লগত অসমক শাসন সংস্কাৰৰ অন্তৰ্ভুক্ত কৰাৰ দাবীও যোগ দিবলৈ খাটনি ধৰিছিল আৰু পাৰ্লামেণ্টৰ ভালেকিজন প্ৰভাৱশালী সদস্যকো—বিশেষকৈ বনুৱা দলক লগ ধৰি অসমৰ দাবী সমৰ্থন কৰিবৰ কাৰণে বুজনি দিছিল আৰু কেইখনমান সভাত বক্তৃতাও দিছিল। বিপিন পাল আৰু সত্যমূৰ্তিয়ে অসমৰ সেই দাবী সমৰ্থন কৰিছিল বুলিও বৰদলৈ ডাঙৰীয়াই কৈছিল। জইন্ট ছিলেক্ট কমিটিৰ আগত অসমৰ দাবী উত্থাপন কৰাৰ সময়ত অসমক পিচপৰা প্ৰদেশ বুলি শাসন সংস্কাৰৰ-পৰা বাদ দিব খোজা যুক্তি খণ্ডন কৰি বৰদলৈ ডাঙৰীয়াই অসম যে ভাৰতৰ আন প্ৰদেশবিলাকৰ দৰেই এখন উন্নত আৰু ঐতিহ্যসম্পন্ন প্ৰদেশ, সেই কথা নানা তথ্য-পাতিৰে প্ৰতিপন্ন কৰি চৰকাৰে অসমৰ স্বাৰ্থ আৰু উন্নতিৰ প্ৰতিকূলে শাসনকাৰ্য নচলোৱা হলে অসম ভাৰতৰ ভিতৰত আটাইতকৈ উন্নত প্ৰদেশ বুলি পৰিগণিত হ'লহেঁতেন বুলি মন্তব্য কৰে আৰু এই প্ৰসঙ্গত চৰকাৰে অসমত কানিৰ বেপাৰ চলাই কেনেকৈ অসমীয়াৰ ঘোৰ অনিষ্ট কৰিছে আৰু এই বিষয়ে অসম কাউন্সিলত ৰাইজৰ এজন সন্মানিত ব্যক্তি ৰায়বাহাদুৰ ফণীধৰ চলিহাই আপত্তি কৰোতে চীফ কমিচনাৰে তেওঁক অপমানজনকভাৱে ককৰ্থনা কৰিছে, সেই কথা উল্লেখ কৰে।

ভাৰত-সচিব মিঃ মণ্টেগুৱে বৰদলৈ ডাঙৰীয়াৰ এই ফণীধৰ চলিহা সম্পৰ্কীয় কথাখিনি 'অবিশ্বাস্য উৰা বাতৰি' বুলি অভিহিত কৰে। পিচত বৰদলৈ ডাঙৰীয়াই অসম কাউন্সিলৰ কাৰ্য বিৱৰণীসহ মিঃ মণ্টেগুক বেলেগে দেখা কৰি তেওঁৰ উক্তিৰ সত্যতা প্ৰতিপন্ন কৰাত তেওঁ বৰদলৈ ডাঙৰীয়াৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰে আৰু জইন্ট পাৰ্লামেণ্টৰী কমিটিৰ কাৰ্য-বিৱৰণীৰপৰা তেওঁৰ সেই মন্তব্য উঠাই লয়।

অসমক ১৯১৯ চনৰ শাসন সংস্কাৰৰ অন্তৰ্ভুক্ত কৰাটোৱেই অকংগ্ৰেছী বৰদলৈ ডাঙৰীয়াৰ সৰ্বপ্ৰধান দেশহিতকৰ কাম। সেই বছৰৰে ১৩ এপ্ৰিলৰ দিনা বৃটিছ গবৰ্ণমেণ্টে কৰা জালিয়ানৱালাবাগৰ নৃশংস আৰু অমানুষিক হত্যাকাণ্ডৰ পিচত (এই হত্যাকাণ্ডত প্ৰায় ৫০০ লোক নিহত হৈছিল) দেশৰ আন বহুত জাতীয়তা-বাদী আৰু দেশপ্ৰেমিক লোকৰ লগতেই বৰদলৈ ডাঙৰীয়াই কংগ্ৰেছত দেহেকেহে যোগ দিয়ে আৰু অমৃতসৰ কংগ্ৰেছত ভাৰতৰ অন্যান্য প্ৰদেশৰ নেতাসকলে কৰাৰ দৰে বৃটিছ গৱৰ্ণমেণ্টৰ এই বৰ্বৰ কাৰ্যৰ তীব্ৰ প্ৰতিবাদ কৰে। বিদেশী চৰকাৰৰ

এনে অত্যাচাৰৰ একমাত্ৰ প্ৰতিকাৰ স্বৰাজ বুলি অমৃতসৰ কংগ্ৰেছে সিদ্ধান্ত কৰে আৰু এই স্বৰাজ অৰ্জনৰ কাৰণে যুঁজ কৰিবলৈ সংকল্প গ্ৰহণ কৰে। পিচত কলিকতাৰ বিশেষ অধিবেশনত মহাত্মা গান্ধীৰ নেতৃত্বত ইয়াৰ বিতং আঁচনি গ্ৰহণৰ সিদ্ধান্ত লোৱা হয়। লোকমান্য তিলকে এই প্ৰস্তাৱৰ সমৰ্থনত বিশেষ ভূমিকা গ্ৰহণ কৰে। কিন্তু ১৯২০ চনৰ ১ আগষ্টৰ দিনা তেখেতৰ মৃত্যু হয়।

১৯২০ চনৰ চেপ্তেম্বৰত পঞ্জাবকেশৰী লালা ৰাজপত ৰায়ৰ সভাপতিত্বত কলিকতাত হোৱা কংগ্ৰেছৰ অধিবেশনত মহাত্মা গান্ধীয়ে স্বৰাজৰ দাবীত অহিংস অসহযোগ আন্দোলন কৰাৰ প্ৰস্তাৱ দাঙি ধৰে আৰু স্বৰ্গীয় বিপিন চন্দ্ৰ পাল, স্বৰ্গীয় চিত্তৰঞ্জন দাস প্ৰমুখ্যে দেশৰ কেইবাজনো বিশিষ্ট নেতাৰ বিৰোধিতা সত্ত্বেও এই প্ৰস্তাৱ গৃহীত হয়। বৰদলৈ ডাঙৰীয়াই অসম এছ'চিয়েশ্যনৰ তেখেতৰ প্ৰধান সহচৰ দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মা আৰু আন কেইজনমান প্ৰতিনিধিৰে সৈতে কলিকতাৰ এই কংগ্ৰেছ অধিবেশনত যোগ দিয়ে। তেখেতে মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনৰ প্ৰস্তাৱ সমৰ্থন কৰি বক্তৃতা দিয়াৰ লগতে কয় যে কংগ্ৰেছে অসমক এখন বেলেগ প্ৰদেশ হিচাপে বেলেগ প্ৰদেশ কংগ্ৰেছ কমিটি এখন দিয়া নাই আৰু তেনে স্বীকৃতি দিলেহে অসমবাসীয়ে এই অহিংস অসহযোগ আন্দোলন কৰিবলৈ উৎসাহ বোধ কৰিব। এই বুলি কৈ তেখেতে অসমক এখন বেলেগ প্ৰদেশ কংগ্ৰেছ কমিটি দিবলৈ এটা প্ৰস্তাৱো দি আছে। মহাত্মা গান্ধীয়ে আইন-আদালত পৰিত্যাগ কৰি আন্দোলনত যোগ দিবলৈ জনোৱা আহ্বান অনুসৰি স্বৰ্গীয় কুলধৰ চলিহা (তেওঁ ইয়াৰ আগতে জালিয়ানৱালাবাগৰ হত্যাকাণ্ডৰ প্ৰতিবাদকল্পে ই.এ.চি পদ ইস্তফা দিছিল) চন্দ্ৰনাথে ততালিকে ওকালতি ত্যাগ কৰে আৰু বৰদলৈ ডাঙৰীয়াকো তেনে কৰিবলৈ টানি ধৰে। কিন্তু বৰদলৈ ডাঙৰীয়াই তেখেতে কংগ্ৰেছত দি অহা প্ৰস্তাৱৰ ফললৈ অপেক্ষা কৰে। তিনিমাহৰ পিচত নাগপুৰত বিজয়ৰাঘৱাচাৰিয়াৰ সভাপতিত্বত হোৱা কংগ্ৰেছৰ বিশেষ অধিবেশনত অসমৰ সুকীয়া প্ৰদেশ কংগ্ৰেছ কমিটিৰ দাবী স্বীকৃত হয় আৰু কংগ্ৰেছৰ মূল উদ্দেশ্যও "সকলো প্ৰকাৰৰ বৈধ আৰু নিৰূপদ্ৰৱ উপায়েৰে ভাৰতৰ জনসাধাৰণৰ কাৰণে স্বৰাজ লাভ কৰা" বুলি সিদ্ধান্ত কৰা হয়। এই অধিবেশনতে মহাত্মা গান্ধীয়ে তেখেতৰ অহিংস অসহযোগ আন্দোলনৰ বিস্তৃত কৰ্মপন্থাও গৃহীত কৰায় আৰু কংগ্ৰেছৰ সংবিধান বা গণতন্ত্ৰখন সংশোধিতভাৱে ৰচনা কৰিবলৈ বৰদলৈ ডাঙৰীয়া আৰু স্বৰ্গীয় ৰঙ্গস্বামী আয়েঙ্গাৰক ভাৰ দিয়ে আৰু তেওঁলোকে ৰাতিৰ ভিতৰতে সেই কাম সম্পন্ন কৰি মহাত্মাক দিয়ে আৰু মহাত্মাই সেই কাৰ্যত সন্তোষ প্ৰকাশ কৰে বুলি বৰদলৈ ডাঙৰীয়াই আমাক কৈছিল।

## কংগ্ৰেছী বৰদলৈৰ প্ৰথম কৃতিত্ব

অসমক সুকীয়া প্ৰদেশ কংগ্ৰেছ কমিটি দিয়াৰ প্ৰস্তাৱ গ্ৰহণ কৰোৱাটো কংগ্ৰেছী বৰদলৈ ডাঙৰীয়াৰ প্ৰথম উল্লেখযোগ্য কাম। এই কৃতকাৰ্যতাত তেখেত

উৎসাহিত হ'ল। ইফালে দেশপ্ৰাণ চন্দ্ৰনাথে বৰদলৈ ডাঙৰীয়া আৰু বেৰিষ্টাৰ তৰুণৰাম ফুকন ডাঙৰীয়াক ওকালতি পৰিত্যাগ কৰি কংগ্ৰেছত একাণপতীয়াকৈ ধৰিবলৈ নেৰানেপেৰাকৈ লাগিয়েই আছিল। বৰদলৈ ডাঙৰীয়াই এতিয়া তেখেতৰ প্ৰচুৰ আৰু একমাত্ৰ আয়ৰ উৎস ওকালতি পৰিত্যাগ কৰে আৰু অসমৰ আন আইন ব্যৱসায়ীসকলকো ওকালতি পৰিত্যাগ কৰি কংগ্ৰেছৰ কামত আত্মনিয়োগ কৰিবলৈ আহ্বান জনায় আৰু এই আহ্বানত অসমৰ ভিন ভিন ঠাইৰ ভালেমান আইনজীৱিয়ে সঁহাৰি দিয়ে। চন্দ্ৰনাথ শৰ্মা, চলিহা আৰু বৰদলৈ ডাঙৰীয়াই প্ৰথম অসম প্ৰদেশ কংগ্ৰেছ কমিটি গঠন কৰি, জিলাই জিলাই ইয়াৰ শাখা-প্ৰশাখা স্থাপন কৰাত ব্ৰতী হয়। গুৱাহাটীত গঠিত এই প্ৰথম অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ কুলধৰ চলিহা ডাঙৰীয়া সভাপতি আৰু বৰদলৈ ডাঙৰীয়া সম্পাদক হয়। বৃটিছ গৱৰ্ণমেন্টৰ আমোলৰ শীৰ্ষস্থানীয় চৰকাৰী বিষয়া আৰু খিতাপধাৰী ৰায়বাহাদুৰ ফণীধৰ চলিহাৰ পুত্ৰ কুলধৰ চলিহা আৰু ৰায়বাহাদুৰ মাধৱচন্দ্ৰ বৰদলৈ ডাঙৰীয়াৰ পুত্ৰ নবীনচন্দ্ৰ বৰদলৈয়ে মহাত্মা গান্ধী তথা ভাৰতীয় জাতীয় কংগ্ৰেছৰ আহ্বানত অসমৰ কংগ্ৰেছৰ গুৰিয়াল হৈ সেই বিদেশী চৰকাৰৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰে। এই অভাৱনীয় ঘটনাত অসমবাসী জাগি উঠিল। বৰদলৈ ডাঙৰীয়াৰ ওজস্বিনী আৰু প্ৰাণস্পৰ্শী বক্তৃতাত হেজাৰ হেজাৰ লোক স্বৰাজ প্ৰতিষ্ঠাৰ কাৰণে মতলীয়া হৈ উঠিল। কেইমাহমানৰ পিচত তেখেতৰ সনিৰ্বন্ধ অনুৰোধত তৰুণৰাম ফুকন ডাঙৰীয়ায়ো ওকালতি পৰিত্যাগ কৰি কংগ্ৰেছৰ আন্দোলনত দেহে-কেহে যোগ দিয়েহি। অসমবাসীৰ আনন্দ-উৎসাহ দুগুণে বৃদ্ধি পালে। সেই বছৰতে (১৯২১) নিখিল ভাৰত কংগ্ৰেছ ৱৰ্কিং কমিটিয়ে প্ৰদেশ আৰু জিলা কংগ্ৰেছ কমিটিবিলাক পুনৰ্গঠিত কৰি নিৰ্দিষ্ট কাৰ্যসূচীমতে কাম কৰিবলৈ দিয়া নিৰ্দেশ অনুসৰি জুন মাহত অসম প্ৰদেশ কংগ্ৰেছ কমিটিখন পুনৰ্গঠন কৰা হয় আৰু তৰুণৰাম ফুকন ডাঙৰীয়া এই কমিটিৰ সভাপতি আৰু বৰদলৈ ডাঙৰীয়া প্ৰধান সম্পাদক নিৰ্বাচিত হয়। এই কমিটিয়ে ফুকন আৰু বৰদলৈ ডাঙৰীয়াৰ লগতে চন্দ্ৰনাথ শৰ্মা, কুলধৰ চলিহা আৰু পণ্ডিত কনকচন্দ্ৰ শৰ্মাক নিখিল ভাৰত কংগ্ৰেছ কমিটিলৈ সদস্য নিৰ্বাচিত কৰে আৰু এখেতসকলে নিখিল ভাৰত কংগ্ৰেছ কমিটিত যোগদান কৰি মহাত্মা গান্ধীক অসমলৈ নিমন্ত্ৰণ জনাই আহে। সেই যাত্ৰাতে দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মাৰ জ্বৰ হয় আৰু ঘূৰি আহি তেওঁ অসুস্থ হৈ পৰে আৰু প্ৰায় এবছৰৰ পিচত ১৯২২ চনৰ ২১ জুনৰ দিনা অসম মাতৃয়ে তেওঁৰ এই অমূল্য সম্পদটি হেৰুৱাব লগা হয়।

বৰদলৈ ডাঙৰীয়াই নিজৰ ঘৰতে প্ৰদেশ কংগ্ৰেছৰ অফিচ পাতি ফুকন আৰু চলিহা ডাঙৰীয়াৰ সৈতে কংগ্ৰেছে গ্ৰহণ কৰা মহাত্মা গান্ধীৰ নীতি আৰু কাৰ্যৰ আঁচনি মতে, বিলাতী বস্ত্ৰ বৰ্জন, স্বদেশী প্ৰচলন, খদ্দৰ উৎপাদন, মাদক

দ্ৰব্যৰ নিবাৰণ, কাউন্সিল, আইন-আদালত আৰু স্কুল-কলেজ বৰ্জন, মহকুমাই মহকুমাই, মৌজাই মৌজাই কংগ্ৰেছ কমিটি আৰু পঞ্চায়ত গঠন, কংগ্ৰেছৰ চান্দা আৰু সভ্য সংগ্ৰহৰ কামত লাগি গ'ল। তেখেতসকলৰ আহ্বান আৰু প্ৰেৰণাত ভালেমান উকীলে আৰু কিছু চৰকাৰী কৰ্মচাৰীয়েও ওকালতি আৰু চাকৰি পৰিত্যাগ কৰি আহি আন্দোলনত যোগ দিয়ে। কামৰূপ, নগাওঁ আৰু শিৱসাগৰ জিলাতে আটাইতকৈ বেছি কাম হৈছিল। যোৰহাটৰ অন্যতম বিশিষ্ট কংগ্ৰেছ-সেৱী স্বৰ্গীয় কৃষ্ণনাথ শৰ্মাৰ মতে ঃ

"গোটেই যোৰহাটতে কংগ্ৰেছৰ দহ-বাৰটা কেন্দ্ৰ স্থাপন কৰা হ'ল। স্থানীয় মৌজাত কংগ্ৰেছ কমিটি স্থাপন হ'ল। দুশ-আঢ়ৈশখন পঞ্চায়ত গঠিত হ'ল। কাছাৰীত গোচৰ নোহোৱা হ'ল। পঞ্চায়তৰাজ স্থাপন হোৱাৰ দৰে সেই সময়ত আমাৰ কংগ্ৰেছ কমিটিবোৰৰ শক্তি বৃদ্ধি কৰি দিছিল এই গাঁৱলীয়া পঞ্চায়তবোৰে। কংগ্ৰেছৰ স্বেচ্ছাসেৱক দলে দলে ভৰ্তি হ'ল। স্কুল-কলেজ এৰি অহা ল'ৰাবিলাকে গাঁৱে গাঁৱে সোমাই প্ৰচাৰ-কাৰ্যত ব্যস্ত হ'ল। এইদৰে অলপ সময়ৰ ভিতৰতে কংগ্ৰেছৰ বাৰ্ণী অসমীয়া মানুহৰ ঘৰে ঘৰে প্ৰচাৰ হ'ল। একো একোখন সভাত হেজাৰ হেজাৰ মানুহ গোট খায়। হিন্দু-মুছলমান আদি জাতি-বৰ্ণ-নিৰ্বিশেষে কংগ্ৰেছৰ কথা নিজৰ কথা যেন অনুভৱ কৰি সকলোৱে যোগদান কৰিছিল। —গোটেই যোৰহাট মহকুমাটোৰ গাওঁবোৰ আমি অলপ সময়ৰ ভিতৰতে কংগ্ৰেছ কমিটিৰ এলাকাৰ ভিতৰত সুমুৱাই ললোঁ। গাঁৱলীয়া ৰাইজে কংগ্ৰেছ বুলিলে নিজকে বুজিব লাগে—এইটো দঢ়াই দঢ়াই আমি বুজাবলৈ ধৰিলোঁ। আমাৰ অভাৱ-অভিযোগ, ভাত-কাপোৰৰ সমস্যা আমি নিজেই পূৰণ কৰিব লাগিব। কাজেই আমাৰ ৰাইজক সংঘবদ্ধ কৰিবৰ কাৰণে এনে এটা অনুষ্ঠান লাগে, যি গোটেই ভাৰতবৰ্ষৰ সাত লাখ গাঁৱৰ ৰাইজক একমন একপ্ৰাণ কৰি দেশৰ কামত লগাব পাৰে। সেই ৰাজনৈতিক অনুষ্ঠানটোৱেই কংগ্ৰেছ। কংগ্ৰেছে দুটা কাৰ্য-পদ্ধতি আমাৰ আগত দাঙি ধৰিছে—এটা ভগা, আনটো পতা - - - - - - ।"

এইদৰে ৰাইজক বুজোৱা আৰু কংগ্ৰেছৰ কাৰ্যত অনুপ্ৰাণিত কৰা আৰু আৱশ্যক হলে স্বৰাজ লাভৰ কাৰণে মহাত্মাই সংকল্প কৰাৰ দৰে ব্যাপক আইন অমান্য আন্দোলন কৰিবলৈ প্ৰস্তুত কৰা হৈছিল।

সেই বছৰৰে (১৯২১) ১৮ আগষ্টত মহাত্মা গান্ধী, মৌলানা মহম্মদ আলি, মৌলানা ছৌকাৎ আলি, যমুনালাল বাজাজ আৰু আন দুজনমান নেতাৰ সৈতে অসমলৈ আহে আৰু গুৱাহাটী, তেজপুৰ, নগাওঁ, যোৰহাট আৰু ডিব্ৰুগড়ত পৰিভ্ৰমণ কৰি তেওঁৰ তথা কংগ্ৰেছৰ নীতি আৰু কাৰ্যপন্থাৰ কথা প্ৰচাৰ কৰি যায়হি। গুৱাহাটীত মহাত্মা গান্ধী তৰুণৰাম ফুকন ভাণ্ডাৰীয়াৰ ঘৰত আলহী হয় আৰু

ফুকন ডাঙৰীয়াৰ চৌলতে ৰাজহুৱা সভাত ফুকন আৰু বৰদলৈ ডাঙৰীয়াৰ কেইবা হাজাৰো টকা মূল্যৰ বিদেশী কাপোৰৰ সাজ-পোছাকবোৰৰ সৈতে বিদেশী কাপোৰৰ স্তূপত তেওঁ "মৈঁ বিদেশী কাপড়াকে অগ্নি-সংস্কাৰকো পবিত্র কাম সমঝতা হুঁ" বুলি অগ্নি সংযোগ কৰে আৰু বৰদলৈ ডাঙৰীয়াৰ ঘৰৰ প্ৰদেশ কংগ্ৰেছ কমিটিৰ অফিচ পৰিদৰ্শন কৰে।

ইয়াৰ পিচত ৰাজ্যখনত কংগ্ৰেছৰ কাৰ্য দুগুণ জোৰেৰে চলিবলৈ ধৰে। বিলাতী কাপোৰৰ দোকান আৰু মদ, ভাং আৰু কানিৰ দোকানৰ আগত দলে দলে কংগ্ৰেছ স্বেচ্ছাসেৱকসকলে পিকেটিং কৰিবলৈ ধৰে আৰু মদ ভাং, কানিৰ প্ৰচলন খুব কমি আহে। কোৱা বাহুল্য যে ১৯২১ চনত অসমত প্ৰায় ১৩০০ মোন কানি বিক্ৰী হৈছিল আৰু ইয়াৰ বাবদ চৰকাৰে প্ৰায় ৪৪ লাখ টকা খাজনা অৰ্জন কৰিছিল। ইয়াৰ বাহিৰেও কানিৰ চোৰাং কাৰবাৰো ব্যাপক আছিল আৰু এই বৰবিহে অসমৰ কেইবালাখো মানুহক সৰ্বস্বান্ত কৰিছিল। চৰকাৰেও কংগ্ৰেছ অনুষ্ঠান আৰু কংগ্ৰেছ কৰ্মীসকলৰ ওপৰত দমন-নীতিৰ মাত্ৰা বৃদ্ধি কৰিবলৈ ধৰিলে। সৰু-বৰ দলে দলে কংগ্ৰেছ কৰ্মীক গ্ৰেপ্তাৰ কৰি জেলত ভৰোৱা হ'ল। কংগ্ৰেছৰ সভা-সমিতি নিষিদ্ধ কৰা হ'ল। কংগ্ৰেছ অফিচবিলাকৰ কিছুমানত তলা লগোৱা আৰু কিছুমান ভাঙি জ্বলাই দিয়া হ'ল।

১৯২১ চনৰ ৩০ নবেম্বৰৰ দিনা বৰদলৈ ডাঙৰীয়া আৰু ফুকন ডাঙৰীয়া দুয়োকো ফৌজদাৰী কাৰ্যবিধি আইনৰ ১০৮ ধাৰা অনুসাৰে গ্ৰেপ্তাৰ কৰা হয়। বোধহয় বৰদলৈ ডাঙৰীয়াক অগ্ৰজ আৰু এই মুক্তি যুঁজৰ আগৰণুৱা বুলিয়েই ডেৰ বছৰ আৰু ফুকন ডাঙৰীয়াক এবছৰ কাৰাদণ্ড বিহা হয়। তেওঁলোকৰ কাৰাবৰণে তেওঁলোকক অসমবাসীৰ অধিক আদৰ আৰু শ্ৰদ্ধাৰ পাত্ৰ কৰি তোলে। বৰদলৈ ডাঙৰীয়াক 'কৰ্মবীৰ' আৰু ফুকন ডাঙৰীয়াক 'দেশভক্ত' আখ্যাৰে ভূষিত কৰা হয়। সিফালে মহাত্মা গান্ধীয়ে ব্যাপক খাজনা বন্ধ আৰু আইন অমান্য আন্দোলনৰ সপেক্ষে গুজৰাটৰ বৰদলিত আইন অমান্য আন্দোলন প্ৰবৰ্তন কৰে। ইয়াৰ কেইদিনমানৰ পিচতে যুক্ত প্ৰদেশৰ (বৰ্তমান উত্তৰ প্ৰদেশ) চৌৰিচৌৰা নামে ঠাইত গাঁৱলীয়া ৰাইজে স্থানীয় পুলিচৰ অত্যাচাৰৰ প্ৰতিশোধকল্পে পুলিচ থানাখনত জুই জ্বলাই দিয়ে আৰু কেইজনমান পুলিচক পুৰি মাৰে। মহাত্মা গান্ধীয়ে চৌৰিচৌৰা গাঁৱৰ ৰাইজৰ এই অহিংসা-বিৰোধী কাৰ্যত ক্ষুণ্ণ হৈ আৰু অহিংসভাবে ব্যাপক আইন অমান্য আন্দোলন কৰিবলৈ জনসাধাৰণ প্ৰস্তুত হোৱা নাই বুলি অনুভৱ কৰি আইন অমান্য আন্দোলন স্থগিত ৰাখিলে। তথাপি মহাত্মা গান্ধীক গ্ৰেপ্তাৰ আৰু দীঘলীয়া কাৰাদণ্ড বিহা হ'ল।

মহাত্মাৰ এই কাৰ্যত আৰু বিশেষকৈ তেখেতৰ অনুপস্থিতিত দেশত কংগ্ৰেছ কৰ্মীসকলৰ মাজত এটা অৱসাদ আৰু কিংকৰ্তব্য বিমোৰ ভাব আহিল।

কংগ্ৰেছৰ ভিতৰত দুটা দলৰ উদ্ভৱ হ'ল। পণ্ডিত মতিলাল নেহৰু আৰু চিত্তৰঞ্জন দাসৰ নেতৃত্বত এটা দলে কংগ্ৰেছৰ কাউন্সিল বৰ্জনৰ সিদ্ধান্তৰ প্ৰতিকূলে আইন-সভাবিলাক যথাসম্ভৱ দখল কৰি সাংবিধানিক আৰু নিয়মতান্ত্ৰিকভাৱেই জনসাধাৰণৰ আৰু কংগ্ৰেছৰ আশা-আকাংক্ষা পূৰণৰ কাৰণে আন্দোলন কৰাৰ পোষকতা কৰে আৰু আন দলে শ্ৰীৰাজাগোপালাচাৰীৰ নেতৃত্বত তাৰ বিৰোধিতা কৰি কংগ্ৰেছে মহাত্মাৰ গঠনমূলক কাৰ্যৰ আঁচনিমতেই কাম কৰি যোৱাৰ পোষকতা কৰে। ১৯২২ চনৰ গয়া কংগ্ৰেছত অসমৰ শীৰ্ষস্থানীয় নেতা দেশভক্ত তৰুণৰাম ফুকন ডাঙৰীয়ায়ো দাস-নেহৰুৰ উপদলত যোগ দি কাউন্সিল প্ৰবেশৰ পোষকতা কৰিবলৈ ধৰে। কৰ্মবীৰ বৰদলৈ তেতিয়াও জেলত। দেশবন্ধু চিত্তৰঞ্জন দাসে নিজেই গয়া কংগ্ৰেছৰ সভাপতিত্ব কৰিছিল যদিও কংগ্ৰেছক তেওঁৰ প্ৰস্তাৱত সন্মত কৰাব নোৱাৰিলে। তেতিয়া তেওঁ আৰু পণ্ডিত মতিলাল নেহৰু প্ৰমুখ্যে নেতা-সকলে কংগ্ৰেছৰ বিৰোধাচৰণ কৰিও 'স্বৰাজ্য দল' নামে কাউন্সিল এছেম্বলীত সোমোৱাৰ পৃষ্ঠপোষক দল গঠন কৰে। দেশভক্ত ফুকন ডাঙৰীয়ায়ো এই দলত যোগ দিয়ে। ত্যেখেতৰ লগত স্বৰ্গীয় কুলধৰ চলিহা প্ৰমুখ্যে অসমৰ আন কেইজনমান বিশিষ্ট কংগ্ৰেছীয়েও এই স্বৰাজ্য দলত যোগ দিয়ে; কিন্তু সৰহ-ভাগেই সেই দলৰপৰা আঁতৰত থাকে। পিচত কৰ্মবীৰ বৰদলৈ ডাঙৰীয়াই জেলৰপৰা ওলাই আহি কাউন্সিল এছেম্বলীত সোমোৱাৰ বিৰোধী দলকে সমৰ্থন কৰে। কংগ্ৰেছ খণ্ডিত হৈ দুৰ্বল হৈ পৰে। মহাত্মা গান্ধীয়ে জেলৰপৰা মুক্তি পোৱাৰ পিচত স্বৰাজ্য দলকে কংগ্ৰেছত প্ৰাধান্য স্থাপন কৰিবলৈ দি তেওঁ-লোকৰ বিৰোধী কংগ্ৰেছী সদস্যসকলক কংগ্ৰেছৰ গঠনমূলক কামত লগাবলৈ তৎপৰ হয়। সেইমতে পিচৰ কাউন্সিল এছেম্বলীৰ নিৰ্বাচনত অসমৰ কেইবা-জনো কংগ্ৰেছী অসম কাউন্সিললৈ নিৰ্বাচিত হ'ল। যোৰহাটত দুখীয়া কিন্তু একনিষ্ঠ কংগ্ৰেছ কৰ্মী ৰোহিনীকান্ত হাতীবৰুৱাই ক্ৰোড়পতি চাহ খেতিয়ক ৰায়-বাহাদুৰ শিৱপ্ৰসাদ বৰুৱাৰ দৰে প্ৰতিদ্বন্দ্বীক পৰাজিত কৰিলে। দেশভক্ত ফুকন কেন্দ্ৰীয় এছেম্বলীলৈ নিৰ্বাচিত হ'ল। আনহাতে কৰ্মবীৰ বৰদলৈ, কৃষ্ণনাথ শৰ্মা, পণ্ডিত কনকচন্দ্ৰ শৰ্মা, শঙ্কৰচন্দ্ৰ বৰুৱা প্ৰমুখ্যে বিশিষ্ট কংগ্ৰেছসেৱীসকলে কংগ্ৰেছৰ গঠনমূলক কামত আত্মনিয়োগ কৰিলে। কৰ্মবীৰ বৰদলৈ আৰু কেই-জনমানে ওকালতিতো পুনৰ যোগ দিয়ে। বৰদলৈ ডাঙৰীয়াই এইবাৰ ডিব্ৰুগড়ত ওকালতি কৰিবলৈ লয়। অসহযোগ আন্দোলনত কলেজ এৰাই অনা নিজৰ ল'ৰা দুটিৰ এটিক মেডিকেল কলেজলৈ আৰু আনটিক যাদবপুৰ ইঞ্জিনিয়েৰিং কলেজলৈ পঠিয়ায়।

সেই সময়তে ছাত্ৰ আৰু যুৱপ্ৰেমিক বৰদলৈ ডাঙৰীয়াক শিৱসাগৰৰ অসম ছাত্ৰ সন্মিলনৰ নৱম অধিবেশনৰ সভাপতি পতা হয়। সেই সন্মিলনত

এজন ছাত্ৰ হিচাপে আমিও যোগ দিছিলোঁ আৰু দেখিবলৈ পাইছিলোঁ যে বৰদলৈ ভাওৰীয়াই সভাগৃহত প্ৰবেশ কৰাৰ লগে লগে সমবেত জনতাৰ "কৰ্মবীৰ বৰদলৈ ভাওৰীয়াৰ জয়" ধ্বনিৰ মাজতে ডেকা-বুঢ়া ভিন ভিন সম্প্ৰদায়ৰ কেইবাজনো লোকে তেখেতক শ্ৰদ্ধা-সম্ভাষণ জনাবলৈ আগবাঢ়ি গৈছে ; ডেকাকিজনে তেখেতৰ পদ স্পৰ্শ কৰিবলৈ অবগত হৈছে, দুই হাত মেলি আগবাঢ়ি যোৱা এজন মুছলমান ভদ্ৰলোকক তেখেতে বুকুত আকোৱালি ধৰিছে। পিচত জানিব পাৰিলোঁ যে তেওঁলোক আটাইকেইজনেই ইতিপূৰ্বে অসহযোগ আন্দোলনত জেল খোৱা তেখেতৰ সহকৰ্মী বা শিষ্য। সেই সন্মিলনৰ অভিভাষণত তেখেতে বৰ্তমান শিক্ষা-পদ্ধতিৰ অসম্পূৰ্ণতা আৰু ত্ৰুটীসমূহৰ কথা উল্লেখ কৰি ছাত্ৰসকলক আদৰ্শভ্ৰষ্ট নহ'বলৈ আৰু স্কুল-কলেজৰ ৪৫ মিনিটীয়া দৈনিক 'পেৰিয়ড'কেইটাত শিক্ষকসকলে দিয়া শিক্ষাৰ ওপৰতে নিৰ্ভৰ নকৰি স্বতন্ত্ৰভাৱেও শিক্ষাৰ আৰু জ্ঞানৰ সাধনা কৰিবলৈ আহ্বান কৰিছিল। তেখেতৰ অভিভাষণখন যেনে আবেগপূৰ্ণ তেনে সাৰগৰ্ভও হৈছিল। নিদৰ্শনস্বৰূপে তাৰ কিছু উদ্ধৃতি দিয়া হ'ল ঃ

"হে মোৰ প্ৰিয়তম বন্ধু আৰু আইদেউসকল ! কুমলীয়া তোমালোকক বন্ধু বুলি মাতিবলৈ কিমান ভাল লাগে মই ক'ব নোৱাৰোঁ। বৰ গৌৰৱেৰে কওঁ যে আজিও মোৰ ছাত্ৰ জীৱন শেষ হোৱা নাই। মোৰ জীৱনৰ মধ্যাহ্নত ছাত্ৰাবাস আৰু ছাত্ৰসকলৰ লগতে সদায় সম্বন্ধ ; আৰু আজি জীৱনৰ অপৰাহ্নত মোৰ দেশৰ ছাত্ৰসকলক লৈয়ে মোৰ জীৱনৰ খেলা। হে মোৰ দেশবাসীসকল মোক অকিঞ্চন বুলি মোৰ শত দোষ-ত্ৰুটী মাৰ্জনা কৰা। মোৰ শত অপৰাধ দোষ এৰি দিয়া। মই যে অতি দীন, অতি দুৰ্বল ! মই যে মোৰ হতভাগিনী দুখুনী আই ভিন্ন একো নেজানো।——মুক্তিত হেনো মানুহৰ বৰ আনন্দ ; স্বৰ্গ হেনো বৰ সুন্দৰ ! স্বৰ্গত স্বৰগবাসীয়ে কি কৰে ক'ব নোৱাৰোঁ ; মৰ্ত্যত যে মোৰ হিয়াৰ গোটেইখিনি প্ৰেম, মোৰ মনৰ সকলো মধুস্মৃতি, মোৰ বাল্য কালৰ আনন্দ, যৌৱনৰ প্ৰেম, বাৰ্ধক্যৰ বন্ধুত্ব---সকলোখিনি মোৰ জনমভূমি আই ! তোমাৰ লগতে সানি থোৱা। -----

"শিক্ষা কি ? পূৰ্ব কালত প্ৰথমে ঋষি গৃহত জ্ঞান আৰু ব্ৰহ্মচৰ্য শিক্ষাৰ পিচত প্ৰত্যেকে একোটা উদ্দেশ্য লৈ কাৰ্য কৰিছিল। শিক্ষা-দীক্ষাৰ পিচত সংস্কাৰাদি শেষ কৰি ব্ৰাহ্মণ কুমাৰে যাজন-যজন, অধ্যয়ন-অধ্যাপন, গৃহাশ্ৰম আৰু শেষত তপস্যা-আৰাধনাদি কৰিছিল। ক্ষত্ৰিয় কুমাৰে যুদ্ধ বিদ্যা, ৰাজ কাৰ্য ইত্যাদি শিকি সৈনিকৰ ব্যৱসায়, ৰাজ্য-চালনা ইত্যাদি কৰিছিল আৰু দৰ্কাৰ হলে দেশৰ নিমিত্তে, ধৰ্মৰ নিমিত্তে সন্মুখ সমৰত প্ৰাণ দিছিল। বৈশ্যকুমাৰে জ্ঞান উপাৰ্জনৰ পিচত অৰ্থকৰী বিদ্যা কোনো শ্ৰেষ্ঠীৰ লগত থাকি শিক্ষা কৰি, ব্যৱসায়-বাণিজ্য কৰি নিজৰ দেশখন ধন-বস্তুৰে ভৰপূৰ কৰি দিছিল। কিন্তু আজি আমাৰ

দেশত শিক্ষা ঠিক কঁঠালৰ আমসত্ব হোৱা নাইনে ? স্কুল-কলেজত শিক্ষা হয় জ্ঞানকৰী শিক্ষা। ল'ৰাই শ্যেক্সপিয়েৰ, কালিদাস, কলেয়াৰ, গেটেৰ কাব্য পঢ়ে, জ্যামিতি-ত্ৰিকোণামিতি পঢ়ে আৰু ক'ত যে কি মাতিব নোৱৰা নামৰ কিতাপ পঢ়ে তাৰ সীমা-সংখ্যা নাই। তাৰ পিচত এটা ডিগ্ৰী লৈয়ে হয় উকীল; নহয় কেৰাণী বা মাষ্টৰ কামলৈ দৰ্খাস্ত কৰে। প্ৰফেচাৰ হাকিম ইত্যাদি কাম অতি বিৰল। কেৰাণী-মাষ্টৰো এই দুৰ্দিনত অন্ন চিন্তা কৰোতে কৰোতে ইফালে সংসাৰ বাঢ়ি যায়। ঘোৰ দাৰিদ্ৰ্যৰ পীড়নত শ্যেক্সপিয়েৰ, মিল্টন কেনি উৰি যায়, তাৰ ঠিক নাই। শিকিবৰ দিনকেইটাত অৰ্থকৰী একো নিশিকিলে; কাজেই জীৱন ভাৰময় হয়। আমাৰ কৃতবিদ্য মানুহৰ ভিতৰত শতকৰা প্ৰায় ৯৯ জনৰে এই দশা। কাজেই যি শিক্ষা স্কুল-কলেজত হৈছে, সেই শিক্ষাক অৰ্থকৰী বিদ্যা বুলিব নোৱাৰি। পূৰ্বকালত জ্ঞানকৰী শিক্ষা যিসকলে শিকিছিল সেইসকলে আশ্ৰম নাইবা তপোবন পাতি দাৰিদ্ৰ্যক নিত্য-সহচৰ কৰি, আন আকাংক্ষাক একেবাৰে মনৰপৰা বিসৰ্জন দি কেৱল জ্ঞান-চৰ্চাতে মগ্ন হৈছিল। আজি কিন্তু জগতৰ অশেষ পৰিবৰ্তনৰ পিচত তেনে জীৱন সম্ভৱপৰ নহয়। তথাপি যিসকলে জ্ঞানকৰী বিদ্যা চৰ্চা কৰে, সেইসকলে হয় চিৰজীৱন স্বচ্ছলতাৰে কটাবলৈ সুবিধা পাব লাগে, নহলে সেইসকলৰ ঘৰত খাবলৈ থাকিব লাগে। সেই সকলৰদ্বাৰা নিশ্চয় জগতৰ বহুত কল্যাণ সাধন হয়। কাৰণ জ্ঞান জগতৰ অশেষ মঙ্গলকাৰী—শাশ্বত। কিন্তু যাৰ ঘৰত চৰু বহাই চাউলৰ নিমিত্তে দুখীয়া আই-বোপাই, ভাই-ভনী বহি আছে, সেইজন 'পাছ' কৰি আহি যেতিয়া উকীল হৈ ৫।৬ বছৰলৈকে সুদা হাতে, শুকান মুখেৰে কাছাৰীৰপৰা ঘৰলৈ ঘূৰি আহে, তেতিয়া একোটা ঘোৰ 'ট্ৰেজেডী', করুণ ৰসাত্মক অভিনয় দিনে দিনে অভিনীত হৈ থাকে। যেতিয়া বিশ্ববিদ্যালয়ৰ ভালকৈ 'পাছ' কৰা ল'ৰাই হাতত দৰ্খাস্ত লৈ অফিচে অফিচে ঘূৰি ফুৰে, অথচ এটা চাকৰি বহু বছৰৰ চেষ্টাৰ ফলতো নিমিলে, তেতিয়া মাক-বাপেক ইত্যাদি আশাধাৰী জীৱসকলৰ যে কি দুখ হয় আৰু কৃতবিদ্যজনৰ হিয়াত যে কি হাঁহাকাৰ উপস্থিত হয়, তাক অন্তৰ্যামী জনেহে জানে।

"ইয়াৰ কিবা প্ৰতিকাৰ আছেনে ? প্ৰাচ্য আৰু প্ৰতীচ্য দুয়ো বেলেগ। তথাপি মোৰ মনেৰে পূব আৰু পশ্চিমৰ মিলন অসম্ভৱ নহয়। পূবে যদি নিজৰ পূবত্ব ৰাখি পশ্চিমৰ ওখ ভাবখিনি ল'ব পাৰে, পশ্চিমৰ কাৰ্য-পদ্ধতিৰ আভাসখিনি লৈ তাকে নিজৰ কৰি ল'ব পাৰে, তেন্তে প্ৰাচ্য আৰু প্ৰতীচ্যৰ মহামিলন সেইখিনিতে হ'ব পাৰে আৰু ভাৰতৰো বহুত উপকাৰ হ'ব পাৰে। য়ুৰোপত বহুত ডাঙৰ ডাঙৰ মানুহ আজি কাগজবালা ল'ৰা, কাইলৈ ইঞ্জিন চাফা কৰা কাৰিকৰ আৰু পৰহিলৈ পাৰ্লামেণ্টৰ সদস্য হৈ তাৰ পিচত প্ৰাইম মিনিষ্টাৰ বা প্ৰধানমন্ত্ৰী হৈছে। প্ৰধানমন্ত্ৰী-জনে গৌৰব কৰে যে তেওঁ এজন মিস্ত্ৰিৰ তলত বাধ্য হৈ মিস্ত্ৰিৰ কাম শিকি

লাহে লাহে তেওঁৰ নিজৰ অৱস্থা ভাল কৰিছিল। অৱস্থা ভাল কৰিবলৈ তেওঁ ইঞ্জিন ড্ৰাইভাৰৰ 'এপ্ৰেনটিছ' হ'বলৈ লাজ কৰা নাছিল। লৰ্ড ৰীডিং আছিল এজন 'কেবিন বয়' অৰ্থাৎ জাহাজৰ কেবিন-বেহেৰা। আজি তেওঁ সেই কথা ক'বলৈ লাজ নেপায়। কিন্তু আমাৰ দেশত ২০১ টকীয়া কেৰাণীৰ ঘৰো ডাঙৰীয়াৰ ঘৰ, কিন্তু লাখপতি কাৰবাৰী মাথোন 'কেঞা বাবু'। ই এটা 'আইডিয়েল' বা ভাবৰ বিপৰ্য্যয়।

"প্ৰিয় ছাত্ৰ-ছাত্ৰীসকল। তোমালোকে এই আদহীয়াক খং নকৰিবা। তোমালোকৰ আজি ভাব, ভাষা, পোছাক, চৰিত্ৰ কিবা এটা আদৰাজী ভাবত পৰিপূৰ্ণ হৈ গৈছে। কোনো কোনো ঠাইত প্ৰাচ্যই প্ৰতীচ্যকো চেৰাবৰ মতলবহে কৰিছে। অতিশয় বিলাসৰ ভাব, সুখ-লিপ্সা প্ৰতীচ্যৰ। সেয়ে আহি তোমালোকক আৰু জনসাধাৰণক অধিকাৰ কৰিছেহি। 'ঘৰত নাই কণটো, বৰ সবাহলৈ মনটো'। আজি আমাৰ অৱস্থা ঠিক সেয়ে।——————"

## অসম কাউন্সিল আৰু পাণ্ডু কংগ্ৰেছৰ ভূমিকা

ইয়াৰ পিচত ১৯২৫ চনৰ জুন মাহত দেশবন্ধু চিত্তৰঞ্জন দাসৰ মৃত্যু হয়। দেশবন্ধু দাস বৰদলৈ ডাঙৰীয়াৰো বৰ বন্ধু আছিল আৰু কলিকতা হাইকৰ্টত তেওঁ-লোক দুয়ো একেলগেও বহুত ডাঙৰ ডাঙৰ গোচৰত ওকালতি কৰিছিল। তেওঁৰ মৃত্যুত বৰদলৈ ডাঙৰীয়া শোকত অভিভূত হয় আৰু 'অসমীয়া' (সাপ্তাহিক) কাকতত 'দেশবন্ধু স্মৃতি' শিতানত এটা আবেগভৰা প্ৰবন্ধত তেখেতে দেশবন্ধুৰ লগত তেখেতৰ বন্ধুত্ব আৰু তেওঁৰ ত্যাগ আৰু গুণ-গৰিমাৰ কথা বখানি শেহত ঘোষণা কৰে "দেশবন্ধুৰ জীৱিত কালত মই তেওঁৰ স্বৰাজ দলত যোগ দিয়া নাছিলো। তেওঁৰ মৃত্যুৰ পিচত মই আজি স্বৰাজিষ্ট।" ১৯২৬ চনৰ নিৰ্বাচনত অসম কাউন্সিলত সোমাই তেওঁ অনায়াসে স্বৰাজ দলৰ (কংগ্ৰেছ দলৰ) নেতা নিৰ্বাচিত হয় আৰু তিনি বছৰ ভিন ভিন বিষয়ক ওজস্বিনী আৰু মৰ্ম্মস্পৰ্শী বক্তৃতাৰে কাউ-ন্সিলখন মুখৰ কৰি ৰাখে। চৰকাৰৰ বৈষম্যমূলক খাজনা নীতি, কানিৰ প্ৰচলন, ঘাঁহ কৰ, গুৱালপাৰা প্ৰজাস্বত্ব বিল আদিৰ তেখেতে তীব্ৰ সমালোচনা কৰিছিল। ছিলেটত পুলিচ চাহাবে কোৰাণ ফলাৰ ঘটনা এটাৰ সম্পৰ্কে তেখেতে যি মৰ্ম্মস্পৰ্শী বক্তৃতা দিছিল, সেই বক্তৃতাই দৰ্শকৰ গেলেৰীত থকা য়ুৰোপীয়ান মহিলা সমন্বিতে বহুতৰ চকুপানী উলিয়াইছিল।

১৯২৬ চনৰে ডিচেম্বৰত গুৱাহাটী নগৰৰ সমীপৱৰ্তী পাণ্ডুত কংগ্ৰেছৰ ৪১ শ অধিবেশন হয়। তাৰ আগৰ বছৰত কানপুৰৰ অধিবেশনত কৰ্ম্মবীৰ বৰদলৈ ডাঙৰীয়াই নিজেই মহাত্মা গান্ধী আৰু পণ্ডিত মতিলাল নেহৰুক লগ ধৰি তেখেত-

সকলক কংগ্ৰেছৰ পিচৰ অধিবেশনৰ কাৰণে অসমৰ নিমন্ত্ৰণ গ্ৰহণ কৰিবলৈ খাটনি ধৰি, স্বৰ্গীয় কৃষ্ণনাথ শৰ্মা আৰু স্বৰ্গীয় ৰোহিনীকান্ত হাতীবৰুৱাক আনুষ্ঠানিকভাৱে সেই নিমন্ত্ৰণ জনাবলৈ ভাৰ দি আহিছিল। দেশভক্ত ফুকন ডাঙৰীয়াই নিজে লিখা-মতেই অসমলৈ কংগ্ৰেছক আমন্ত্ৰণ নকৰিবলৈ তেখেতে বৰদলৈ আৰু চলিহা ডাঙৰীয়াক বাৰে বাৰে অনুৰোধ কৰিছিল। কিন্তু বৰদলৈ ডাঙৰীয়াই নেমানিলে। তেখেতে উত্তৰ দিলে—"কিয় পাতিব নোৱাৰিম ফুকন! মানুহে কৰিব নোৱাৰা কাম কি আছে? অসমে যদি কংগ্ৰেছ পতাৰ দায়িত্ব ল'বলৈ সাহ কৰিব নোৱাৰে, স্বাধীন হ'বলৈ আশা কৰে কেনেকৈ? অসমৰ সন্মান থাকে ক'ত? অসমত কংগ্ৰেছৰ অধিবেশন পাতিব পাৰিলেহে অসমেও ভাৰতৰ ভিতৰত এখন শ্ৰেষ্ঠ আসন অধিকাৰ কৰিব পাৰিব।"

—এই বিষয়ে স্বৰ্গীয় কৃষ্ণনাথ শৰ্মাদেৱে লিখিছিল ঃ

"১৯২৬ চনত গুৱাহাটীত কংগ্ৰেছ পতাত কৰ্মবীৰ বৰদলৈ নথকা হ'লে কানপুৰ কংগ্ৰেছত ৰোহিনীকান্ত হাতীবৰুৱা আৰু এই অভাজনে কংগ্ৰেছ মহাসভা নিমন্ত্ৰণ কৰি অনাটো সম্ভৱ নহ'লহেঁতেন। কৰ্মবীৰ বৰদলৈয়ে যদি স্বৰ্গীয় মতিলাল নেহৰুৰ আগত অসমত কংগ্ৰেছ পতাৰ সমগ্ৰ ভাৰ তেওঁৰ নিজৰ গাত পাতি নললে-হেঁতেন, তেন্তে অসমীয়া জাতিৰ ভাগ্যত কোনো কালে কংগ্ৰেছ পতা হৈ নুঠিলেহেঁতেন।"

বৰদলৈ ডাঙৰীয়াই ডিব্ৰুগড় এৰি আহি পাণ্ডুত কংগ্ৰেছৰ এই অধিবেশন পতাত একান্তভাৱে মনোনিবেশ কৰেহি। তেখেত এই অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ প্ৰধান সম্পাদক নিৰ্বাচিত হয়। সভাপতি আৰু উপ-সভাপতি নিৰ্বাচিত হয় যথা-ক্ৰমে দেশভক্ত তৰুণৰাম ফুকন আৰু কুলধৰ চলিহা ডাঙৰীয়া। এই কংগ্ৰেছ অধিবেশনৰ সভাপতি আছিল শ্ৰীনিবাস আয়েঙ্গাৰ। মহাত্মা গান্ধী, মতিলাল নেহৰু, ছৰ্দাৰ বল্লভভাই পেটেল, ৰাজাগোপালাচাৰি, ডঃ ৰাজেন্দ্ৰ প্ৰসাদ, মৌলানা মহম্মদ আলি, মৌলানা চৌকত আলি, মৌলানা আজাদ শোভানী প্ৰমুখ্যে ভাৰতৰ শীৰ্ষস্থানীয় ৰাষ্ট্ৰীয় নেতাসকল এই অধিবেশনত সমবেত হৈছিল। কিন্তু দুৰ্ভাগ্যৰ বিষয় যে কৰ্মবীৰ বৰদলৈ আৰু দেশভক্ত ফুকন প্ৰমুখ্যে নেতাসকলে যথাসাধ্য চেষ্টা কৰা সত্ত্বেও এই অধিবেশনৰ কাৰণে আৱশ্যকীয় পৰিমাণৰ ধন সংগ্ৰহ কৰিব নোৱাৰিলে। ভাৰতৰ এমূৰীয়া আৰু অপৰিচিত ঠাই বুলি এই অধিবেশনলৈ ভাৰতৰ অন্যান্য প্ৰদেশৰপৰা বেছিসংখ্যক প্ৰতিনিধিও আহিল। তদুপৰি এই অধিবেশনৰ আগৰ বছৰৰপৰা প্ৰতিজন প্ৰতিনিধিৰ মাচুল আগৰ দহ টকাৰ পৰিবৰ্তে মাত্ৰ দুটকালৈ হ্ৰাস কৰা হৈছিল আৰু কংগ্ৰেছ অধিবেশনৰ শেহৰ দিনা সেই পুহ মাহতো সম্পূৰ্ণ অস্বাভাৱিক আৰু অপ্ৰত্যাশিতভাৱে ধাৰাসাৰে বৰষুণ হোৱাৰ কাৰণে শিবিৰত পানীৰ উপদ্ৰৱত বহুত প্ৰতিনিধিয়ে অভ্যৰ্থনা সমিতিৰ সেই নামমাত্ৰ 'ডেলিগেট ফী'ও

নিদিয়াকৈ আগতীয়াকৈ অধিবেশন পৰিত্যাগ কৰি ঘৰমুৱা হয়। এইবিলাক কাৰণত অভ্যৰ্থনা সমিতিৰ বহুত হেজাৰ টকা ঘাটি পৰে আৰু কৰ্মবীৰ বৰদলৈ, দেশভক্ত ফুকন প্ৰমুখ্যে অভ্যৰ্থনা সমিতিৰ ৰৰমূৰীয়াসকলে নিজৰ ঘৰ-মাটি বন্ধকত ৰাখি বহুত হেজাৰ টকা ধাৰ লৈ কাম সমাপ্ত কৰিব লগা হয় আৰু পিচত এই ঋণ পৰিশোধ কৰিব নোৱাৰাৰ কাৰণে তেওঁলোকৰ প্ৰায় সমুদায় মাটি-সম্পত্তি নিলামত যাব লগা হয়—ষি দুৰৱস্থাৰপৰা তেওঁলোকে শেহলৈকে উদ্ধাৰ হ'ব নোৱাৰিলে।

পাণ্ডু কংগ্ৰেছৰ পিচত এই দুৰৱস্থাৰ কাৰণেই কৰ্মবীৰ বৰদলৈ আৰু দেশ-ভক্ত ফুকন—অসমৰ এই দুইজন শীৰ্ষস্থানীয় নেতাই যথাক্ৰমে অসম কাউন্সিল আৰু কেন্দ্ৰীয় এছেম্বলীৰ বাহিৰে কংগ্ৰেছৰ সক্ৰিয় ভূমিকা পৰিত্যাগ কৰিব লগা হয়। ১৯২৯ চনত লাহোৰ কংগ্ৰেছে কংগ্ৰেছীসকলক কাউন্সিল-এছেম্বলী পৰিত্যাগ কৰি স্বাধীনতাৰ আন্দোলনত যোগ দিবলৈ কৰা আহ্বানত তেওঁলোকে পূৰ্ণ সঁহাৰি দিব নোৱাৰিলে। তেওঁলোক দুয়ো কংগ্ৰেছৰ সেই নিৰ্দেশমতে তেওঁলোকৰ কাউন্সিল আৰু এছেম্বলীৰ নিৰ্বাচনত স্বতন্ত্ৰ প্ৰাৰ্থী স্বৰূপে থিয় দিয়ে। ফুকন ডাঙৰীয়াই এই নিৰ্বাচনত জয়লাভ কৰি কেন্দ্ৰীয় এছেম্বলীৰ সদস্য হয়; কিন্তু বৰদলৈ ডাঙৰীয়াই পৰাজিত হৈ কৃষ্ণনাথ শৰ্মাদেৱে কোৱাৰ দ.ৰ "জাতো যোৱা পেটো নভৰা" অৱস্থা হয়।

বৰদলৈ ডাঙৰীয়াই যে পৰাপক্ষত কংগ্ৰেছৰ সক্ৰিয় ভূমিকাৰপৰা সেইদৰে আঁতৰি গৈছিল, তেনে নহয়। তেখেতে কংগ্ৰেছৰ এনে সক্ৰিয় ভূমিকা গ্ৰহণ কৰিব নোৱৰাত নিশ্চয় তেখেতৰ প্ৰাণে কান্দি আছিল। কিন্তু সেই সময়ত তেখেতৰ আৰ্থিক আৰু পাৰিবাৰিক অৱস্থা অত্যন্ত শোচনীয়। এগৰাকী বিধবা আৰু এগৰাকী অকালমৃতা স্নেহৰ জীয়েকৰ নাতি-নাতিনী প্ৰভৃতিৰ সৈতে তেখেতৰ বিৰাট পৰিয়াল। কিন্তু তেখেতৰ সুযোগ্যা বিধবা কন্যা শ্ৰীমতী নলিনীবালা দেৱীয়ে বৰ্ণনা কৰা মতেই ঘৰত মহা অৰ্থাভাব। "অসুস্থ শৰীৰে শ্ৰীযুতা মাতৃয়ে কোনোমতে ঘৰখন চলাইছিল। ল'ৰা দুটা নিবনুৱা, পিতৃহীন পাঁচোটা সন্তানেৰে সৈতে অনাথিনী কন্যাই আৰু মাউৰা ভাগিনীয়েক——————। ইকমিক কুকাৰত ৰন্ধা-বঢ়া কৰা হয়। কাপোৰ-কানিৰ ব্যয় সঙ্কোচনৰ কাৰণে এখন খদ্দৰৰ চুৰিয়া কাটি দুখন কৰি চুৰিয়াৰ দৰে পিন্ধিব পৰাকৈ লুঙ্গি চিলাই কৰি পিতৃ বৰদলৈদেৱে নিজে ব্যৱহাৰ কৰিছিল। তেখেতে জেলত থাকোতে নিজে বহুত মিহি সূতা কাটিছিল আৰু আমি পৰিয়ালৰ সূতা কাটি কাপোৰ বৈ কোনোমতে সংসাৰৰ কাপোৰৰ অভাব দূৰ কৰিব লগা হৈছিল। এনেকুৱা দিনো গৈছে, যেতিয়া খদ্দৰৰ চুৰিয়া কাটি গাৰুৰ গিলিপ, তনত পিন্ধা কূৰ্তা, সৰু ল'ৰা-ছোৱালীৰ কাপোৰ কৰি কোনোমতে ভদ্ৰতা ৰক্ষা কৰিব লগাত পৰিছিল। সেই দিনৰ দাৰিদ্ৰ্য ঢাকিবলৈ কৰা যত্ন আজিও এটি মনৰ পীড়াদায়ক স্মৃতি ———।"

## ১৯৩০-৩২ চনৰ আন্দোলনত

কিন্তু, ১৯৩০ চনৰ আন্দোলনৰপৰা আঁতৰি থাকিও বৰদলৈ ডাঙৰীয়াই অসমত সেই আন্দোলনৰ প্ৰেৰণা দি গ'ল বুলিব পাৰি। সেই আন্দোলনৰ আগে আগে তেখেতৰ ঘৰতে অসম কংগ্ৰেছৰ কৰ্তব্য নিৰ্ধাৰণ কৰিবলৈ পতা অসমৰ কংগ্ৰেছ কৰ্মীসকলৰ সন্মিলনত ফুকন আৰু বৰদলৈ ডাঙৰীয়াই যেতিয়া এই আন্দোলনত যোগ দিব বা দায়িত্ব গ্ৰহণ কৰিবলৈ অক্ষমতা প্ৰকাশ কৰিলে আৰু তেওঁলোকৰ সহকৰ্মীসকলে ইজনৰ পিচত সিজনে "তেন্তে অসমে এই আন্দোলনত যোগ নিদিয়াই ভাল' বুলি মন্তব্য কৰে আৰু তেওঁলোকৰ অবিহনে প্ৰদেশ কংগ্ৰেছ কমিটিৰ অস্তিত্বই বিপন্ন হ'ব লগা অৱস্থাৰ উদ্ভৱ হয়, তেতিয়া কৰ্মবীৰ বৰদলৈ ডাঙৰীয়াই তেখেতৰ অগ্নিবৰ্ষী ভাষাৰে নিবেদন কৰিলে : " - - - - - - এইটো যুক্তিসঙ্গত কথানে? আজি ফুকন-বৰদলৈ যেনিবা মৰিল, সেইবুলি অসমে স্বাধীনতাৰ যুদ্ধৰপৰা বিৰত হ'বনে? এই যুদ্ধত যোগ দিবলৈ অসমীয়া নোহোৱা হ'বনে? বৃটিছ সেনাপতি নেলছনে ফ্ৰান্সৰ লগত যুদ্ধত তেওঁৰ মৃত্যুৰ আগে আগে দৃপ্তকণ্ঠে ঘোষণা কৰিছিল যে এই বিপদৰ সময়ত ইংলণ্ডই প্ৰতিজন ইংলণ্ডবাসীক এই দেশ উদ্ধাৰৰ কাৰণে আহ্বান জনাইছে। তেওঁৰ সেই আহ্বানৰ প্ৰত্যুত্তৰ ইংলণ্ডবাসীয়ে কেনেকৈ দিলে আৰু নিজ দেশক কেনেকৈ জয়ী কৰিলে সেই কথা আপোনালোকে জানে। আজি অসম মাতৃয়েও অসম সন্তানৰ প্ৰতি তেনে আহ্বান কৰিছে। আপোনালোক কৰ্তব্যত আগুৱাই যাওক।"—তাৰ পিচত তৎক্ষণাত ডেকা নেতা বিষ্ণুৰাম মেধি প্ৰদেশ কংগ্ৰেছৰ সভাপতি আৰু ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা ইয়াৰ প্ৰধান সম্পাদক হ'বলৈ সন্মত হয়। এই নতুন কংগ্ৰেছ কমিটিয়ে কি কৃতিত্বৰে সেই আন্দোলন পৰিচালনা কৰিলে, সেইটো সকলোৱে জানে। কিন্তু এই অৱস্থাতো বৰদলৈ ডাঙৰীয়াই নিজৰ চৌলৰ সাধাৰণ ভাৰাঘৰকেইটা কংগ্ৰেছৰ স্বেচ্ছাসেৱকসকলক থাকিবলৈ দিছিল আৰু কংগ্ৰেছ কৰ্মীসকলৰ ওপৰত হোৱা গোচৰসমূহ পাৰ্যমানে আৰু বিনা মাচুলে তদ্বিৰ কৰিছিল। মহাদেৱ শৰ্মা ডাঙৰীয়াই লিখামতে এই সময়তে বৰদলৈ ডাঙৰীয়াই চাৰিটা ৰাজনৈতিক মোকৰ্দমাৰ (১২৪ ধাৰা আৰু ১০৮ ধাৰাৰ) আচামী পক্ষ সমৰ্থন কৰিবলৈ তেজপুৰলৈ গৈছিল। মোকৰ্দমাকেইটাই তেজপুৰত যথেষ্ট চাঞ্চল্যৰ সৃষ্টি কৰিছিল আৰু ২০।২৫ মাইল দূৰৰপৰাও কংগ্ৰেছ সেৱকসকল ৰাতি থকাকৈ আহিও এই মোকৰ্দমা চাইছিলহি। তেওঁলোকৰ এদলে বৰদলৈ ডাঙৰীয়াক স্বৰ্গীয় পৰমানন্দ আগৰৱালাৰ ঘৰত অভিবাদন জনাবলৈ হাতত ফুলৰ মালা লৈ গৈ চোতালত থিয় হ'লগৈ। কিন্তু বৰদলৈ ডাঙৰীয়াই তেওঁলোকক ধন্যবাদ দিয়াৰ পৰিবৰ্তে ফুলৰ মালা দলিয়াই পেলাই টান কথাহে শুনাই দিলে। সকলোৱে তেখেতৰ এই কাৰ্যত বিস্ময় মানিলে; কিন্তু কোনেও একো ক'বলৈ সাহ নকৰিলে। তেখেতৰ খং মাৰ যোৱাৰ পিচত

তেওঁ লোকক আত্মধিক্কাৰৰ সুৰত ক'লে যে, তেওঁ আজি দেশসেৱক বা জননেতা-ৰূপে তেওঁপুৰলৈ অহা নাই—আহিছে মাত্ৰ এজন উকীল হিচাপে। গতিকে তেওঁ কংগ্ৰেছ সেৱকসকলৰ এনে সন্মানৰ অধিকাৰী নহয়।

এই ঘটনাৰপৰাই কৰ্মবীৰ বৰদলৈ ডাঙৰীয়াৰ কৰ্তব্যবোধ আৰু দেশৰ কামত যথোচিত অংশ গ্ৰহণ কৰিব নোৱৰাৰ কাৰণে তেখেতৰ অন্তৰৰ বেদনা ভালকৈ প্ৰকাশ পাইছে।

কিন্তু ঘৰৰ এনে দুৰৱস্থাৰ মাজতো কৰ্মবীৰ বৰদলৈ ডাঙৰীয়া কংগ্ৰেছৰ আনুষ্ঠানিক আৰু সক্ৰিয় ভূমিকাৰপৰা সৰহ দিন আঁতৰি থাকিব নোৱাৰিলে। ১৯৩১ চনত তেখেতে গুৱাহাটী জিলা কংগ্ৰেছ কমিটিৰ সভাপতি পদ গ্ৰহণ কৰে আৰু ১৯৩২ চনৰ ১৩ এপ্ৰিলৰ জালিয়ানৱালাবাগ দিবসৰ দিনা গুৱাহাটীত তেখেতৰ ঘৰৰ ওচৰৰ জিলা কংগ্ৰেছ কমিটিৰ প্ৰাঙ্গনত কংগ্ৰেছ সেৱকসকলে আনুষ্ঠানিক-ভাৱে জাতীয় পতাকা উত্তোলন আৰু অভিবাদন কৰাত পুলিচৰ ডেপুটী চুপাৰিণ্টেণ্ডেণ্ট সশস্ত্ৰ পুলিচ বাহিনী লৈ হস্তক্ষেপ কৰিবলৈ অহা দেখি তেওঁৰ বিদ্ৰোহী মন থিৰেৰে থাকিব নোৱাৰিলে। তেওঁ লৰালৰিকৈ ঘৰৰপৰা সাজি-কাচি ওলাই আহি স্বেচ্ছাসেৱক বাহিনীৰ আগত জাতীয় পতাকাৰ গুৰিত থিয় দিলেহি আৰু এটা ব্যক্তিগত কম্পাউণ্ডত কংগ্ৰেছ সেৱকসকলে জাতীয় পতাকা অভিবাদন কৰাত এইদৰে বাধা দিবলৈ অহাত ডেপুটী চুপাৰিণ্টেণ্ডেণ্টৰ ওচৰত প্ৰতিবাদ কৰিলে আৰু পতাকা-উত্তোলন কৰিলে। বৰদলৈ ডাঙৰীয়াৰ নিজৰ বিবৃতি মতে "ডেপুটী চুপাৰিণ্টেণ্ডেণ্টজনে তেওঁ ১৪৪ ধাৰাৰ বলত তালৈ যোৱা বুলি ক'লে; আৰু ডেপুটী কমিছনাৰৰ হুকুমমতে আমাক গ্ৰেপ্তাৰ কৰিম বুলি ক'লে আৰু আমাক সকলোকে গ্ৰেপ্তাৰ কৰি জেললৈ নিলে। তাৰ পিচত সম্ভৱতঃ ডেপুটী কমিছনাৰে শ্বিলঙলৈ টেলিগ্ৰাম কৰিলে। ফলত দিনান্তে আমাক খালাচ দিয়া হ'ল।" ইয়াৰ এসপ্তাহৰ পিচতে বৰদলৈ ডাঙৰীয়াক বে-আইনী স্বেচ্ছাসেৱকসকলৰ নেতা হোৱাৰ অপৰাধত গ্ৰেপ্তাৰ কৰা হ'ল। তেখেতে নিজে কোৱামতেই "কিন্তু মই স্বেচ্ছাসেৱক-সকলৰ নেতা নাছিলো। অৱশ্যে জিলা কংগ্ৰেছ কমিটিৰ সভাপতি আছিলো। বিচাৰত মোৰ তিনিমাহ ফাটেক হ'ল। বিচাৰকজন বৰ ভাল মানুহ আছিল। তেখেতে হুকুমত লিখিলে 'মিঃ বৰদলৈ বহুত ৰাজহুৱা কামত সংশ্লিষ্ট আছে। তেখেত স্বেচ্ছাসেৱক দলৰ নেতা নহয় আৰু তেখেতৰ বক্তৃতাও দোষজনক হোৱা নাই। তথাপি তেখেত যেতিয়া অনুষ্ঠানৰ কৰ্তা, সেই কাৰণে তেখেতক তিনিমাহ সশ্ৰম ফাটেক দিয়া হ'ল আৰু ছিলেট জেইললৈ পঠিওৱা হ'ল।' মই অৱশ্যে আগৰ-দৰেই ডেৰ-দুবছৰৰ আশা কৰিছিলো।"

১৯৩২ চনতেই বৰদলৈ ডাঙৰীয়া গুৱাহাটী লোকেল বৰ্ডৰো চেয়াৰমেন হয় ইয়াৰ (আগতে তেখেত গুৱাহাটী মিউনিচিপেল বৰ্ডৰো সদস্য আছিল) আৰু গুৱাহাটী

মহকুমাৰ বিভিন্ন অংশত ভালেমান ৰাস্তা, দলং আৰু স্কুল নিৰ্মাণ কৰে। পিচপৰা আৰু আওহতীয়া অঞ্চলবিলাকৰ যাতায়াত, শিক্ষা, খোৱাপানীৰ ব্যৱস্থা আদিত তেখেতে বিশেষভাৱে মনোযোগ দিছিল। মহাত্মা গান্ধী তথা অন্যান্য নেতাসকলৰ লগত ভাৰতৰ দাবী সম্পৰ্কে এটা আপোচ মীমাংসাৰ কাৰণে লণ্ডনত বৃটিছ গবৰ্ণমেণ্টে পতা ঘূৰণীয়া মেজমেল ব্যৰ্থ হোৱাৰ আৰু ১৯৩২ চনৰ আইন অমান্য আন্দোলন শাম কটাৰ পিচত কংগ্ৰেছত পুনৰ কিছু মতানৈক্যই দেখা দিয়ে আৰু অবসাদ আহে। প্ৰধান মন্ত্ৰী মিঃ মেকডোনাল্ডৰ নেতৃত্বত বৃটিছ গবৰ্ণমেণ্টে ভাৰতৰ হিন্দু-মুছলমান উভয় সম্প্ৰদায়ৰ উপৰিও হিন্দু সম্প্ৰদায়ৰ ভিতৰতে উন্নত-অনুন্নতৰ মাজত বিভেদ সৃষ্টি কৰি ভাৰতৰ স্বাধীনতাৰ দাবী নুই কৰিবলৈ প্ৰয়াস পায় আৰু তেওঁলোকৰ এই অভিসন্ধিত কিছুমান মুখীয়াল ভাৰতীয় লোকেও সহযোগিতা কৰে।

১৯৩৪ চনৰ ডিচেম্বৰত কেন্দ্ৰীয় আইন সভাৰ (লেজিছলেটিভ এছেম্বলিৰ) নিৰ্বাচন হয়। কংগ্ৰেছে এই নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিবলৈ সিদ্ধান্ত কৰে। অসম উপত্যকা বা খাচ অসম সমষ্টিৰ প্ৰাৰ্থীপদৰ কাৰণে কৰ্মবীৰ বৰদলৈ আৰু কুলধৰ চলিহা ডাঙৰীয়াই প্ৰদেশ কংগ্ৰেছৰ ওচৰত আবেদন কৰে। পিচত তেজপুৰত হোৱা প্ৰদেশ কংগ্ৰেছ কমিটিৰ অধিবেশনত চলিহা ডাঙৰীয়াই বৰদলৈ ডাঙৰীয়াৰ লগত পোনপটীয়াভাৱে আলোচনা কৰি, তেখেতৰ 'অগ্ৰজপ্ৰতিম বৰদলৈ ডাঙৰীয়াৰ সপক্ষে' তেখেতৰ নিজৰ আবেদন প্ৰত্যাহাৰ কৰে আৰু বৰদলৈ ডাঙৰীয়া সৰ্বসম্মতিক্ৰমে এই সমষ্টিৰ কংগ্ৰেছ প্ৰাৰ্থী মনোনীত হয়। দেশভক্ত ফুকন ডাঙৰীয়াই ১৯২৯ চনৰপৰা কংগ্ৰেছৰপৰা আঁতৰি, কেন্দ্ৰীয় এছেম্বলিত স্বতন্ত্ৰ সদস্য স্বৰূপে এই সমষ্টিৰ প্ৰতিনিধিত্ব কৰি থকাৰ কথা আগতে কোৱা হৈছে। তেখেত এই নিৰ্বাচনত পণ্ডিত মদন মোহন মালব্য আৰু মাধৱ শ্ৰীহৰি আনেৰ নেতৃত্বত মিঃ মেকডোনাল্ডৰ উল্লিখিত সাম্প্ৰদায়িক বৈষম্যমূলক নীতিৰ প্ৰতিবাদত গঠিত কংগ্ৰেছ নেশ্যনেলিষ্ট পাৰ্টীৰ প্ৰাৰ্থী মনোনীত হৈ কৰ্মবীৰ বৰদলৈৰ লগত প্ৰতিদ্বন্দ্বিতাৰ সন্মুখীন হয়। অসমৰ ৰাজনৈতিক বুৰঞ্জীত ইয়াৰ সৰ্বপ্ৰধান আৰু শীৰ্ষস্থানীয় নেতা দুজনৰ এই নিৰ্বাচনী প্ৰতিদ্বন্দ্বিতা এক দুখজনক কিন্তু শিক্ষাপ্ৰদ ঘটনা। বাগ্মিতা আৰু ব্যক্তিত্বত ফুকন ডাঙৰীয়া বৰদলৈ ডাঙৰীয়াতকৈও একাঠি চৰাহে, বুদ্ধি আৰু চতুৰতাতো। এই প্ৰতিদ্বন্দ্বিতাত স্বাভাৱিকতে দেশভক্ত ফুকনৰ অনুগত কিছু পুৰণি কংগ্ৰেছ কৰ্মীয়েও তেখেতৰ পক্ষাবলম্বন কৰিছিল। কিন্তু নিৰ্বাচনত কৰ্মবীৰ বৰদলৈ ডাঙৰীয়াই বিপুল ভোটাধিক্যত জয়লাভ কৰে।

## কেন্দ্ৰীয় আইন সভাত কৃতকাৰ্যতা

কেন্দ্ৰীয় আইন সভাতো বৰদলৈ ডাঙৰীয়াৰ অসম কাউন্সিলত দিয়াৰ দৰে প্ৰতিভাৰ চিনাকি দিবলৈ সৰহ সময় নেলাগিল। নতুন কেন্দ্ৰীয় আইন সভা বহাৰ

আগে আগেই বঙ্গদেশৰ জাতীয়তাবাদী নেতা আৰু বিখ্যাত আইনজীৱী শৰৎচন্দ্ৰ বসুক (সুভাষচন্দ্ৰ বসুৰ ককাইদেৰেক) এখন অন্যায় আৰু জৰুৰী আইনৰ বলত গ্ৰেপ্তাৰ কৰি আটকবন্দী কৰা হৈছিল। তেওঁ এই আইন সভালৈ নিৰ্বাচিতো হৈছিল। বৰদলৈ ডাঙৰীয়াই ততালিকে কলিকতা হাইকৰ্টৰ তেখেতৰ সহচৰ বন্ধু শ্ৰীবসুৰ এই স্বেচ্ছাচাৰী গ্ৰেপ্তাৰৰ প্ৰতিবাদকল্পে এছেম্বলিত এটা জৰুৰী প্ৰস্তাৱ তোলাৰ জাননী দিয়ে আৰু এই প্ৰস্তাৱ আলোচনাৰ কাৰণে গৃহীত হয়। এই প্ৰস্তাৱ উৎথাপন কৰি বৰদলৈ ডাঙৰীয়াই যি যুক্তিপূৰ্ণ আৰু ওজস্বিনী বক্তৃতা দিলে (এই প্ৰস্তাৱ পৰিষদত গৃহীত হয়), সেয়ে তেওঁক কংগ্ৰেছ দলৰ এজন অগ্ৰগণ্য সদস্য স্বৰূপে প্ৰতিষ্ঠিত কৰিলে। তেখেত এই দলৰ কাৰ্যকৰী কমিটিৰ সদস্য নিৰ্বাচিত হয়। নিখিল ভাৰত কংগ্ৰেছ ৱাৰ্কিং কমিটিলৈকো তেখেতে বিশেষভাবে আমন্ত্ৰিত সদস্য হ'ল। ইয়াৰ পিচত কেন্দ্ৰীয় পৰিষদত তেখেতে অসমৰ তথা ভাৰতৰ নানান সমস্যাৰ সমাধান সম্পৰ্কে দিয়া সাৰগৰ্ভ আৰু তেজস্বী বক্তৃতাৱলীয়ে তেখেতক এজন চৰকাৰ পক্ষয়ো গুৰুত্ব দিব লগা সদস্য স্বৰূপে সুপ্ৰতিষ্ঠিত কৰিলে। তেখেতৰ খ্যাতি সমগ্ৰ দেশত প্ৰচাৰিত হ'ল। ১৯৩৫ চনৰ ছেপ্তেম্বৰৰ অধিবেশনত ১৯০৮ চনৰ স্বেচ্ছাচাৰী ফৌজদাৰী আইন উঠাই দিবলৈ উৰিষ্যাৰ কংগ্ৰেছ নেতা শ্ৰীবি দাসে উৎথাপন কৰা ১৯০৮ চনৰ ফৌজদাৰী আইন সংশোধনী বিলৰ আলোচনাত বৰদলৈ ডাঙৰীয়াই ২৩ আৰু ২৪ ছেপ্তেম্বৰত দিয়া বক্তৃতা বিশেষ উল্লেখযোগ্য। সেই বক্তৃতাত বৰদলৈ ডাঙৰীয়াই কৈছিল ঃ

"- - - - - - আইন সচিব মহোদয়ে ১৯০৮ চনৰ ফৌজদাৰী আইন উঠাই দিয়াৰ বিপক্ষে বঙ্গদেশৰ ঘটনাৱলীতে তেওঁৰ বক্তৃতা সীমাবদ্ধ কৰিছিল। মহোদয়! মই যদিও বঙালী নহওঁ, তথাপি মই মোৰ জীৱনৰ বহুখিনি সময় বঙ্গদেশত কটাইছো আৰু ১৮৯৩ চনৰপৰা ১৯১৫ চনলৈকে বঙ্গদেশতে আছিলো। সেই কাৰণে মই এজন নিৰপেক্ষ দৰ্শক হিচাপে বঙ্গদেশৰ আত্মা কেনেকৈ জৰ্জৰিত হৈছে, সেইটো ভালকৈ চাবৰ সুবিধা পাইছিলো আৰু বঙ্গদেশৰ ওপৰত কেনেকৈ নিষ্ঠুৰ অত্যাচাৰ কৰা হৈছে, তাকো দেখি আহিছো। কিন্তু বঙ্গদেশৰ কথা আৰম্ভ কৰাৰ আগতে মই মোৰ অসম প্ৰদেশৰ কিছুমান ঘটনাৰ কথা উল্লেখ কৰিম আৰু দেখুৱাম---কেনেকৈ পুলিচ আৰু মেজিষ্ট্ৰেটে আইন আৰু শৃংখলাৰ নামত বে-আইনী কাম কৰে। তেনে অসংখ্য ঘটনাৰ ভিতৰত মই মাথোন কেইটামান ইয়াত উল্লেখ কৰিম।

"অসমে অৰাজকতা বা বিপ্লৱৰ কথা আগেয়ে কেতিয়াও নাজানিছিল। কিন্তু অমৃতসৰত এজন য়ুৰোপীয় মিলিটেৰী কৰ্মচাৰীয়ে মুনিহ-তিৰোতা, আৰু ল'ৰা-ছোৱালীৰ ওপৰত নিৰ্মমভাৱে গুলী চলাই কৰা হত্যাকাণ্ডৰ পিচত যেতিয়া সমগ্ৰ ভাৰতবৰ্ষ জুৰি আন্দোলনৰ সৃষ্টি হ'ল, তেতিয়া অসমেও সেই আন্দোলনৰপৰা

বাহিৰত থাকিব নোৱাৰিলে। মৱো এটা ৰাজভক্ত পৰিয়ালৰ মানুহ আৰু নিজেও ৰাজভক্ত আছিলো। মই খোৱা-লোৱা, পিন্ধা-উৰা সকলো বিষয়তে চাহাব আছিলো। কিন্তু যেতিয়া মই সেই নিষ্ঠুৰ ঘটনাৰ কথা শুনিলো আৰু যেতিয়া ডঃ ৰবীন্দ্ৰ নাথ ঠাকুৰৰ বিবৃতি আৰু তেখেতে নিজৰ 'নাইট' উপাধি ইস্তফা দিয়াৰ কথা পঢ়িলো, তেতিয়াই মই মোৰ চাহাবী চলন-ধৰণ এৰি পেলালো আৰু তেতিয়াই মোৰ জ্ঞান হ'ল যে যিমানেই শাসকৰ চলন-ধৰণ অনুকৰণ নকৰক কিয়—দাস সদায় দাসেই ( A slave is a slave )। তেতিয়াই মহাত্মা গান্ধীয়ে নেতৃত্ব ল'বলৈ ওলাই আহে আৰু কয় যে এটা পৰাধীন জাতিৰ পক্ষে তাৰ ওপৰত কৰা অন্যায়-অত্যাচাৰৰ প্ৰতিকাৰ কৰিবলৈ আইন অমান্য, অসহযোগ, অহিংস অসহযোগৰ বাহিৰে আন উপায় নাই। ("শুনক, শুনক" ধ্বনি)।

"মই আজিও অহিংস অসহযোগত সম্পূৰ্ণ আস্থাবান। মই মহাত্মা গান্ধীৰ এজন সামান্য সেৱক আৰু মোৰ বিশ্বাস, গৱৰ্ণমেণ্টৰ আৰু বঙালী কিছুমানৰ দ্বাৰা অনুষ্ঠিত হিংসাত্মক কাৰ্যৰ বাবে যিসকলে বেছি অনুভৱ কৰে, তেওঁলোকৰ ভিতৰত মৱো এজন। মই এই লোকসকলৰ কাৰ্যৰ প্ৰশংসা নকৰো। কিন্তু প্ৰশ্ন হৈছে—তেওঁলোকে নৰহত্যা কৰে কিয় ?

"মোৰ নিজৰ প্ৰদেশত ১৯২১ চনত হঠাতে এদিন দেখো 'অসম গেজেট'ত গোটেই প্ৰদেশ জুৰি স্বেচ্ছাসেৱক সংঘবিলাক বে-আইনী ঘোষণা কৰা হৈছে। গেজেটত সেই জাননী প্ৰকাশ হোৱাৰ পিচৰ পৰাই অত্যাচাৰ আৰম্ভ হ'ল। দলে দলে মানুহ ফাটেকলৈ পঠিওৱা হ'ল ; নেতাসকল সকলোকে ফাটেকত দিয়া হ'ল। তাৰ পিচত কি অত্যাচাৰ অনুষ্ঠিত হ'ল, তাৰে কেইটামান মই ইয়াত উল্লেখ কৰিম।

"মই যোৰহাট জেইলত থাকোতে কিছুমান হিন্দু আৰু মুছলমান স্বেচ্ছাসেৱকে একেলগে যোৰহাট নগৰৰপৰা চাৰিমাইলমান দূৰত বাহৰ পাতি আছিল। মুছলমানসকলে কোৰাণ ছৰিফ পাঠ কৰিছিল আৰু হিন্দুসকলে উপাসনা কৰিছিল। এনেতে এদল গুৰ্খা চিপাহী আহি ঘৰটো জুই লগাই পুৰি পেলায় আৰু বেচেৰা স্বেচ্ছাসেৱকসকলে কোনোমতেহে প্ৰাণ ৰক্ষা কৰি তাৰপৰা ওলাই আহিব পাৰিছিল। গুৰ্খা চিপাহীসকলক পৰিচালনা কৰা পুলিচ বিষয়াজন আছিল এজন ঘোষ আৰু ডেপুটী মেজিষ্ট্ৰেটজন আছিল এজন য়ুৰোপীয়ান। ইয়াৰ বাহিৰেও অসংখ্য কংগ্ৰেছ অফিচ গুৰ্খাবিলাকে ভাঙি পেলায় আৰু জুই লগাই পোৰে। এইবিলাক গৃহদাহ অপৰাধ ( arson case ) নহয়নে ? উত্তৰ লক্ষীমপুৰত এজন স্বেচ্ছাসেৱকে বিয়াৰ হোমত বহোতেই পুলিচে পৈ তেওঁক গ্ৰেপ্তাৰ কৰাত তেওঁ ভাবী ঘৈণীয়েকৰ কামত নিজৰ ফটো এখন থৈ পুলিচৰ লগত যায়। পুলিচে তেওঁক

বিয়া কৰাবৰ সময়খিনিও নিদিলে। এইবিলাক ক্ষেত্ৰত ১৯০৮ চনৰ ফৌজদাৰী আইন ঠিকমতে প্ৰয়োগ কৰা হৈছিলনে? মই ভাতি কওঁ যে অসমৰ স্বেচ্ছাসেৱকসকলে হিংসাৰ আশ্ৰয় লোৱা বুলি কোনেও ক'ব নোৱাৰে। তথাপি তেওঁলোকৰ ওপৰত এনে অত্যাচাৰ কৰা হৈছিল কিয়? ১৯২১ চনত এজন চিভিলিয়ান কৰ্মচাৰীয়ে এদল গুৰ্খা চিপাহী লৈ বৰকোত জৰিমানা আদায় কৰিবলৈ গৈছিল। বৰকো অসহযোগ আন্দোলনৰ এটা কেন্দ্ৰ আছিল। যিসকলে জৰিমানা দিবলৈ সন্মত নহ'ল তেওঁলোকক পানীত বান্ধি সুৰুযমুখে থিয় কৰি ৰখা হৈছিল ("শ্বেইম, শ্বেইম" ধ্বনি)। ১৯০৮ চনৰ ফৌজদাৰী আইনে এইবিলাক অত্যাচাৰ কৰিবলৈ দিছেনে? ছিলেটত এজন পুলিচ কৰ্মচাৰীয়ে এদল গুৰ্খা চিপাহীক লগত লৈ এজন মুছলমানৰ ঘৰত সোমাই তেওঁৰ আন সা-সম্পত্তি নষ্ট কৰাৰ উপৰিও কোৰাণ এখনো ফালি পেলাইছিল। এখন বাতৰি কাকতত এই কথা লিখাত তাৰ সম্পাদকজনক আদালতত অভিযুক্ত কৰা হ'ল। অৱশ্যে এজন বিচাৰকে ঘটনাস্থললৈ গৈ তদন্ত কৰি ঘটনাটো সত্য বুলি প্ৰমাণ পোৱাত সম্পাদকজনক খালাচ দিয়া হয়। এই বিষয়ে অসম কাউন্সিলত এটা গৰিহণাৰ প্ৰস্তাৱো গৃহীত কৰা হৈছিল। এজন কনিষ্টবলক য়ুৰোপীয়ান বিষয়া এজনৰ কথা নুশুনাৰ কাৰণে গুলীয়াই মৰা হয় বুলিও প্ৰকাশ হৈছিল। ১৯২৪ চনৰ অসম কাউন্সিলৰ কাৰ্য বিৱৰণীতে এইবিলাক কথা পাব। ডেপুটী কমিছনাৰ আৰু সেই সময়ৰ অসম চৰকাৰৰ চীফ্ ছেক্ৰেটৰীয়ে এইবিলাক কথা নুই কৰা নাছিল। তেওঁ এইবিলাক কথা পাহৰি যাবলৈহে আমাক কৈছিল। এইদৰে ১৯০৮ চনৰ ফৌজদাৰী আইনৰ অপব্যৱহাৰ কৰা হৈছে।

"তাৰ পিচত ১৯৩০ চনৰ আন্দোলনৰ দিনৰ দুটামান ঘটনাৰ কথা আপোনালোকৰ আগত দাঙি ধৰোঁ। অসম কাউন্সিলৰ বিৰোধী দলৰ উপ-দলপতি ব্ৰজেন্দ্ৰনাৰায়ণ চৌধুৰী এজন জমিদাৰ আৰু জনপ্ৰিয় লোক। তেখেত আৰু এই পৰিষদৰ মোৰ মাননীয় বন্ধু শ্ৰীবসন্তকুমাৰ দাসে সেই সময়ত এটা শোভাযাত্ৰাৰ নেতৃত্ব কৰি গৈছিল। পুলিচে তেওঁলোকক বাট ভেটা দি ধৰে আৰু বহুতক ৰেগুলেশ্যন লাঠিৰে মৰিয়াই নৰ্দমাত বগৰাই দিয়ে। মোৰ বন্ধু দাস আৰু চৌধুৰীক তেওঁলোকৰ চাদৰেৰে ডিঙিত মেৰাই ধৰি টানি নি এখন মটৰ লৰীত ভৰাই জেললৈ নিয়া হয়। তেওঁলোকৰ অপৰাধ, তেওঁলোকে এটা শোভাযাত্ৰা পৰিচালনা কৰিছিল। বিচাৰত তেওঁলোকক দুবছৰকৈ সশ্ৰম কাৰাদণ্ড দিয়া হ'ল। তাৰ পিচত জেলত এজন ৱাৰ্ডাৰে তেওঁলোকক অপমান কৰাত তেওঁলোকে ৱাৰ্ডাৰৰ বিৰুদ্ধে জেইলাৰৰ ওচৰত গোচৰ কৰিবলৈ জেইল গেটলৈ আহে। তেতিয়া হঠাৎ জেলৰ পগলা ঘণ্টা বজাই দিয়া হয় আৰু এদল ৱাৰ্ডাৰ আৰু পুলিচে আহি তেওঁলোকক মাৰধৰ কৰিবলৈ ধৰে। কোনো কোনো কয়দী ঘুণীয়া হয়।

"১৯৩২ চনত মোকো দ্বিতীয়বাৰ জেল দি ছিলেট জেললৈ পঠিওৱা হৈছিল। ছিলেটলৈ গৈ দেখোঁ যে ডেকাসকল বিদ্ৰোহী হৈ উঠিছে। ওপৰত উল্লেখ কৰা মাৰ-পিটৰ কাৰণেই তেনে অৱস্থাৰ উদ্ভৱ হৈছে বুলি মই জানিব পাৰিলোঁ। জেল ছুপাৰিণ্টেণ্ডেণ্ট কৰ্ণেল সেনে মোৰ ওচৰলৈ আহি মোক এটা সুমীমাংসা কৰি দিবলৈ অনুৰোধ কৰাত মই ল'ৰাবিলাকক মোৰ ওচৰলৈ মাতি আনি জেললৈ আহিলে যে জেলৰ নিয়ম মানি চলিব লাগে আৰু মহাত্মা গান্ধীয়েও আমাক তেনে কৰিবলৈ কৈছে, সেই বিষয়ে বুজাই কলোঁ। তেতিয়া ল'ৰাবিলাক সাম্য হ'ল আৰু সেইদিনাৰপৰা জেলত তেনে গোলমাল নোহোৱা হ'ল। কিন্তু ল'ৰাবোৰৰ ওপৰত কৰা এনে দুৰ্ব্যৱহাৰ দেখি মোৰ মনত ভাব হ'ল যে ছিলেটতো বিপ্লৱী দলৰ সৃষ্টি হ'ব।

"যদিও এনেকুৱা কথা ক'লে কৈ থাকিব পাৰি, তথাপি মই অসমৰ কথা এৰি এতিয়া বঙ্গদেশৰ কথালৈ আহোঁ। মোৰ মতে বঙ্গদেশত হিংসাবাদৰ সৃষ্টি হয় বঙ্গ-ভঙ্গৰ দিনৰপৰা। বঙ্গদেশৰ জনমতৰ বিৰুদ্ধে বঙ্গদেশক দুভাগ কৰা হৈছিল। কিন্তু গবৰ্ণমেণ্টে সেই কথাত কৰ্ণপাত নকৰিলে আৰু জনমতক কুঠাৰাঘাত কৰি বঙ্গ-ভঙ্গ কৰিলে। ফলত স্বদেশী আন্দোলনৰ সূত্ৰপাত হ'ল; বিলাতী বস্ত্ৰ বৰ্জন কৰিবলৈ আহ্বান জনোৱা হ'ল। তেওঁলোকে দোকানে দোকানে গৈ পিকেটিং আৰম্ভ কৰিলে। আন্দোলনকাৰীসকলক দলে দলে মাৰ-পিট কৰি জেলত দিয়া হৈছিল। এইবিলাক কি কাৰণে কৰা হৈছিল? গবৰ্ণমেণ্টৰ নীতি হ'ল দেশৰ এদল লোকক আন দলৰ বিপক্ষে থিয় কৰোৱা। ছাৰ বেমফিল্ড ফুল্লাৰ সেই সময়ত বঙ্গদেশৰ গৱৰ্ণৰ আছিল। তেওঁ মুছলমানসকলক তেওঁৰ প্ৰিয় ভাৰ্যা ('ফেভৰিণ্ট ৱাইভ্‌ছ্') বুলি অভিহিত কৰিছিল। এনেকৈয়ে হিন্দু-মুছলমানৰ মাজত বিভেদ ভাবৰ সৃষ্টি কৰা হ'ল। বহুত ঠাইত মৰামৰি আৰু ডকাইতি হ'বলৈ ধৰিলে। সেই সময়ত সন্ত্ৰাসবাদৰ ভাব মানুহৰ অন্তৰত বিয়পি পৰিল। ইয়াৰ আগলৈকে ইংৰাজসকলে বঙালীসকলক ভীৰু কাপুৰুষ বুলি কৈ আহিছিল। ঘটনাৰ পৰিবৰ্তন এইদৰেই হৈছে। এইটো কৰিলে কোনে? গৱৰ্ণমেণ্টে তেওঁলোকৰ অত্যাচাৰৰদ্বাৰা বঙালীৰ প্ৰাণত জাতীয় বোধৰ সৃষ্টি কৰিলে। বঙালী যুৱকসকলে দেশৰ উদ্ধাৰৰ কাৰণে গুপ্ত সভা আদি পাতিবলৈ ধৰিলে। গবৰ্ণমেণ্টে এই জাগ্ৰত ভাবৰ গতি ভালৈ চাল ঘূৰাব নোৱাৰিলে—বৰং ক্ৰমাৎ অত্যাচাৰ আৰু অনাচাৰ কৰি তাক বেয়াৰ ফাললৈহে চাল লবলৈ বাধ্য কৰিছে। সেই কাৰণেই বিপ্লৱবাদৰ সৃষ্টি হৈছে। সেই কাৰণেই আমি মাজে-সময়ে হত্যাৰ কথা শুনো। সেই বাবে মই দুখিত। মহাত্মা গান্ধীৰ এজন সেৱক হিচাপে মই হিংসা-কাৰ্য্যৰ প্ৰতিবাদ কৰোঁ। কিন্তু

তেওঁলোকৰ কাৰ্যতকৈ গৱৰ্ণমেণ্টৰ কাৰ্যৰ কাৰণে মই বেছি দুখিত। তেওঁলোকে ন্যায় কৰিব নোখোজে। বৰং জোৰ কৰি সকলোকে দমাই ৰাখিব খোজে। ক্ষুদিৰামৰ মোকৰ্দমাৰ কথা উল্লেখ কৰা হৈছে। আপোনালোকে যদি এই মোকৰ্দমাৰ ইতিবৃত্ত বিচাৰি যায়, দেখিব গুৰুতৰ ঘটনা আছে।

"বঙ্গবিচ্ছেদৰ সময়ত এবাৰ বৰিশালত এখন ডাঙৰ সন্মিলন হৈছিল। সুৰেন্দ্ৰ নাথ বানাৰ্জী, চিত্তৰঞ্জন দাস, অৰবিন্দ ঘোষ প্ৰভৃতি বঙ্গদেশৰ প্ৰায় সকলো খ্যাতনামা আৰু সন্মানিত নেতাসকল তাত উপস্থিত আছিল। এই সন্মিলন এখন সম্পূৰ্ণ আইনসঙ্গত সভা আছিল। কিন্তু এই সন্মিলনত উপস্থিত উপৰোক্ত নেতাসকলক মাৰ-কিল আৰু অপমান কৰি সভাখন ভাঙি দিয়া হৈছিল। মই এতিয়া দেখুৱাব খোজোঁ যে ১৯০৮ চনৰ ফৌজদাৰী আইন যুক্তিসঙ্গত নহয়।

"অশান্তিৰ মূল কাৰণবিলাক নিৰ্মূল কৰা হোৱা নাই। এইটো জনা কথা যে বঙ্গবিচ্ছেদ কৰাটো বৃটিছ ৰাজনীতিকসকলৰ অদূৰদৰ্শিতাৰ পৰিচায়ক হৈছিল। গৱৰ্ণমেণ্টে সেই সময়ত বহুত আন্দোলনকাৰীৰ মতি-গতি পৰিবৰ্তন কৰিবলৈ সমৰ্থ হ'ল; কিন্তু তেওঁলোকে বঙ্গবিচ্ছেদ ৰদ কৰাৰ আগতে যিবিলাক আন্দোলনকাৰীয়ে বিপ্লৱবাদী নীতিৰ আশ্ৰয় লৈছিল আৰু আইন অমান্য কৰিছিল, সেই মানুহবিলাকৰ কি হ'ল? তেওঁলোকক গৱৰ্ণমেণ্টে বনৰীয়া জন্তু চিকাৰ কৰিবলৈ বিচৰাৰ দৰে গোটেই ভাৰতত বিচাৰি খেদি ফুৰিবলৈ ধৰিলে। তাৰ পিচতো গৱৰ্ণমেণ্টে তেওঁলোকৰ প্ৰতি অলপো দয়া প্ৰদৰ্শন কৰি তেওঁলোকৰ অন্তৰ জয় কৰিবলৈ চেষ্টা নকৰিলে। মই গুৱাহাটীৰ এটা ঘটনাৰ কথা জানো। বঙ্গবিচ্ছেদ ৰদ কৰাৰ পিচত গুৱাহাটীত এটা ঘৰত কেইজনমান বঙালীয়ে ব্যৱসায়-কাৰবাৰ কৰি জীৱিকা নিৰ্বাহ কৰিছিল। তেওঁলোকক বিপ্লৱবাদী বুলি কোনেও ঘুণাক্ষৰেও নেজানিছিল। এদিন ৰাতি হঠাৎ ডিটেকটিভে কেইজনমান স্থানীয় পুলিচৰ সৈতে তেওঁলোকক গ্ৰেপ্তাৰ কৰিবলৈ উপস্থিত হ'লগৈ। ঘোৰ সংঘৰ্ষৰ পিচত তেওঁলোকৰ কেইজনমানক গ্ৰেপ্তাৰ কৰা হ'ল আৰু এটা স্পেচিয়েল ট্ৰিবিউনেলৰ বিচাৰত তেওঁলোকৰ কঠোৰ কাৰাদণ্ড হয়। গৱৰ্ণমেণ্টে তেনে নকৰা হ'লে সেই মানুহকেইটাৰ অন্তৰ স্থায়ীভাৱে পৰিবৰ্তন হ'লহেঁতেন আৰু তেওঁলোক দায়িত্বশীল নাগৰিকত পৰিণত হ'লহেঁতেন। জালিয়ানৱালাবাগৰ কুখ্যাত হত্যাকাণ্ডই মানুহক দেশৰ ইমূৰৰপৰা সিমূৰলৈ চঞ্চল কৰি তুলিলে। কিন্তু ইয়াৰ পিচতো ডায়াৰ ফাণ্ড তুলি দেশৰ বিক্ষোভ বৃদ্ধি কৰা হ'ল। এই ডায়াৰ ফাণ্ড কি? সেই হত্যাকাণ্ডৰ নায়ক জেনেৰেল ডায়াৰক সহায় কৰিবলৈ এই ফাণ্ড গোটোৱা হৈছিল—কংগ্ৰেছে অসহযোগ আন্দোলন প্ৰৱৰ্তন কৰাৰ ইও এটা প্ৰধান কাৰণ।

"স্বৰ্গীয় বিপিনচন্দ্ৰ পালে বজ্ৰস্বৰে কৈছিল—'মই অসহযোগী নহওঁ ; কিন্তু অসহযোগ দমন কৰিবলৈ কঠোৰ নীতি অৱলম্বন নকৰিবা। কৰিলে ভাৰপৰা অনিষ্ট হ'ব।' কিন্তু গৱৰ্ণমেণ্টে এই কথালৈ অলপো কাণ নকৰিলে আৰু ১৯২১ চনৰ অসহযোগ আন্দোলন অতি কঠোৰভাৱে দমন কৰিবলৈ ধৰিলে। এনে অৱস্থাত জনসাধাৰণৰ মনত চাঞ্চল্য উপস্থিত নহ'বনে ? অসহযোগ বা আইন অমান্য আন্দোলন দমন কৰিবলৈ ১৯০৮ চনৰ ফৌজদাৰী আইনৰ দৰে দমনমূলক আইন সমূহি যুক্তিসঙ্গত নহয়।

"আইন অমান্য আন্দোলনৰ আগতে ডাকাত কি কাণ্ড হৈছিল, সেই বিষয়ে মোৰ বন্ধু, ডেপুটী প্ৰেছিডেণ্ট শ্ৰীঅখিলচন্দ্ৰ দত্ত ডাঙৰীয়াই ইয়াৰ আগতে কৈছে। বহুত ঘৰত যেতিয়া লুটপাত কৰি পিচত ঘৰবিলাকত জুই লগাই দিয়া হৈছিল, তেতিয়া সেই জিলাৰ ডেপুটী কমিছনাৰ আৰু বৰ্তমান এই পৰিষদৰ সদস্য মিঃ গ্ৰিফিথ্‌ছে কি কৰিছিল ? দুজনী সাহসী ছোৱালীয়ে বহুতপৰ লুণ্ঠনকাৰীবিলাকৰ লগত সংঘৰ্ষ কৰি যেতিয়া সিহঁতৰ আক্ৰমণ প্ৰতিহত কৰি নিজৰ ঘৰ ৰক্ষা কৰিছিল, তেতিয়া পুলিচ ক'ত আছিল ? ......

এনে ঘটনাই বঙ্গদেশৰ হৃদয় বিদীৰ্ণ কৰিলে। বঙ্গ যথেষ্ট নিপীড়িত হৈছে আৰু সেই কাৰণেই কিছুমান বঙালী আজি এনে অদম্য আৰু দুঃসাহসী হৈ উঠিছে। চট্টগ্ৰামৰ ঘটনাৰ কাৰণে শ-শ লোকক বঙ্গদেশৰপৰা নিৰ্বাসন কৰা হ'ল। তেওঁলোকৰ নিৰ্দোষিতা প্ৰমাণ কৰিবলৈ কোনো বিচাৰ কৰা নহ'ল। শ-শ লোকক বিনা বিচাৰে ৰাজবন্দী ('ডিটেনু') স্বৰূপে আটক কৰি ৰখা হৈছে। এইবিলাক চৰকাৰৰ সন্ত্ৰাসবাদ নহয়নে ? .........

"চৰকাৰে এতিয়াও সকলো ৰাজবন্দীক আদালতত বিচাৰ কৰক আৰু বিচাৰত দোষী পালে শাস্তি দিয়ক। তাত কোনেও আপত্তি কৰিব নোৱাৰে। নহ'লে আপোনালোকে দেশত শান্তি স্থাপন কৰিব নোৱাৰে। যদি বঙ্গক শান্ত কৰিব খুজিছে, তেন্তে ৰাজবন্দীবিলাকৰ বিচাৰ কৰক। বিচাৰত দোষী পালে তেওঁলোকক শাস্তি দিয়ক আৰু দোষী নাপালে এৰি দিয়ক। যদি তাকে নকৰে আৰু দমননীতি অৱলম্বন কৰি গৈ থাকে, তেন্তে স্থায়ী শান্তি নহ'ব আৰু এনে এটা সময় আহিব—যেতিয়া বঙ্গদেশৰ প্ৰতি ঘৰে ঘৰে পুলিচ ৰখীয়া নিয়োগ কৰিব লাগিব। আপোনালোকে এনে আইন নকৰিব। সিদিনাখন আমি আপোনালোকৰ ফৌজদাৰী আইন সংশোধনী বিলখন অগ্ৰাহ্য কৰিলোঁ। কিন্তু তাৰ পিচত কি হ'ল ? বৰলাট বাহাদুৰে তেওঁৰ বিশেষ ক্ষমতাৰ বলেৰে ইয়াক বাহাল ('চাৰ্টিফাই') কৰিলে। তেন্তে আমাৰ অৱস্থা কি ? আমি ইয়ালৈ কিয় আহিছোঁ ? আমি এইদৰে অপমানিত হ'বলৈকে ইয়ালৈ আহিছোঁনেকি ? আমি

ইয়াত থি কও, তাক লিপিত আবদ্ধ হৈ থাকিবলৈকে কওঁনেকি ? মই আপোনালোকক স্পষ্টভাবে কওঁ যে এইবিলাক দমননীতিৰ অৱলম্বনে আপোনালোকৰ একো উপকাৰ নকৰে। আপোনালোকে আপোনালোকৰ মনোভাব সলনি কৰক। নহ'লে প্ৰজাই যেনেকৈ ভোগ কৰিছে, আপোনালোকেও ঠিক তেনেকৈ ভোগ কৰিব লাগিব।" -(বিপুল হৰ্ষধ্বনি)

## কংগ্ৰেছৰ সোণালী জয়ন্তী আৰু পৰলোক

১৯৩৫ চনতেই ভাৰতীয় জাতীয় কংগ্ৰেছৰ ৫০ বছৰীয়া 'জুবিলী' উৎসৱ অনুষ্ঠিত হয়। অসমতো গুৱাহাটী প্ৰমুখ্যে কেইবাঠাইতো প্ৰদৰ্শনী আৰু সভা-সমিতি পাতি এই উৎসৱ পালন কৰা হৈছিল। বৰদলৈ ডাঙৰীয়াই গুৱাহাটীৰ এই উৎসৱ আয়োজনত বিশিষ্ট অংশ গ্ৰহণ কৰে আৰু গুৱালপাৰাৰ জুবিলী উৎসৱত পৌৰোহিত্য কৰি উদ্দীপনাপূৰ্ণ বক্তৃতা দিয়েগৈ। বৰদলৈ ডাঙৰীয়াৰ সেই সৰ্বশেষ ৰাজহুৱা বক্তৃতাৰো অংশবিশেষ তলত উদ্ধৃত কৰা হ'ল ঃ

"অৰ্ধ শতাব্দীৰ পূৰ্বে এদিন কিবা এটা শুভ মুহূৰ্তত ভাৰতৰ মহাপ্ৰাণ মহৰ্ষিকেইজনমানৰ মনত জাগি উঠিছিল---জীৱন্ত ভাৰত-মাতাৰ প্ৰতিমূৰ্তি। সন্তানৰ দুখ-দৈন্য দূৰ কৰিবলৈ বাট দেখুৱাই দিছিল সেই মাতৃমূৰ্তিয়ে স্বাধীনতাৰ ফালে। সেই স্বাধীনতাৰ অভিযান ১৯২১ চনত টনকিয়াল হৈ চিতোৰেশ্বৰীয়ে ৰাণা প্ৰতাপসিংহক দেখা দি কোৱাৰ দৰে ভাৰত সন্তানক ক'লে, 'ম্যয় ভুখা হুঁ।' ১৯১৯ চনলৈকে গৱৰ্ণমেণ্টৰ ওচৰত প্ৰাৰ্থনা, কান্দোন-কাটোন আৰু চকুৰপানীৰে নিবেদন কৰিও যেতিয়া দেখা গ'ল যে দুৰ্বলৰ কান্দোন শক্তিমানৰ ওচৰত কেৱল উপহাসৰহে কথা, তেতিয়া ভাৰত-মাতাৰ প্ৰিয় সন্তান, ত্যাগী ধৰ্মাত্মা চিৰ সত্যবাদী মহাত্মা গান্ধীয়ে ভাৰত-মাতাৰ দুখ-দৈন্য নিবাৰণৰ কাৰণে স্বাৰ্থ বলিদান ব্ৰত অৱলম্বন কৰিলে। সেই ব্ৰতৰ বৈশিষ্ট্য এই যে নিজৰ শৰীৰ, নিজৰ স্বাৰ্থ, নিজৰ অৰ্থ-লিপ্সা, সম্পদৰ আকাংক্ষা সকলো ত্যাগ কৰি যদি ভাৰতসন্তানে আত্ম-বলিদান কৰি পাপৰ লগত যুঁজ কৰিব পাৰে, তেন্তে অস্ত্ৰ-শস্ত্ৰ, বন্দুক-কামান এইবিলাকৰ শক্তি তাৰ ওচৰত তুচ্ছ। সেই মহাবাণী প্ৰচাৰিত হ'লতে সমস্ত ভাৰতত দিগ-দিগন্ত ব্যাপী 'বন্দে মাতৰম' মন্ত্ৰ-ধ্বনিত আকাশ-বতাহ মুখৰিত হৈ উঠিল। সহস্ৰ সহস্ৰ সন্তানৰ সেই অসীম দুখ---কাৰাবৰণ, প্ৰহাৰ, জৰিমনা দেশবাসীৰ ওচৰত মালা-চন্দন হৈ উঠিল। বৃটিছ সিংহই নখে-দাঁতে চিৰাচিৰ কৰিব জানে, যুদ্ধ কৰিব জানে, কিন্তু সত্যৰ দাবী কৰি যেতিয়া দুৰ্বলে মৃত্যুমুখী হৈ পৰম সাহসেৰে সেই সিংহৰ আগত থিয় দিছিল, যেতিয়া সেই সিংহৰ আগত সহস্ৰ সহস্ৰ দেশপ্ৰেমী

ধৰাশায়ী হৈছিল—তথাপি মুখত হাঁহিৰে 'বন্দে মাতৰম' ধ্বনিৰে চৌদিশ প্ৰতি-ধ্বনিত কৰিছিল, তেতিয়া বৃটিছ সিংহ বিমোৰত পৰিছিল। দেশক ভালপোৱা ডেকা দলে ইহকাল পৰকালৰ সকলো আশা-ভৰসা জলাঞ্জলি দি সেই যুঁজত জাপ দি পৰিছিল। স্বৰাজ আশ্ৰম জেলবিলাকত কত বীৰ শিশুৱে কত ৰাতি উজাগৰে হাতত দান্দা-বিৰি, ভৰিত শিকলি লৈ ভীষণ গৰমত নিশা ম'হৰ কামোৰ খাই কেৱল মুখত 'বন্দে মাতৰম' আৰু 'মহাত্মা গান্ধী কি জয়' ধ্বনি কৰি ৰাতি পুৱাই দিছিল। কত বীৰ শিশুৱে পিঠিত বেতৰ আঘাত লৈ বহুত সময়ত অনশনত কত ৰাতি কটাই দিছিল, তথাপি দেশমাতৃকাৰ মুখলৈ চাই লক্ষ্যভ্ৰষ্ট হোৱা নাছিল। তাকে দেখি ছিলেট জেলত থাকোঁতে সেই সুকুমাৰ স্বেচ্ছাসেৱকসকললৈ চাই মোৰ মনত স্বতঃভাৱে জাগি উঠিছিল এটা কবিতা। যুৱকবৃন্দলৈ চাই গাইছিলোঁ ঃ

নমো নমো নমো সাধনাদীপ্ত
বীৰ কৰ্মীৰ দল;
নমো নমো যাৰ চৰণ পৰশে
পূত ধৰণী তল।
অত্যাচাৰীৰ বিষম লাঞ্ছনা
কত বিনিদ্ৰ ৰাতি;
কত অপমান কত অত্যাচাৰ
ল'লা বীৰ মূৰ পাতি। —ইত্যাদি।

"এইদৰে মোৰ অন্তৰৰ ভক্তি নিবেদন কৰি, ঈশ্বৰক প্ৰাৰ্থনা কৰিছিলো, তেওঁলোকৰ কল্যাণৰ অৰ্থে। এই সকলেই কংগ্ৰেছৰ উৎকৃষ্ট দান। এইসকল স্বাধীনচেতা আজিও আছে। স্বাধীনতা যাৰ অন্তৰত এবাৰ সোমাল, তেওঁ চিৰ-স্বাধীন।

"ভাৰতৰ নুমলী জী অসম মাতৃকা ভাৰতৰপৰা বিচ্ছিন্ন নহয়। সমগ্ৰ ভাৰতৰ প্ৰাকৃতিক ঐশ্বৰ্য-সম্পদেৰে বিভূষিতা বীৰ সন্তানসকলৰ বীৰত্ব কাহিনীৰে ভৰপূৰ, বিপুল বুৰঞ্জী কাহিনীৰে ভৰপূৰ, বিশাল ব্ৰহ্মপুত্ৰচৌতা, প্ৰত্যেক কংগ্ৰেছ কৰ্মীয়ে গৌৰাবান্বিতা জননীৰ ফালে চাওঁতেই ভাৰতৰ নুমলী জীয়ৰী অসম মাতৃকাক ভাৰত-মাতাৰ কোলাত দেখা পাইছিল। 'অসমৰ গৌৰৱ অক্ষুণ্ণ ৰাখিব লাগিব, অসম কাতোকৈ পিচ পৰিব নোৱাৰে'—এই বিশ্বাস শিৰত লৈ অসমীয়া ধনী-দুখীয়া, গাঁৱলীয়া খেতিয়কে কোনো বাদ পৰা নাছিল। মাত্ৰ দুজনমান হ'লেও বঙালী ল'ৰায়ো এই ৰাপে যোগ দি বঙালীৰ গৌৰৱ ৰক্ষা কৰিছিল। বাকীসকলে অৱশ্যে পইচা-কড়ি উপাৰ্জন কৰি চৰকাৰৰ ঘৰত ভালৰি বোলাবলৈ যত্ন কৰিছিল। বহুত নেতৃত্বাভিমানী পুৰুষে এইবিলাক বিষয়ত পিচ হুহকি কংগ্ৰেছক আৰু মহাত্মাক

উপলুঙা কৰিছিল। কিন্তু দেশবাসীয়ে এই অজ্ঞান ভাইসকলৰ এইবিলাক কথালৈ আওকাণ কৰি তেওঁলোকক বুকুত সুমুৱাই ৰাখিছিল। এয়ে কংগ্ৰেছৰ মাহাত্ম্য। নিন্দা-উপলুঙাই কংগ্ৰেছ কৰ্মীক নাপায়গৈ। কংগ্ৰেছে মুক্ত বাহু মুক্ত হৃদয়ে আহ্বান কৰিছে, ইংৰাজ আৰু আন সকলো বিদেশীকে এই জাতীয় যুদ্ধত যোগ দি ভাৰতৰ স্বাধীনতা আনিবলৈ।

"সুখে-দুখে, জয়ে-পৰাজয়ে আজি কংগ্ৰেছ ৫০ বছৰীয়া পৌঢ়। কংগ্ৰেছৰ মৃত্যু নাই। যেতিয়ালৈকে স্বৰাজ নাহে, তেতিয়ালৈকে কংগ্ৰেছৰ যুদ্ধৰো অন্ত নপৰে। কংগ্ৰেছে স্বাৰ্থত অন্ধ হৈ ভাই ভাইৰ বিৰোধ নলগায়। আহাঁ ভাইহঁত। আজি কংগ্ৰেছৰ সোণালী জয়ন্তীত হৃদয় ৰক্ত ৰাগেৰে ৰঞ্জিত কৰি, চকুৰ পানীৰ ভিতৰেদি ভক্তিৰ অৰ্ঘ্যৰে সম্বৰ্দ্ধনা কৰো। আহাঁ-ভাই, আজি লাহৰী ত্ৰিৰঙ্গ লহৰীৰ তলত থিয় দি কংগ্ৰেছৰ শক্তি উপলব্ধি কৰো আৰু ঈশ্বৰক প্ৰাৰ্থনা কৰো যেন দেশমাতৃকাৰ কাৰণে অকাতৰে প্ৰাণ দিব পাৰো।"

১৯৩৬ চনৰ ফেব্ৰুৱাৰী মাহত কেন্দ্ৰীয় পৰিষদৰ বাজেট অধিবেশনৰ আগে আগে জানুৱাৰী মাহৰ দ্বিতীয় সপ্তাহত কোনো এটা কাৰ্যত বৰদলৈ ডাঙৰীয়াই শ্বিলঙলৈ গৈ ঘূৰি আহোঁতে বাটত এটা সৰু মটৰ দুৰ্ঘটনা হয়। তেখেতে নিজেই মটৰ চলাইছিল। তেখেতে সামান্যভাৱে মূৰত আৰু আঁঠুত দুখ পোৱা বুলি কৈছিল আৰু একো ঔষধ-পাতিৰ আৱশ্যক নাই বুলি কৈ তেখেতৰ বন্ধু ডাঃ হৰিকৃষ্ণ দাসৰ ওচৰত তেখেতৰ সহযাত্ৰী উকীলজনেহে অলপ বেছি আঘাত পাইছে বুলি তেওঁক শুশ্ৰূষা কৰাই ঘৰত থৈহে গধূলি নিজৰ ঘৰ পাইছিলহি। পিচত ডাঃ দাস আৰু ডাঃ ভুবনেশ্বৰ বৰুৱাদেৱে তেখেতৰ খবৰ ল'বলৈ আহোঁতেও তেখেতৰ একো হোৱা নাই বুলিয়েই কৈছিল। ৰাতি জোতা-মোজা খুলি হাত-ভৰি ধুবৰ সময়ত দেখে যে আঁঠুত অলপ চাল গৈছে। পুতেক ডাঃ উমেশ বৰদলৈয়ে দৰব লগাই দিলে আৰু বৰদলৈ ডাঙৰীয়াই মাত্ৰ একাপ ওভেলটিন খাই শুই থাকিল। পিচদিনা আঁঠুটো অলপ বিষাইছে বুলি আপত্তি কৰিলে; কিন্তু তাৰেই ফুৰা-চকা আৰু কাম-কাজ কৰিলে। তৃতীয় আৰু মাঘ বিহুৰ দিনা বিষ বেছি হৈছে বুলি বিচনাত শুই গ'ল আৰু আঁঠুত অলপ ঘা পৰিস্ফুট হ'ল আৰু তাৰপৰাই অলপ বহুমূত্ৰৰ দোষ থকা বৰদলৈ ডাঙৰীয়াৰ চেলুলাইটিছৰ উত্তৱ হ'ল। সহকৰ্মী ডাঃ দাস আৰু ডাঃ বৰুৱা প্ৰমুখ্যে বিজ্ঞ চিকিৎসকসকলেও অশেষ যত্ন কৰিও তেখেতক আৰোগ্য কৰিব নোৱাৰিলে আৰু বিচনাত পৰা দিনৰপৰা পাঁচ সপ্তাহ এই ৰোগৰ লগত যুদ্ধ কৰি ফেব্ৰুৱাৰী মাহত যোদ্ধা বৰদলৈ ডাঙৰীয়াই ইহলীলা সম্বৰণ কৰে।

অসমবাসীৰ মূৰত বজ্ৰপাত হোৱাৰ দৰে হ'ল। বিদ্যুৎগতিত এই বাতৰি সমগ্ৰ দেশত বিয়পি পৰিল। মহাত্মা গান্ধী, ছৰ্দাৰ পেটেল, কংগ্ৰেছ সভাপতি (পিচৰ কালৰ ৰাষ্ট্ৰপতি) ডঃ ৰাজেন্দ্ৰ প্ৰসাদ প্ৰমুখ্যে ৰাষ্ট্ৰীয় নেতাসকলে তত্তালিকে

তেখেতৰ পৰিয়াললৈ শোকসূচক টেলিগ্ৰাফ পঠিয়ালে। অধিবেশনৰত কেন্দ্ৰীয় পৰিষদৰ কংগ্ৰেছী অকংগ্ৰেছী সকলো সদস্য এই শোকৰ বাতৰি পাই ম্ৰিয়মান হ'ল আৰু কংগ্ৰেছ দলৰ নেতা ভুলাভাই দেশাই, উপনেতা গোবিন্দবল্লভ পন্ত, পণ্ডিত মদনমোহন মালব্য প্ৰমুখ্যে নেতাসকলে শোকসূচক তাঁৰ-বাতৰি পঠিওৱাৰ উপৰিও বৰদলৈ ডাঙৰীয়াৰ মৃত্যুত অসমৰ তথা ভাৰতৰ কি ডাঙৰ ক্ষতি হ'ল, সেই বিষয়ে উল্লেখ কৰি বাতৰি কাকতত বিবৃতি দিয়ে। আইন সচিব ছাৰ নৃপেন্দ্ৰ নাথ সৰকাৰ, কংগ্ৰেছ জাতীয় দলৰ নেতা মাধব শ্ৰীহৰি আনে, সত্যমূৰ্তি, পৰিষদৰ উপাধ্যক্ষ অখিলচন্দ্ৰ দত্ত প্ৰভৃতি নেতাসকলেও অনুৰূপ বিবৃতি দিয়ে। অমৃত লাল ঠক্কৰ প্ৰমুখ্যে সমাজ সংস্কাৰক নেতাসকলেও তেনে বিবৃতি দিয়ে। কেন্দ্ৰীয় আইন সভাৰ কংগ্ৰেছ দলপতি ভুলাভাই দেশায়ে "অসমৰ মুকুট বিহীন ৰজাজনৰ তিৰোভাব হৈছে" বুলি মন্তব্য কৰে। কলিকতা হাইকৰ্টৰ তেখেতৰ গুণমুগ্ধ আৰু বন্ধু কেইবাজনো বিখ্যাত উকীল, বেৰিষ্টাৰ আৰু বিচাৰপতিয়ে তেখেতৰ মৃত্যুত শোক প্ৰকাশ কৰে। অসমৰ গৱৰ্ণৰ আৰু তিনিওজন মন্ত্ৰী (ৰায়বাহাদুৰ প্ৰমোদ চন্দ্ৰ দত্ত, ৰায়বাহাদুৰ কনকলাল বৰুৱা আৰু ছাৰ মহম্মদ ছাদুল্লা) আৰু অসম কাউন্সিলৰ অধ্যক্ষ বৰদলৈ ডাঙৰীয়াৰ প্ৰিয় 'ভাই চাহাব' আৰু অসহযোগ আন্দোলনৰ সহবন্দী মৌলবী ফৈজনুৰ আলি প্ৰমুখ্যে শ শ নেতৃস্থানীয় লোকেও শোকসূচক তাঁৰ কিম্বা বিবৃতি দিয়ে। স্থানীয় কাৰ্জন হলত (এতিয়াৰ কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ হলত) তেখেতৰ সোদৰপ্ৰতিম সহযোগী দেশভক্ত তৰুণৰাম ফুকন ডাঙৰীয়াৰ সভাপতিত্বত হোৱা শোক সভাত ফুকন ডাঙৰীয়াই তেখেতৰ প্ৰতি কৰা আবেগময় তৰ্পণে বহুতৰ চকুপানী বোৱাইছিল। পিচত তেখেতে আমাৰ সম্পাদিত 'অসমীয়া' কাকতত 'নবীন স্মৃতি' শিতানত দিয়া বিবৃতিৰ কিছু অংশ তলত তুলি দিয়া হ'ল— যিখিনিয়ে কৰ্মবীৰ বৰদলৈ আৰু দেশভক্ত ফুকনৰ ভিতৰত কংগ্ৰেছ তথা ৰাজনীতিত কোনজন আগ আৰু কোনজন পিচ, সেই বিষয়ে আমাৰ বহুতৰ মনৰ খেলি-মেলি আৰু কেন্দ্ৰীয় পৰিষদৰ নিৰ্বাচনত তেখেত দুয়োজন প্ৰতিদ্বন্দ্বী হোৱাৰ ফলত তেখেতসকলৰ মাজত মনান্তৰ হৈছিল বুলি হোৱা ধাৰণাও দূৰ কৰিব। ফুকন ডাঙৰীয়াই লিখিছিল ঃ

"..........মই এবছৰ আন্দোলনত যোগ দিয়া নাছিলো। সেইবাবে বৰদলৈয়ে মোক প্ৰায় ঠাট্টা-বিদ্ৰূপ কৰে; মই ফালৰি কাটি ফুৰো। পিচত তেখেতে এদিন মোক সাবটি মাৰি ধৰি ক'লে 'ফুকন! আপুনি যোগ দিয়ে যদি দিয়ক; নহ'লে ময়ো এৰি দিম।' মই শেষত সন্মত হ'বলৈ বাধ্য হ'লো। তেখেতৰপৰা বিশেষ উদগনি নোপোৱা হ'লে মোৰ অসহযোগ আন্দোলনত যোগ দিয়া নহ'লহেঁতেন। যোগ দিওৱাৰ বাবে মই তেখেতৰ ওচৰত ঋণী। তেখেতৰ সেই

ঐকান্তিকতা মোৰ এতিয়াও মনত আছে। আৰু মনত আছে আগেয়ে বিদ্ৰূপ কৰি মোক তেখেতৰ ফলীয়া কৰিবৰ চেষ্টা কৰাৰ বাবে তেখেতৰ অকপট আক্ষেপ। ...... তেখেতৰ অলপতে টিঙিচ্ কৰে খং উঠিছিল, কিন্তু সেই খং নিমিষতে নুমাই যায়। শত্ৰু হওক, মিত্ৰ হওক নিজৰ দুখ নিবেদন কৰিলেই তেওঁ পমি গৈছিল। যদিও কৰ্মত তেওঁ দৃঢ় আৰু ধীৰ, তথাপি প্ৰকৃতিত তেখেত শিশুসদৃশ আছিল। শত্ৰুভাৱে তেখেতক জয় কৰা টান আছিল। কিন্তু মিত্ৰভাৱে তেখেতক বশ কৰা সহজ আছিল। কিন্তু উদাৰতাত শত্ৰুক জয় কৰিব পৰা শক্তি ভগৱন্তই তেওঁক দিছিল। এছেমব্লিৰ নিৰ্বাচন লৈ বহুতে আমাৰ মাজত মনোমালিন্য হৈছিল বুলি ভাবিছিল। কিন্তু সেইটো সৰ্বতোভাৱে মিছা। তেখেত দিল্লীত থাকোতে মই এবাৰ তেখেতৰ তালৈ গৈছিলো। তেখেতে মোক দেখা মাত্ৰকে ভিতৰত সাবটি ধৰি কত যে সমাদৰ জনালে। মনত পৰিলে শোকে খুন্দা মাৰি ধৰে। ১৯৩০ চনত মই তেখেতক কাউন্সিললৈ গৈ মন্ত্ৰীপদ ল'বলৈ বিশেষকৈ অনুৰোধ কৰিছিলো। কিন্তু তেখেত সন্মত নহ'ল। উলটি মোকহে যাবলৈ ক'লে। মই যাবলৈ সন্মত হোৱাত তেখেতে অলপ ভাবি-গুণি ক'লে, 'আমি বুঢ়া দুজন নোসোমোৱাই ভাল। চাওঁচোন ক'ৰ পানী ক'লৈ যায়।' মই সেই কথাতে মান্তি হ'বলৈ বাধ্য হ'লো। ........

"এজনে তেখেতক বুঢ়া বয়সত মটৰ চলোৱা ভাল নহয় বুলি ক'লে। কোৱা মাত্ৰকে তেওঁ অগ্নিশৰ্মা হৈ উঠিল; 'কিহৰ বুঢ়া দেখিছাহে? তোমাৰ দৰে জুহালৰ কাষত উম লৈ থাকিলেহে হ'ব। মই নোৱাৰো তেনেকৈ থাকিব।' বিচনাত এইদৰে পৰি থকাতকৈ মৃত্যুৱেই ভাল। মৃত্যু শয্যাত শুই তেখেতে মোক এই কথাষাৰ কৈছিল। কোনে ভাবিছিল যে ভগৱন্তে তাতেই তথাস্তু বুলিব? অসমৰ দুৰ্কপাল, এনে সময়ত এনে বীৰ সন্তান তিৰোহিত হ'ল। দাতাকৰ্ণই নিজ পুত্ৰক দান দিয়াৰ দৰে অসমী আয়ে শ্ৰেষ্ঠ দান স্বৰূপে আগবঢ়াই দিলে তেওঁৰ সুযোগ্য পুত্ৰ কৰ্মবীৰ নবীনচন্দ্ৰক। শোকাতুৰা জননী আজি ম্ৰিয়মানা, কিন্তু দানৰ গৌৰৱত ধন্যা। কৰ্মনিষ্ঠ নবদেহা ধৰিত্ৰীৰ কোলাত থৈ, অক্ষয়কীৰ্তি নবীন-চন্দ্ৰই মাতৃৰ কোলাত আশ্ৰয় ল'লে। অসমত দেশৰ কাৰণে আত্মত্যাগ কৰিবপৰা-সকলৰ অগ্ৰগণ্য নবীনচন্দ্ৰই আছিল। যথাৰ্থতে তেখেত কৰ্মবীৰেই আছিল। তেখেতৰ পুণ্যাত্মাই অসমক ধন্য, পবিত্ৰ আৰু শ্ৰীসম্পন্ন কৰি ৰাখক—এয়ে আমাৰ কামনা।"

ফুকন ডাঙৰীয়াই আকৌ কৈছে "........ কৰ্মক্ষেত্ৰত সেইদিনাৰপৰা মই তেওঁৰ অনুগামী হ'লোঁ। মই অনুগামী হলো হয়; কিন্তু তেখেতে মোক কাৰ্য-ক্ষেত্ৰত সদায় সকলো কথাতে আগবঢ়াই দি চলিছিল।" সম্পূৰ্ণ সত্য কথা।

কংগ্ৰেছত আগৰণুৱা আৰু প্ৰবীণতৰ হৈয়ো কৰ্মবীৰ বৰদলৈ ডাঙৰীয়াই নিজে প্ৰদেশ কংগ্ৰেছ কমিটিৰ সভাপতি নহৈ ফুকন ডাঙৰীয়াক সেই পদলৈ আগবঢ়াই দিছিল। জাতীয় কংগ্ৰেছৰ ৪১শ অধিবেশন অসমলৈ নিমন্ত্ৰণ কৰিবলৈ তেখেতক নিৰুৎসাহ কৰা ফুকন ডাঙৰীয়াকে কংগ্ৰেছৰ অভ্যৰ্থনা সমিতিৰ সভাপতি পাতিছিল। কেন্দ্ৰীয় ব্যৱস্থা পৰিষদলৈ নিজে নগৈ ফুকন ডাঙৰীয়াকে যাবলৈ দি আছিল। সুদীৰ্ঘ দহ বছৰেও ফুকন ডাঙৰীয়াই তাত একো উল্লেখযোগ্য কাম নকৰাতহে আৰু পিচত কংগ্ৰেছ প্ৰাৰ্থী হ'বলৈও অস্বীকাৰ কৰাতহে বৰদলৈ ডাঙৰীয়াই কেন্দ্ৰীয় পৰিষদৰ নিৰ্বাচনত তেখেতৰ লগত প্ৰতিদ্বন্দ্বিতা কৰিছিল আৰু কেইমাহমানৰ ভিতৰতে তাৰ সাৰ্থকতা প্ৰতিপন্ন কৰিছিল।

## বৰদলৈৰ চৰিত্ৰৰ বৈশিষ্ট্য

৩১ বছৰৰ আগতে কৰ্মবীৰ বৰদলৈ ডাঙৰীয়াৰ তিৰোভাবৰ পিচত স্ব সম্পাদিত 'অসমীয়া' কাকতত লিখিছিলো ঃ

"......নবীনচন্দ্ৰ আছিল কথাত আৰু কামত কায়মনোবাক্যে এক-বিধৰ নেতা। তেওঁ আনক যিটো কৰিবলৈ কৈছিল, নিজে তাক আগতে কৰি দেখুৱাইছিল। নিজে যি কাম কৰিব নোৱাৰিছিল, সেই কাম তেওঁ আনকো কৰি-বলৈ কোৱাৰ আগতে বহুবাৰ ভাবি চাইছিল। আনক বিলাসিতা পৰিত্যাগ কৰিবলৈ কৈ তেওঁ আগতে নিজৰ শ শ টকাৰ বিলাতী কাপোৰ-পোছাক জুই লগাই পুৰি দগধা মোটা খদ্দৰ পিন্ধি দেখুৱাইছিল। আনক সূতা কাটিবলৈ কৈ নিজে আগতে সুন্দৰ সূতা কাটি দেখুৱাইছিল। উকীলসকলক ওকালতি স্থগিত কৰিবলৈ কৈ নিজে নিজৰ মাহে হাজাৰ হাজাৰ টকা আয়ৰ ওকালতি ত্যাগ কৰিছিল। আনক ত্যাগ আৰু কষ্ট বৰণ কৰিবলৈ কৈ নিজে নিজৰ যথেষ্ট ধন-সম্পদ কংগ্ৰেছৰ কামত ব্যয় কৰি কাৰাবৰণ কৰিছিল। ছাত্ৰক স্কুল-কলেজ বৰ্জন কৰিবলৈ কৈ আগতে নিজৰ ল'ৰাক স্কুল-কলেজ এৰুৱাই আনিছিল। তেওঁৰ ঘৰখন আছিল যেনিবা দুখাৰ্তৰ আশ্ৰম ভবন, অভাবগ্ৰস্তৰ অভাব মোচনৰ কেন্দ্ৰ; সিফালে লাগে তাৰ গিৰীহঁতৰ অৱস্থা যিয়েই নহওক। নিজৰ আৰ্থিক অৱস্থা নিতান্ত বেয়া আৰু ধাৰ ডিঙিৰ গুৰিলৈকে হোৱা অৱস্থাতো দানবীৰ নবীনচন্দ্ৰই ধাৰ কৰি আনি অভাবগ্ৰস্ত আৰু যোগ্যজনাক আৰ্থিক সহায় কৰা আমি নিজে দেখিছো। কংগ্ৰেছসেৱীসকলক দলে দলে ভাত-জলপান খুওৱাটো তেখেতৰ ক্ষেত্ৰত সাধাৰণ ঘটনা আছিল।.. ."

এইবিলাকৰ বাহিৰে তেখেতৰ বৈশিষ্ট্য কি আছিল? অসমৰ স্বাৰ্থৰক্ষা কৰাৰ অসমৰ উৎকৰ্ষ সাধনা কৰাৰ লগে লগেহে তেখেতে ভাৰতৰ মুক্তি, ভাৰতৰ

স্বাধীনতাৰ কাৰণে যুঁজ কৰিছিল ; ববং অসমক ভাৰতৰ অন্যান্য প্ৰদেশ বা ৰাজ্যৰ লগত সমানে প্ৰতিষ্ঠিত কৰাত তেখেতে অগ্ৰাধিকাৰ দিছিল। অসম মাতৃৰ দুৰৱস্থা আৰু অবনতিত তেখেতৰ প্ৰাণ কান্দি উঠিছিল।

"শ্যাম বৰণীয়া অসম আই ধুনীয়া,
ভাৰতৰ নুমলী জী,
বীৰ সন্তানক কোলাত তুলিছিলি
আজি তোৰ বিলাই কি ?" —বুলি

স্বৰচিত গীতেৰে তেখেতে অসমী আইৰ দুখত বিননি ধৰিছিল। ১৯১৯ চনৰ মণ্টেগু-চেমছফোৰ্ড শাসন সংস্কাৰৰপৰা অসমক বৃটিছ গবৰ্ণমেণ্টে বাদ দিবলৈ কৰা প্ৰস্তাৱৰ বিৰুদ্ধে তেখেতে কেনেকৈ বিলাত পৰ্যন্ত যুঁজিছিল, সেই বিষয়ে আগতে কোৱা হৈছে। ইয়াৰ আগতে ১৯১৮ চনত কলিকতাত চাউথবৰা কমিটিৰ আগত তৰুণৰাম ফুকন, ঘনশ্যাম বৰুৱা, চন্দ্ৰধৰ বৰুৱা আৰু প্ৰসন্ন কুমাৰ বৰুৱাৰ সৈতে সেই একে দাবী লৈ সাক্ষ্য দিবলৈ যাওঁতে কলিকতাৰ হেৰিছন বৰ্ডৰ মেছ এটাত আজিকালিৰ কিছুমান ভাবপ্ৰবণ অসমীয়া ছাত্ৰই লব্ধপ্ৰতিষ্ঠ নেতাসকলৰ প্ৰতিও কটুক্তি কৰাৰ দৰে এজন অসমীয়া ছাত্ৰই লোকমান্য তিলকৰ দৰে স্বৰাজৰ কাৰণে আন্দোলন নকৰি নগণ্য শাসন সংস্কাৰৰ কাৰণে ওকালতি কৰিবলৈ অহাত বক্ৰোক্তি কৰি প্ৰশ্ন কৰিলে, "আপোনালোকে এইবিলাক কি কৰিছে ?" বৰদলৈ ডাঙৰীয়াই "ডেকাহঁত, তোমালোকে কৰিছা কি ? বঙালী ডেকাহঁতৰ দৰে কাৰাবৰণ কৰিবলৈ, অন্তৰীণ-বহিষ্কাৰলৈ ভয় নকৰি দেশ সেৱাৰ কাৰণে আগ বাঢ়িবানে ?" বুলি উত্তৰ দি তেওঁক চুপা-চাই-সোপা দিলে। এই কথা সেই আলোচনাত উপস্থিত থকা কলেজীয়া ছাত্ৰ, আমাৰ শ্ৰদ্ধেয় নেতা অমিয় কুমাৰ দাসদেৱে উল্লেখ কৰিছে।

অসমক শাসন সংস্কাৰৰ অন্তৰ্ভুক্ত কৰিবলৈ বৃটিছ কৰ্তৃপক্ষৰ ওচৰত দাবী কৰিবলৈ প্ৰসন্ন বৰুৱাৰ সৈতে বিলাতলৈ যাওঁতে একেখন জাহাজতে লোকমান্য তিলক, এছ সত্যমূৰ্তি, বিপিনচন্দ্ৰ পাল আৰু ৰঙ্গস্বামী আয়েঙ্গাৰ প্ৰভৃতি জাতীয় নেতাসকলৰ লগত বৰদলৈ ডাঙৰীয়া মুখামুখি হয়। এই নেতাসকল গৈছে প্ৰস্তাবিত শাসন সংস্কাৰৰ আঁচনি প্ৰত্যাহাৰ কৰি 'হোমৰুল' বা স্বৰাজ দিয়াৰ দাবী কৰিবলৈ। অথচ বৰদলৈ ডাঙৰীয়াই সেই শাসন সংস্কাৰ আঁচনিতে অসমক অন্তৰ্ভুক্ত কৰিবলৈ দাবী কৰিবলৈ আহিছে বুলি জানি লোকমান্য তিলকে তেওঁৰ প্ৰয়াসত খুঁত ধৰিলে। বৰদলৈ ডাঙৰীয়াই তেওঁক উত্তৰ দিলে—"আমি প্ৰস্তাবিত শাসন সংস্কাৰৰ পক্ষে ওকালতি কৰিবলৈ অহা নাই। ভয় নকৰিব লোকমান্য। আমিও আপোনালোকৰ লগে লগেই যাম। আমি জাতীয় যুদ্ধত ভাৰতৰ আন কোনো প্ৰদেশতকৈ পিচ নপৰো। অসম ভাৰতৰ আন প্ৰদেশবিলাকৰ সৈতে একেলগেই উঠিব বা পৰিব। ('Assam will rise or fall together with the rest of India')

কিন্তু কথা হৈছে এই যে বৃটিছ গৱৰ্ণমেণ্টে অসমক ভাৰতৰ অন্যান্য প্ৰদেশৰপৰা আঁতৰাই ৰাখিব খুজিছে। আমি প্ৰথমতে আপোনালোকৰ সৈতে সমান ঠাই পাওঁ, তাৰ পিচত আপোনালোকৰ লগে লগেই যাম।" —তেতিয়া তেওঁলোকে বৰদলৈ ডাঙৰীয়াৰ কাৰ্যৰ যুক্তি উপলব্ধি কৰিলে আৰু বঙ্গনেতা বিপিনচন্দ্ৰ পালে তেখেতক এই বিষয়ত পাৰ্যমানে সহায় কৰিবলৈ প্ৰতিশ্ৰুতি দিলে। —এই কথা বৰদলৈ ডাঙৰীয়াই নিজে আমাক কৈছিল আৰু আমি 'অসমীয়া'ত তেখেতৰ অন্যান্য কথাৰ সৈতে প্ৰকাশ কৰিছিলো আৰু এইবিলাক বহুতে ব্যৱহাৰ কৰিছে।

চৰকাৰে বঙালী ছিলেট জিলাখন অসমৰ লগত ৰাখি আৰু অসমৰ পেট্ৰল আৰু কেৰাচিনৰ শুল্কৰ প্ৰায় সমুদায় টকাৰপৰা অসমক বিমুখ কৰি অসমৰ প্ৰতি কৰা অন্যায়ৰ প্ৰতিবাদ কৰি বৰদলৈ ডাঙৰীয়াই কেন্দ্ৰীয় পৰিষদত চোকা বক্তৃতা দিয়ে। এই বক্তৃতা প্ৰসঙ্গত তেখেতে কয়, "এতিয়া মোৰ কৰ্তব্য হৈছে এই যে অসমৰ বাবে ছবভেনশ্যন কমিটিয়ে ডেৰ কোটি টকা মঞ্জুৰ কৰিবই লাগিব। নহলে আমাৰ প্ৰাদেশিক অপৰিহাৰ্য কামবোৰ চলাই টান হ'ব। এই টকা অসমে দাবী কৰাৰ বিশেষ কাৰণবোৰ অসমৰ সকলো সন্মিলন আৰু সভা-সমিতিয়ে দেখুৱাই আহিছে। অসমৰ আৰ্থিক অৱস্থা টনকিয়াল কৰিবৰ কাৰণেও ছিলেট জিলাখন অসমৰপৰা বাদ দিব লাগিব। এই জিলাখনৰ বছৰি ১৫।১৬ লাখ টকা ঘাটি পৰি থাকে। আমাক লাগে এখন ঘাটি নথকা প্ৰদেশ। টেটুত গলগ্ৰহ লৈ থাকিবলৈ আমাৰ ইচ্ছা নাই। সেই বাবেই আমাক পেট্ৰলৰ শুল্কৰ টকাখিনিও লাগে। লোকৰ অনুগ্ৰহলৈ চাই বহি থকাতকৈ আমি নিজে আঁচুৰি-পিচুৰি খাবলৈহে ইচ্ছা কৰো।"

তেখেতে অসমৰ কেন্দ্ৰীয় চৰকাৰৰ চাকৰিবিলাকত অসমীয়াক বঞ্চিত কৰাবো প্ৰতিবাদ কৰে আৰু সেইবিলাকত অসমীয়াক যুক্তিসঙ্গত ভাগ দিয়াৰ দাবী কৰে।

অসমৰ প্ৰতি কেন্দ্ৰীয় চৰকাৰে কৰা অন্যায়-অবিচাৰৰ উপৰিও আন্তঃ প্ৰাদেশিক ক্ষেত্ৰত বঙ্গদেশৰ লাখ লাখ মুছলমান পমুৱাৰ আগমন আৰু বঙালীসকলৰ বৃহত্তৰ বঙ্গৰ পৰিকল্পনাই যে অসম আৰু অসমীয়াৰ ৰাজনৈতিক, অৰ্থনৈতিক, আৰু সামাজিক বিপদৰ সূচনা কৰিছে, সেই বিষয়ে বৰদলৈ ডাঙৰীয়া অৱহিত আছিল আৰু আনকো অৱহিত কৰিবলৈ আৰু ইয়াৰ প্ৰতিকাৰৰ কাৰণে সংঘটিত হ'বলৈ আহ্বান কৰিছিল। অসমৰ ওপৰত বঙালীৰ অন্যায় আক্ৰোশৰ বিৰুদ্ধে অসমীয়াৰ মাজত হোৱা ক্ষুদ্ৰ জাগৰণ আৰু আন্দোলনৰ বিকৃত ব্যাখ্যা কৰি বঙ্গদেশৰ কাকতবিলাকে কৰা অপপ্ৰচাৰবো তেখেতে প্ৰতিবাদ কৰিছিল আৰু কলিকতাৰ 'আনন্দ বাজাৰ পত্ৰিকা'ত প্ৰকাশিত 'আসামে বঙ্গাল খেদা আন্দোলন' নামে প্ৰবন্ধৰ প্ৰতিবাদ কৰি সেই পিতানেৰেই দীঘলীয়া আৰু তথ্যপূৰ্ণ প্ৰতিবাদ-প্ৰবন্ধ সেই কাকতত

প্ৰকাশ কৰিছিল। মৃত্যুৰ আগে আগে মৰিয়া-পাটীত পৰি থকা অৱস্থাতো কেন্দ্ৰীয় পৰিষদৰ এজন বঙালী সদস্যাই 'অসম' নামটো থকাৰ কাৰণেই এই বঙলাভাষী-সংখ্যাগৰিষ্ঠ প্ৰদেশখনত অসমীয়াসকলে প্ৰাধান্য স্থাপন কৰিবলৈ আৰু বঙালী প্ৰভৃতি আন লোকসকলৰ অন্যায় কৰিবলৈ প্ৰয়াস পাইছে বুলি এই প্ৰদেশখনৰ নাম উত্তৰ-পূব সীমান্ত প্ৰদেশ কৰা হওক বুলি সেই পৰিষদত এটা প্ৰস্তাৱ দাঙি ধৰিবলৈ বিচাৰিছে বুলি ওলোৱা বাতৰি দেখি কৰ্মবীৰ বৰদলৈ ডাঙৰীয়াই গৰজি উঠিছিল আৰু কেন্দ্ৰীয় পৰিষদৰ কংগ্ৰেছ দলৰ বঙালী সদস্যজনক সেই অন্যায় প্ৰস্তাৱ পৰিষদত দাঙি ধৰিবলৈ কংগ্ৰেছ দলে অনুমতি দিব নেলাগে বুলি কংগ্ৰেছ দলপতি ভুলাভাই দেশাই আৰু সহকাৰী দলপতি পণ্ডিত গোবিন্দ বল্লভ পন্তলৈ এখন চিঠি লিখিবলৈ চেষ্টা কৰিছিল; কিন্তু অৱস্থা নিতান্ত দুৰ্বল হোৱাৰ কাৰণে সেই কাম কৰি উঠিব নোৱাৰিলে।

এইদৰে নিজ ৰাজ্যৰ ন্যায্য স্বাৰ্থ ৰক্ষা আৰু পূৰণ কৰাৰ কাৰণে দাবী কৰা নেতা অসমত বিৰল। অসমৰ আজিৰ নেতাসকলে তেনে কৰাটো হয় সঙ্কীৰ্ণ প্ৰাদেশিকতা বুলি ভাবে; নহয় তেনে কৰিলে তেওঁলোক কেন্দ্ৰীয় চৰকাৰ আৰু কেন্দ্ৰীয় নেতাসকলৰ বিৰাগ ভাজন হ'ব লাগিব আৰু তেওঁলোকৰ প্ৰতিষ্ঠা লাভত ব্যাঘাত পৰিব বুলি ভাবে। এইদৰে চলি তেওঁলোকৰ দুই-এজনে হয়তো নিজে কিছু প্ৰতিষ্ঠা লাভ কৰিছে; কিন্তু অসমৰ একো উপকাৰ কৰিব পৰা নাই। অথচ বৰদলৈ ডাঙৰীয়াই নিজ প্ৰদেশৰ ন্যায্য স্বাৰ্থৰ কাৰণে যুঁজ কৰিও আত্ম-প্ৰতিষ্ঠা লাভ কৰিছিল; বৰং নিজ প্ৰদেশৰ ন্যায্য স্বাৰ্থৰ কাৰণে যুঁজ কৰিয়েই সৰ্ব-ভাৰতীয় খ্যাতি আৰু সন্মান লাভ কৰিছিল।

বৰদলৈ ডাঙৰীয়াৰ আন এটা বৈশিষ্ট্য আছিল তেখেতৰ উদাৰতা। দেশভক্ত ফুকন ডাঙৰীয়াই কৈছে—"উদাৰতাত শত্ৰুক জয় কৰিবপৰা শক্তি ভগবন্তই তেখেতক দিছিল।"—ইয়াৰ বহুত নিদৰ্শন পোৱা যায়। তেখেতৰ সুযোগ্যা দুহিতা, কবি শ্ৰীমতী নলিনীবালা দেৱীয়ে এই বিষয়ে দিয়া এটা দৃষ্টান্তৰ এই প্ৰসঙ্গত উল্লেখ কৰিব পাৰি। তেখেতে লিখিছে ঃ

"আৰু এটি ঘটনাৰ কথা তেখেতৰ মুখেই শুনিছিলো। কেন্দ্ৰীয় এছেমব্লিৰ নিৰ্বাচনৰ সময়ত দুটা দল হোৱাৰ বাবে তেখেতৰ বিপক্ষে বহুতে নানা নিন্দাবাদ কৰি তেখেতক দেশৰ আগত হেয় কৰিবলৈ চেষ্টা কৰিছিল। এজন বিশিষ্ট আৰু নামজলা গোসাঁয়ে বৰদলৈৰ যিমান পাৰে শত্ৰুতা কৰিছিল। গোসাঁইজন মৌজাদাৰ আছিল। এবছৰৰ পিচত খাজনাৰ চৰকাৰী কিস্তি শোধাব নোৱাৰি তেওঁৰ মৌজা যাওঁ যাওঁ হ'ল। গোসাঁয়ে টকা বিচাৰি তেখেতৰ সকলো বন্ধুৰ ওচৰতে হাত পাতি বিফল হৈ, বাৰ লাইব্ৰেৰীত মূৰে-কপালে হাত দি বহি আছে। এনেতে বৰদলৈ ডাঙৰীয়াই দেখি ওচৰ চাপি সুধিলে—'কি গোসাঁই, কি হ'ল?' গোসাঁয়ে নিজৰ অথন্তৰৰ কথা ক'লে। তেতিয়া সৰলমতি বৰদলৈয়ে ক'লে—'ক'তা,

মোকতো আপুনি এই বিষয়ে একো কোৱা নাই?' তেতিয়া গোসাঁয়ে সেমেনা-সেমেনিকৈ ক'লে, 'মই আপোনাৰ ওচৰ চাপিবৰ বাট থোৱা নাই নহয়।' 'সেইটো কি কথা? মোক কেতিয়াবা শত্ৰুতা কৰিছিল বুলি মই আপোনাক সহায় নকৰিমনে?'—এই বুলি বৰদলৈয়ে ততালিকে এজন মাৰোৱাৰীলৈ নিৰ্দিষ্ট টকা গোসাঁইক ধাৰে দিবলৈ নিজে জামিন হৈ চিঠি দিলে। কাৰণ বৰদলৈৰ নিজৰ হাত উদং। গোসাঁয়ে এই কাণ্ড দেখি কিছুপৰ স্বৰগ পৰা মানুহৰ দৰে থৰ হৈ ৰ'ল। পিচত হঠাৎ বৰদলৈৰ ভৰিত পৰি কান্দি ক'বলৈ ধৰিলে, 'বৰদলৈ ডাঙৰীয়া, আপুনি মানুহ নহয়, দেৱতা। মই আপোনাক চিনি পোৱা নাছিলো। উঃ, মই আপোনাৰ কত শত্ৰুতা কৰিছো। তাৰ প্ৰতিশোধ আপুনি এইদৰে দিলে। আজি এই বিপদৰপৰা আপুনি নিজে ধাৰৰ বোজা লৈ ৰক্ষা কৰিবলৈ আগবাঢ়ি আহিল। মই এই পাপৰ পৰাচিত কেনেকৈ কৰিম?' বৰদলৈয়ে গোসাঁইক সাবটি ধৰি ক'লে 'গোসাঁই বেজাৰ নকৰিব.......।' সেই গোসাঁইজনে বৰদলৈদেৱক পিচত দেৱতাৰ দৰে ভক্তি কৰিছিল।"

এদিন এই লেখকৰ অগ্ৰজপ্ৰতিম আৰু বৰদলৈ ডাঙৰীয়াৰ গুণগ্ৰাহী আৰু তেখেতক অসহযোগ আন্দোলনৰ দিনত বিশেষ ধৰণৰ যঁতৰ তৈয়াৰ কৰি দি আৰু পাৰোপাহাৰ আদি ঠাইৰপৰা কপাহ আনি দি আৰু আন নানান প্ৰকাৰে সহায় কৰা লক্ষ্মীনাথ দাসদেৱৰ ঘৰত তেওঁ এজন ডেকা সাহিত্যিক হাকিমৰে সৈতে কথা পাতি থকা পালো। কথা-বতৰা হোৱাৰ অন্তত হাকিমজনক বিদায় দি দাসে আমাক ক'লে—"খুব সাহিত্যিক প্ৰতিভা আছে এই হাকিমজনৰ। ছাত্ৰ হিচাপেও মেধাবী ছাত্ৰই আছিল। আৰ্থিক অৱস্থা বৰ ভাল নহয়—বি-এ পৰীক্ষা দিবৰ সময়ত পৰীক্ষাৰ ফীজ দিব নোৱাৰি বৰ বিপদত পৰি বৰদলৈ ডাঙৰীয়াক টকা আঢৈকুৰি খুজিলেগৈ। কি অদ্ভুত মানুহ বৰদলৈ! সেই সময়ত অসহযোগ আন্দোলনৰ পূৰ্ণ পয়োভৰ। বৰদলৈ ডাঙৰীয়া নিজে ঘোৰ অসহযোগী আৰু ছাত্ৰ-সকলক স্কুল-কলেজ বৰ্জন কৰিবলৈ আহবান কৰি নিজৰ দুই পুতেকক কলেজৰ-পৰা একৰাই আনিছে। ঘৰৰ অৱস্থাও তেতিয়া ভাল নহয়। তথাপি তেওঁ এই বি.এ পৰীক্ষাৰ্থী ছাত্ৰজনক ক'লে, 'তুমি এজন মেধাবী ছাত্ৰ। মোৰ কথা জানি-শুনিও পৰীক্ষা দিবলৈ টকা বিচাৰি আহিছা? বাৰু নিয়া; ভগবানে তোমাক মঙ্গল কৰক।'—তেওঁ সহায় নকৰা হ'লে হয়তো তেওঁৰ বি.এ পৰীক্ষা দিয়াই নহ'লহেঁতেন।"

ইয়াৰ পিচত ১৯৩৪ চনৰ শেহৰ ফালে কেন্দ্ৰীয় ব্যৱস্থা পৰিষদৰ নিৰ্বাচনৰ সময়ত তেখেতৰ প্ৰতিদ্বন্দ্বী পক্ষই তেখেতৰ বিৰুদ্ধে প্ৰচাৰ কৰা নানান কুৎসাপূৰ্ণ প্ৰচাৰ-পত্ৰবিলাকৰ এখন এই লেখকক দেখুৱায়। তাত অন্যান্য কথাৰ লগত লিখা হৈছে, "তেখেতে ১৯২১ চনৰ অসহযোগ আন্দোলনৰ সময়ত কলেজৰ বহুত

ভাল, ভাল ল'ৰাৰ ভৱিষ্যত নষ্ট কৰিলে, সিহঁতক নানান উত্তেজনামূলক আৰু ভাবপ্ৰৱণ কথাৰে স্কুল-কলেজ বৰ্জন কৰাই পিচত নিঃসহায় অৱস্থাত এৰি দিলেহি" ইত্যাদি। এই অভিযোগৰ অন্তত বৰদলৈ ডাঙৰীয়াই আমাক কৈছিল,—"মইনো কাকতৰ লগত এই কথা লৈ কি তৰ্ক কৰিবলৈ যাম! মোক এইদৰে অভিযোগ দি তেওঁলোকে মোৰ প্ৰতি নিতান্ত অন্যায় কৰিছে। মই কোনো ছাত্ৰকে অযথা উত্তেজনামূলক কথাৰে প্ৰতাৰিত কৰি স্কুল-কলেজ বৰ্জন কৰোৱা নাছিলোঁ। স্কুল-কলেজ এৰি আহি দেশৰ কাম কৰাৰ বিনিময়ত তেওঁলোকৰ ভৱিষ্যতৰ ব্যৱস্থা কৰিম বুলিও কোৱা নাছিলোঁ। মই আহ্বান কৰিছিলোঁ পদানত মাতৃ-ভূমিৰ সেৱা কৰিবলৈ, শৃংখলাবদ্ধা দেশমাতৃৰ মুক্তিৰ কাৰণে সন্তানক যুদ্ধ কৰিবলৈ —যদি তেওঁলোকৰ কাৰোবাৰ প্ৰাণ দেশৰ এই অৱস্থাৰ কাৰণে কান্দে। কিন্তু এই যুদ্ধ যে সহজ নহয়, ই দীৰ্ঘকাল ব্যাপি চলিব আৰু ইয়াত অপাৰ দুখ-কষ্ট আছে, সেই কথাও মই বাৰে বাৰে কৈছিলোঁ। যিসকল ছাত্ৰই জন্মভূমিৰ কাৰণে অন্তৰ কান্দি উঠাত স্কুল-কলেজ এৰি আহি জননীৰ সেৱাত আত্মনিয়োগ কৰি কষ্ট ভুগিছে, মোৰ বিশ্বাস সেইসকল ছাত্ৰই কেতিয়াও এই কষ্টৰ কাৰণে আপত্তি বা অনুতাপ নকৰে। যিসকলৰ অন্তৰ এই দুৰৱস্থাই পৰশ কৰা নাছিল, আৰু যিসকলে স্কুল-কলেজ বৰ্জন কৰিবলৈ ইচ্ছুক নাছিল, সেইসকলক মই কলেজ এৰিবলৈ কেতিয়াও টানি ধৰা নাছিলোঁ। বৰং তেওঁলোকৰ মঙ্গল কামনা কৰি দুই-চাৰিজনক পৰাপক্ষত সহায়হে কৰিছিলোঁ।"—তৎক্ষণাত আমাৰ মনত পৰি-ছিল অগ্ৰজপ্ৰতিম দাসে চিনাকি কৰি দিয়া উপৰোক্ত ছাত্ৰ তথা হাকিমজনৰ কথালৈ।

সৎসাহস আৰু স্পষ্টবাদিতাতো বৰদলৈ ডাঙৰীয়া অদ্বিতীয় আছিল। তেখেতে অন্যায় কটুক্তি কেতিয়াও সহ্য নকৰিছিল আৰু ততালিকে তেনে উক্তি কৰা সকলক চুঙা-চাই-সোপা দিছিল; ছিলেট জেলত বন্দী থকা অৱস্থাত জেল পৰি-দৰ্শন কৰিবলৈ গৈ তেখেতক "এতিয়া কেনে পাইছা?" বুলি কটুক্তি কৰা সুৰমা উপত্যকাৰ কমিছনাৰ চাহাব মিঃ ৱেবষ্টাৰক যেনেকৈ দিছিল, ঠিক সেই দৰেই নিজ দলৰ নেতৃস্থানীয় লোককো দিছিল। আমি আগতে কৈছোঁ যে পাণ্ডু কংগ্ৰেছৰ আগে আগে কানপুৰত কংগ্ৰেছ গঠনতন্ত্ৰৰ সংশোধন কৰি কংগ্ৰেছৰ প্ৰতিনিধি-সকলৰ ফী আগৰ দহ টকাৰ (প্ৰতিজনৰ) পৰা মাত্ৰ এটকা কৰা হৈছিল আৰু সেই কাৰণেও পাণ্ডু কংগ্ৰেছৰ অভ্যৰ্থনা সমিতি বহু পৰিমাণে ক্ষতিগ্ৰস্ত হ'ব লগা হৈছিল। কলিকতাৰ 'বেঙ্গলী' কাকতে এই বিষয়ে ১৯২৬ চনৰ ২৪ ডিচেম্বৰৰ সংখ্যাত এইদৰে লিখিছিল:

"......The change in the Congress constitution has reduced the delegate's fee from rupees ten to rupee one only. This reduction came into effect for the first time at Kanpore. It is not within our scope to deal with the question of delegate's fees but we may point out that its

reduction to such a low figure will considerably add to the difficulties of future Reception Committees. This session (Gauhati Congress) the working committee is expected to recommend the old fee of rupees ten."

পাণ্ডু কংগ্ৰেছত ৱাৰ্কিং কমিটিয়ে নিজে প্ৰতিনিধিসকলৰ ফী আগৰ স্তৰলৈ বৃদ্ধি কৰিবলৈ কোনো প্ৰস্তাৱ দিয়া নাছিল। বৰদলৈ ডাঙৰীয়াই বিষয় বাছনি কমিটিত ৱাৰ্কিং কমিটিক তাকে কৰিবলৈ অনুৰোধ কৰি এটা প্ৰস্তাৱ দাঙি ধৰিছিল বা ধৰাইছিল। সেইদিনা বিষয় বাছনি কমিটিৰ সভাত এই লেখক স্বেচ্ছাসেৱক ৰূপে উপস্থিত আছিল। বৰদলৈ ডাঙৰীয়া প্ৰতিনিধিৰ ফী বৃদ্ধি কৰিবৰ কাৰণে প্ৰস্তাৱটোৰ ওপৰত বক্তৃতা দি থাকোঁতে এজন বিশিষ্ট মাদ্ৰাজী প্ৰতিনিধিয়ে মাত লগালে—"বৰদলৈয়ে তেওঁলোকৰ অভ্যৰ্থনা সমিতিৰ কাৰণে কান্দিছে।" ("Mr. Bordoloi is crying for their Reception Committee") বৰদলৈ ডাঙৰীয়াই তপৰাই কটা উত্তৰ দিলে—"মই অভ্যৰ্থনা সমিতিৰ কাৰণে কান্দিব পাৰোঁ। কিন্তু যিসকলে এই প্ৰস্তাৱৰ বিৰোধিতা কৰিছে, তেওঁলোকে তেওঁলোকৰ নিজৰ কাৰণে কান্দিছে। নিজৰ কাৰণে কন্দাতকৈ অভ্যৰ্থনা সমিতিৰ কাৰণে কন্দাটো নিশ্চয় শ্ৰেয়ঃ।"—সভাত হাঁহিৰ গিৰ্জনি উঠিল।

আনকি কেন্দ্ৰীয় পৰিষদৰ কংগ্ৰেছ দলৰ উপদলপতি পণ্ডিত গোবিন্দবল্লভ পন্তক সভাগৃহত তেখেতে নমস্কাৰ কৰোঁতে তেওঁ নিৰ্বিকাৰ হৈ থকাৰ কাৰণেও নিৰ্ভীক আৰু স্পষ্টবাদী বৰদলৈ ডাঙৰীয়াই দলৰ সভাত ক্ষোভ প্ৰকাশ কৰি তেওঁক তাৰ কাৰণে ক্ষমা প্ৰাৰ্থনা কৰিব লগা কৰিছিল।

নিজে কৰা উচিত বুলি ভবা কাম কৰাত বৰদলৈ ডাঙৰীয়াক কোনো অন্তৰায়ে বাধা দি ৰাখিব নোৱাৰিছিল। মহাত্মা গান্ধীয়ে অসমেনো কেনেকৈ কংগ্ৰেছ অধিবেশন কৃতকাৰ্যভাৱে পাতিব, সেই বিষয়ে বৰদলৈ ডাঙৰীয়াৰ আগত সন্দেহ প্ৰকাশ কৰাত বৰদলৈ ডাঙৰীয়াই তেখেতক সমিধান দিছিল যে "অসমত যে অকল কংগ্ৰেছেই হ'ব, তেনে নহয়; এই কংগ্ৰেছৰ সভা-মণ্ডপো অকল অসমৰ খদ্দৰেৰেই তৈয়াৰ হ'ব।" —সঁচাকৈয়ে কৃষ্ণনাথ শৰ্মা, পণ্ডিত কনকচন্দ্ৰ শৰ্মা প্ৰমুখ্যে অক্লান্ত আৰু একনিষ্ঠ দেশসেৱকসকলৰ সক্ৰিয় সহযোগিতাত সেই বিৰাট মণ্ডপটো অসমৰ খদ্দৰেৰেই তৈয়াৰ কৰিলে—যি কাৰ্যৰ বাবে স্বয়ং মহাত্মা গান্ধীয়েও তেখেতৰ 'ইয়ং ইণ্ডিয়া' কাকতত অসমবাসীৰ ভূৰি ভূৰি প্ৰশংসা কৰিছিল।

মিউনিচিপেল বৰ্ডত থাকোঁতে অকংগ্ৰেছী চেয়াৰমেনজনৰ সমন্বিতে বৰ্ডৰ সৰহসংখ্যক সদস্যই অসমৰ গৱৰ্ণৰৰ গুৱাহাটী আগমন উপলক্ষে তেওঁক বৰদলৈ ডাঙৰীয়াৰ ঘোৰ আপত্তি সত্ত্বেও বৰ্ডৰ পক্ষৰপৰা অভিনন্দন জনাবলৈ সিদ্ধান্ত কৰিলে। বৰদলৈ ডাঙৰীয়াই দৃঢ়কণ্ঠে ঘোষণা কৰিলে যে "তেওঁলোকে যি কৰে কৰক; কিন্তু তেওঁ অকলে হ'লেও সভাগৃহৰ আগত গৱৰ্ণৰক ক'লা

পতাকা প্ৰদৰ্শন কৰিব।" বৰদলৈ ডাঙৰীয়াৰ এই সংকল্পৰ কথা জানি গৱৰ্ণৰ মহোদয়ে মিউনিচিপেল ব'ৰ্ডৰ অভিনন্দন লোৱা আৰু মিউনিচিপেল ব'ৰ্ডে তেওঁক অভিনন্দন দিয়াৰ ইচ্ছা পৰিত্যাগ কৰিলে।

লোকেল ব'ৰ্ডৰ চেয়াৰমেন থাকোঁতে বৰদলৈ ডাঙৰীয়াই হিন্দু, মুছলমান আৰু বৌদ্ধ সকলোৰে তীৰ্থ-ঠাই হাজোলৈ অহা-যোৱা কৰা দুৰ্গম আৰু ঠেক বাটটো ভাল আৰু বহল কৰিবলৈ লওঁতে মাজ পথত শিলাময় আগীয়াঠুঁটি পাহাৰে বাধা দিয়ে। বৰদলৈ ডাঙৰীয়াই সেই বাধাৰ ওচৰত পৰাজয় স্বীকাৰ নকৰি ডিনেমাইট দি ভাঙ্গলেখিনি দীৰ্ঘ সেই প্ৰকাণ্ড শিল ভাঙ্গি-ফালি দূৰ কৰি সেই পথ প্ৰশস্ত কৰিহে এৰিলে। এই সাহসী কাম কৰোঁতে বৰদলৈ ডাঙৰীয়াই কিমান কষ্ট কৰি তেওঁ-লোকক তবধ মনাইছিল, সেই বিষয়ে তেখেতৰ সহযোগী আৰু ভাইচ্ চেয়াৰমেন সিদ্ধিনাথ শৰ্মা ডাঙৰীয়াই ৰোমাঞ্চকৰ ভাবে বৰ্ণনা কৰিছিল।

দেশৰ সমস্যাৱলীৰ বিষয়ে গভীৰভাৱে অধ্যয়ন কৰা আৰু আৱশ্যকীয় সকলো তথ্য-পাতি জানিবলৈ চেষ্টা কৰাটো বৰদলৈ ডাঙৰীয়াৰ আন এটা বিশেষত্ব আছিল। আনকি আন দেশৰ ইতিহাস আৰু ঘটনাৱলীৰ বিষয়েও তেখেত গভীৰ অধ্যয়নপুষ্ট আছিল। তেখেতৰ বক্তৃতাৱলীত তেখেতে সেইবিলাক ঐতিহাসিক ঘটনাৰ কথা বহলভাৱে উল্লেখ কৰিছিল। কাউন্সিল-এছেম্বলিত আৰু বিলাতত শাসক বৃটিছ শাসকবৰ্গৰ ওচৰত অসমৰ তথা ভাৰতৰ জনসাধাৰণৰ দাবী উত্থাপন কৰোঁতে তেখেতে তেওঁলোকৰ নিজৰ দেশে বিদেশী শাসক বা আক্ৰমণকাৰীৰ-বিৰুদ্ধে আৰু মুক্তিৰ কাৰণে কেনেকৈ যুঁজিছিল—তেওঁলোকৰ নিজৰ দেশৰ জন-সাধাৰণে নিজৰ স্বেচ্ছাচাৰী শাসকৰ বিৰুদ্ধে কেনেকৈ বিদ্ৰোহ কৰিছিল—সেইবিলাক কথা মৰ্মস্পৰ্শী ভাষাৰে মনত পেলাই দিছিল। ১৯২১ চনত মহাত্মা গান্ধী অসমলৈ আহোঁতে তেখেতে অসমৰ বিষয়ে জানিব খোজা সকলো কথা আৰু তেখেতে বিচৰা সকলো তথ্য-পাতি বৰদলৈ ডাঙৰীয়াই যেনেকৈ ততালিকে দিব পাৰিছিল, সেই কথা উল্লেখ কৰি মহাত্মাৰ সচিব শ্ৰীকৃষ্ণদাসজীয়ে 'ইয়ং ইণ্ডিয়া' কাকতত তেখেতৰ ভূৰি ভূৰি প্ৰশংসা কৰিছিল আৰু লিখিছিল যে অসমৰ বিষয়ে জানিব লগা সকলো কথা বৰদলৈ ডাঙৰীয়াৰ নখৰ আগত থকা যেন বোধ হৈছিল আৰু অসমৰ বিষয়ে মহাত্মাই বিচৰা সকলো তথ্য-পাতিকে তেখেতক দিবলৈ বৰদলৈ ডাঙৰীয়াই অলপো সময় লোৱা নাছিল।

এনে আৱশ্যকীয় আহিলা আৰু তথ্য-পাতিৰে 'ৰাজনীতি' আচৰণ কৰা নেতা আমাৰ মাজত বৰ বিৰল।

বৰদলৈ ডাঙৰীয়াৰ আন এটা বৈশিষ্ট্য আছিল ল'ৰা আৰু ডেকাসকলৰ লগত অবিৰাম যোগাযোগ ৰখা আৰু তেওঁলোকৰ মাজৰপৰা দেশৰ পিচৰ আৰু ভৱিষ্যৎ দেশসেৱক আৰু কৰ্মী এদল তৈয়াৰ কৰিবলৈ যত্ন কৰাটো। এই

উদ্দেশ্যে তেখেতে কংগ্ৰেছৰ ডেকা আৰু নবীন কৰ্মীসকলক পাৰ্যমানে উৎসাহ আৰু শিক্ষা দিছিল—খিটো গুণ ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা আৰু পিচৰজন বৰদলৈৰ (লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ) বাহিৰে অসমৰ কোনো কংগ্ৰেছ নেতাৰ গাত দেখা নাযায়। বৰং কোনো কোনো নেতাই তেওঁলোকৰ অনুগত কোনো ডেকা কৰ্মীয়ে নিজা অধ্যৱসায়েৰে অনুষ্ঠানত আৰু জনসাধাৰণৰ মাজত কিছু প্ৰতিষ্ঠা লাভ কৰিলেও তেওঁ ভৱিষ্যৎ তেওঁলোকৰ প্ৰতিদ্বন্দ্বী হৈ উঠিব বুলি শঙ্কা কৰি তেওঁক নিৰুৎসাহ কৰাহে দেখা যায়। সেই কাৰণেই তেওঁলোকৰ পিচত উপযুক্ত আৰু প্ৰশিক্ষণপ্ৰাপ্ত যথেষ্ট সংখ্যক দেশকৰ্মী আৰু নেতাৰ অভাৱ আৰু তাৰ ফলত দেশৰ ক্ষতি হোৱাটো পৰিলক্ষিত হয়।

বৰদলৈ ডাঙৰীয়াই তেওঁৰ সংস্পৰ্শত অহা ডেকা কৰ্মীসকলক নানান কথা শিকাইছিল আৰু পাৰ্যমানে সাহস আৰু উদগনি দিছিল। তেওঁলোকৰ কোনো-জনে তাৰ কাৰণে "আপোনাৰপৰা বহুত কথা শিকিলোঁ" বুলি সন্তোষ আৰু কৃতজ্ঞতা প্ৰকাশ কৰিলে তেখেতে কৈছিল, "মইনো তোমাক কি শিকাইছোঁহে! আমি জানোৱেই বা কিমান? আমাৰ অকিঞ্চিৎকৰ জ্ঞান-বুদ্ধিতে তোমালোকৰ শিক্ষা সীমাবদ্ধ নকৰিবা। আমাকে আদৰ্শ কৰি নল'বা। আমাতকৈ বেছি শিকিবলৈ, বেছি কৰিবলৈ চেষ্টা কৰা; আমাতকৈ ডাঙৰ হ'বলৈ, মহৎ আৰু মহীয়ান হ'বলৈ চেষ্টা কৰা, যাতে আমি বুঢ়াকেইটাই তাকে দেখি গৌৰৱ কৰিব আৰু জীৱনৰ সন্ধিয়া পৰত শান্তি লভিব পাৰোঁ।"

এয়ে আছিল বৰদলৈ ডাঙৰীয়াৰ মহত্ত্ব। বৰদলৈ ডাঙৰীয়াই এইদৰে বিশেষভাৱে মৰম কৰা আৰু উৎসাহ দিয়া ডেকাসকলৰ ভিতৰত এই লেখকো অন্যতম আছিল। এই কথা আজি পৰম সন্তোষ আৰু গৌৰৱেৰে স্মৰণ কৰোঁ। তেখেতৰ চ'ৰাত বহোতে কিম্বা তেখেতৰ সৈতে সন্ধিয়া পৰত ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে ফুৰোঁতে তেখেতে আমাক কিমান কথা কৈছিল, কিমান উৎসাহ আৰু সজ উপদেশ দিছিল! সেইবিলাকৰ দুই-চাৰিটা মাথোন টুকি ৰাখিছিলোঁ আৰু 'অসমীয়া' কাকতত প্ৰকাশ কৰিছিলোঁ। আনবিলাক কথা লিখি নেৰাখিলোঁ কিয়, তাৰ কাৰণে আজি অনুতাপ হৈছে। কিন্তু তেখেতৰপৰা যিখিনি পালোঁ, তাৰ কাৰণে গৌৰৱান্বিত। আশানুৰূপ সফলতা লাভ কৰিব নোৱাৰাটো নিজৰ দোষ বা দুৰ্ভাগ্য। কিন্তু তেখেতৰ আদৰ্শকে যথাসাধ্য অৱলম্বন কৰি আহিছোঁ আৰু আছোঁ। ভাৰতৰ স্বাৰ্থৰক্ষাৰ আৰু উন্নয়নৰ ভিতৰত অসম যাতে বাদ নপৰে আৰু উপেক্ষিত নহয়, সেই বিষয়ে যথাসাধ্য চেষ্টা কৰিছোঁ; ভাৰতৰ আন ঠাইৰ হ'লেই আমাৰো হ'ব বুলি আমাৰ বহুত নেতাই লোৱাৰ দৰে আত্ম-প্ৰবোধ ল'ব পৰা নাই। এনে আশা পোষণ কৰি অসমৰ ন্যায্য স্বাৰ্থ উপেক্ষিত বা ক্ষুণ্ণ হ'বলৈ নিদি অসমৰ স্বাৰ্থৰক্ষাৰ লগে লগে ভাৰতৰ স্বাৰ্থৰক্ষাৰ পোষকতা

কৰি আছিছোঁ। কংগ্ৰেছত থাকোতে কোনো কোনো সহকৰ্মীৰ বিৰাগভাজন হৈয়ো অসমৰ মাটি বন্দোবস্তী ব্যৱস্থা, অসমৰ ভাষা সমস্যা আৰু অসমৰ পমুৱা (পূব বঙ্গৰ) সমস্যা অসমীয়াৰ অনুকূলে নিয়ন্ত্ৰণৰ পোষকতা কৰিছোঁ, অসমৰ পেট্ৰল শুল্কৰ ক্ষেত্ৰত চৰকাৰে অসমৰ প্ৰতি কৰা অন্যায়ৰ প্ৰতিবাদ কৰিছোঁ, বৃটিছ কেবিনেট মিছনৰ আঁচনিমতে অসমক বঙ্গদেশৰ সৈতে এক গ্ৰুপ-ৰাজ্যৰ অন্তৰ্ভুক্ত কৰাৰ ব্যৱস্থা কেন্দ্ৰীয় কংগ্ৰেছ নেতৃত্বই পৰোক্ষভাৱে সমৰ্থন কৰাৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছো আৰু অসমত অসমীয়াৰ প্ৰাধান্য স্থাপনৰ পোষকতা কৰিছোঁ। নিৰ্দলীয় অৱস্থাত থকা কালতো কৰ্মবীৰ বৰদলৈ ডাঙৰীয়াৰ আদৰ্শ আৰু প্ৰেৰণাতে আগৰ আসাম-বেঙ্গল আৰু পিচৰ উত্তৰ-পূব ৰেলৱেৰ সদৰ-কেন্দ্ৰ অসমত স্থাপন কৰাৰ, ব্ৰহ্মপুত্ৰৰ ওপৰত দলং নিৰ্মাণ কৰাৰ, অসমত তেল শোধনাগাৰ স্থাপন কৰাৰ, অসমীয়া ভাষাক অসমৰ চৰকাৰী ভাষা কৰাৰ, পাকিস্থানী অনুপ্ৰবেশকাৰীসকলক বহিষ্কাৰ কৰাৰ পোষকতা কৰিছোঁ আৰু অসমক কেইবাখনো খণ্ডৰাজ্যত বিভক্ত কৰি এখন ছাব ফেডাৰেশ্যন বা যুক্তৰাজ্য গঠন কৰাৰ তীব্ৰ বিৰোধিতা কৰিছোঁ। এইবিলাকৰ কিছুমানৰ সম্পৰ্কত সমভাবাপন্ন অন্যান্য দল অনুষ্ঠানৰ নেতৃস্থানীয়সকলৰ সৈতে ভূতপূৰ্ব প্ৰধান মন্ত্ৰী নেহৰু, গৃহমন্ত্ৰী গোবিন্দবল্লভ পন্ত, লালবাহাদুৰ শাস্ত্ৰী, শ্ৰী ৱাই. বি. চৱন আৰু বৰ্তমান প্ৰধান মন্ত্ৰী শ্ৰীমতী ইন্দিৰা গান্ধীৰ ওচৰত পোনপটিয়াভাৱেও আমাৰ দাবী আৰু বক্তব্য স্পষ্ট আৰু দৃঢ়ভাৱে দাঙি ধৰিছোঁ আৰু এই বিষয়ত বহু পৰিমাণে কৃতকাৰ্যতাও লাভ কৰিছোঁ। এতিয়াও অসমৰ এনে নানান যুক্তিসঙ্গত দাবীৰ লগত জড়িত আছোঁ। "হৰেন্দ্ৰ, তুমি বৰ দেশৰ কাম কৰিছা। তুমি লেখনি আৰু বাতৰি কাকত নেৰিবা"—কৰ্মবীৰৰ এই নিৰ্দেশকে আজি প্ৰায় দুকুৰি বছৰ সাৰোগত কৰি আছোঁ। কৰ্মবীৰ বৰদলৈৰ পুণ্যাত্মাই যেন আমাক আৰু সহকৰ্মীবৃন্দক এই বিষয়ত আশীৰ্বাদ দিয়ে।

কৰ্মবীৰৰ স্মৃতি-তৰ্পণ ইমানতে সামৰিব খুজিছিলোঁ। কোনো কোনো জনে প্ৰবন্ধটো দীঘলীয়া হোৱা যেনো দেখিব পাৰে—আমি হ'লে ইয়াক হাতী মাৰি ভুৰুকাত ভৰোৱা যেনহে পাইছোঁ। আমাৰ ধাৰণা, এই প্ৰবন্ধটোৱে কৰ্মবীৰ বৰদলৈ ডাঙৰীয়াৰ কৰ্মময় জীৱনৰ কিছুমান কামৰ কথা সামৰিব পৰা নাই। উত্তৰ গুৱাহাটীৰ হাইস্কুল কমলদেৱ ইনষ্টিটিউশ্যন, কামৰূপ একাডেমী, আৰ্ল ল কলেজ, কুমাৰ ভাস্কৰ নাট্যমন্দিৰ আদি অনুষ্ঠান-প্ৰতিষ্ঠান স্থাপনত তেখেতৰ ভূমিকাৰ আৰু অন্যান্য কিছুমান কথাও উল্লেখ কৰা হোৱা নাই। কিন্তু শ্ৰদ্ধেয় শ্ৰীঅতুল চন্দ্ৰ হাজৰিকাৰ অনুৰোধত, বৰদলৈ ডাঙৰীয়াই 'আনন্দ বাজাৰ পত্ৰিকা'ত লিখা পূৰ্বোল্লিখিত চিঠিখনৰ অসমীয়া অনুবাদটোও ইয়াতে যোগ দিলোঁ।

বৰদলৈ ডাঙৰীয়াই 'আনন্দ বাজাৰ পত্ৰিকা'ত এই চিঠি লিখিছিল, সেই কাকতে অসমত বঙালীসকলে সেই সময়ত কৰা কিছুমান আক্ৰোশমূলক কাৰ্যৰ প্ৰতিবাদকল্পে হোৱা প্ৰতিৰোধ আন্দোলনক 'বঙাল খেদা আন্দোলন' বুলি অভিহিত কৰি, অসমৰ জাতীয় নেতা বৰদলৈ ডাঙৰীয়ায়ো এই আন্দোলনত ইন্ধন যোগাইছে বুলি লিখা ভিত্তিহীন সম্পাদকীয় প্ৰবন্ধৰ প্ৰতিবাদ স্বৰূপে। বৰদলৈ ডাঙৰীয়াই তাৰ কেইদিনমানৰ আগতে গুৱালপাৰাত কংগ্ৰেছৰ সোণালী জয়ন্তী অনুষ্ঠানত দিয়া ভাষণত কংগ্ৰেছৰ আন্দোলনত অসমবাসীৰ গৌৰবপূৰ্ণ অবদানৰ কথা উল্লেখ কৰি, ইয়াৰ বঙালীসকলে এই আন্দোলনত যথোচিত বৰঙণি দিয়া নাই—বৰং তেওঁলোকৰ সঙ্কীৰ্ণ স্বাৰ্থ পূৰণ কৰাতহে ব্যস্ত বুলি মন্তব্য কৰিছিল আৰু তেওঁৰ এই কথাকে কলিকতাৰ কাকতবিলাকে বৌটোকে চৌটো কৰিছিল আৰু আনন্দ বজাৰ পত্ৰিকাই উক্ত সম্পাদকীয় প্ৰকাশ কৰিছিল। বৰদলৈ ডাঙৰীয়াই ইয়াৰ উত্তৰত লিখিছিল ঃ

## "অসমত বঙালখেদা আন্দোলন ?"

"আপোনাৰ মূল্যবান কাকত 'আনন্দ বজাৰ পত্ৰিকা'ৰ দুটা সংখ্যাত মোৰ সম্পৰ্কে কৰা মত প্ৰকাশৰ কাৰণে মই আপোনাৰ ওচৰত কৃতজ্ঞ। যি আন্দোলনক আপোনালোকে 'বঙাল খেদা আন্দোলন' বুলি অভিহিত কৰিছে, সেই সম্পৰ্কে আপোনালোকৰ ধাৰণা ভ্ৰমাত্মক বুলি ভাবোঁ। সঁচাকৈয়ে 'বঙাল খেদাৰ' কোনো আন্দোলন হোৱা আমি ইয়াত দেখা নাই। যি দেখিছো, সি অসমীয়া জাতিৰ আত্মৰক্ষাৰ আন্দোলনহে। আমি 'বঙাল খেদা আন্দোলন'ত সংশ্লিষ্ট নহয়। কিন্তু আমাৰ নমস্য আৰু প্ৰকাৰন্তৰে শিক্ষাগুৰু ছাৰ পি. চি. ৰায় মহাশয়ে বাৰে বাৰে বঙালীসকলক সংঘবদ্ধ হ'বলৈ আৰু বঙ্গদেশ অকল বঙালীৰ কাৰণে বুলি যি স্বদেশহিতৈষণা দেখুৱাইছে, অসমৰ তৰুণ দলেও যে সেই নীতি অনুসৰণ নকৰিব এনে আশা কৰিব নোৱাৰি।

"মই কংগ্ৰেছৰ কাৰ্য উপলক্ষে গুৱালপাৰালৈ গৈছিলো। কংগ্ৰেছৰ কামত যে কোনো প্ৰাদেশিকতা বা সঙ্কীৰ্ণতা থকা উচিত নহয়, এই কথা আজি বহু বছৰৰ-পৰা শিকি আহিছো আৰু অনুভব কৰিছো। বাস্তবিক আজি দেশে দেশে যে এই হেত্তা-ওপৰা, সি কিহৰ কাৰণে ? তাৰ কাৰণ আন একো নহয়, কেৱল কিছুমান সৰু-ডাঙৰ চাকৰি। আজি বঙ্গদেশৰ দৰে অসমতো বহুত কৃতবিদ্যলোক নিকৰ্মা। সেইসকলে যেতিয়া দেখিবলৈ পায় যে তেওঁলোকৰ আগতেই বেছিভাগ চাকৰিত বাহিৰৰ লোকসকল নিযুক্ত হৈছে, অথচ উপযুক্ত লোক থকাতো স্থানীয় মানুহে চাকৰি পোৱা নাই, তেতিয়া তেওঁলোকে সন্ধান লৈ জানিব পাৰিছে যে উচ্চতৰ

ৰাজকাৰ্যত বাহিৰৰ লোকসকল নিযুক্ত থকাৰ নিমিত্তেই তেওঁলোক বঞ্চিত হৈছে। তেতিয়া তৰুণ দলে এতিয়া কি কৰা উচিত বুলি উত্তেজিত হৈ উঠিছে।

"খ্ৰি নহওক, খ্ৰিসকলক লৈ আপোনালোকৰ এনে তীব্ৰ আলোচনা চলিছে, সেই অসমীয়া তৰুণ দলে যে আপোনালোকৰ কি অপকাৰ কৰিছে তাক মই এতিয়াও বুজিবপৰা নাই। ছিলেটৰ আলিবাট, মেডিকেল, স্কুল আদি অসমীয়া-সকলৰ সহায়তেই ছিলেটে পাইছে।

"এজন মহাপ্ৰাণ বঙালী ছাৰ আশুতোষ মুখোপাধ্যায়ে য়ুনিভাৰ্ছিটি কমিশ্যনত আহি পুংখানুপুংখৰূপে তদন্ত কৰি লিখি থৈ গৈছে যে 'শ্ৰীহট্টত য়ুনিভাৰ্ছিটিৰ প্ৰয়োজন নাই, যিহেতু শ্ৰীহট্ট বঙ্গ দেশৰেই অংশবিশেষ আৰু কেৱল শাসনৰ সুবিধাৰ কাৰণে অসমত আছে। কিন্তু অসমীয়া জাতিটোৰ সভ্যতা, ইতিহাস, ভাষা আৰু অৰ্থ-নৈতিক সমস্যা আদি সকলোৰেই বঙলাৰপৰা পৃথক; কটন কলেজতেই য়ুনি-ভাৰ্ছিটি হোৱা নিতান্ত উচিত।'

"মই সেই কমিশ্যনত সাক্ষ্যও দিছিলো। এতিয়া অসমীয়াসকলে এটি বিশ্ববিদ্যালয় বিচাৰোতেই শ্ৰীহট্টৰ বাতৰি কাকতবিলাক তিভিৰি-তুলা হৈ উঠিছে। কত অকথ্য ভাষাত শ্ৰীহট্টী তথা বঙালী কাকতবিলাকে অসমীয়া কৃষ্টি-সভ্যতা, শিক্ষা-দীক্ষা আৰু সন্মানৰ ওপৰত অযথা কালিমা ঘঁহিবলৈ চেষ্টা কৰিছে, তাক ভাবিলেও অন্তৰ বেজাৰেৰে পূৰ হ'ব। অপৰাধ—অসমীয়াসকলে তেওঁলোকৰ শিক্ষা-দীক্ষাৰ সুবিধাৰ কাৰণে নিজৰ কৃষ্টিআৰু সভ্যতাৰ অনুকূলে এটা য়ুনিভাৰ্ছিটি বিচাৰিছে; শ্ৰীহট্টক সেই য়ুনিভাৰ্ছিটিৰ ভিতৰলৈ আনিবলৈ বিচৰা নাই। এই অপৰাধৰ বাবেই আপোনালোকে অসমীয়া যুবক আৰু অসমীয়া নেতাসকলৰ প্ৰতি যথেষ্ট গ্লানিসূচক আৰু অপমানজনক কথা লিখিছে। অসমীয়াসকলে তাক নীৰবে সহ্য কৰি আছিছে। শ্ৰীহট্টবাসীসকলৰ আবদাৰ-আপত্তিৰ ভিতৰত এটা এই যে অসম য়ুনিভাৰ্ছিটিৰ নিমিত্তে টকা নাই। আপোনালোকে নেজানেনে যে অকল অসম উপত্যকাৰপৰা যি টকা জোৰ-জবৰদস্তি কৰি আদায় কৰা হয়, তাৰপৰাই জমিদাৰী প্ৰধান জিলা শ্ৰীহট্টৰ কাৰণে সৰ্বমুঠ প্ৰায় ষোললাখ টকা বছৰি খৰচ কৰা হয়। নিঃচেষ্ট অসমীয়া জাতিয়ে এই শোষণ আজি বহু বছৰৰ-পৰা সহ্য কৰি আছিছে। এই লুণ্ঠনৰ কাৰণে দায়ী কেৱল অসম গৱৰ্ণমেণ্ট। কিন্তু যাৰ নিমিত্তে আজি অসমৰ এই অৰ্থহীনতা, তেওঁলোকেই যদি অসম উপত্যকাৰ অন্নেৰে পৰিপুষ্ট হৈয়ো অসম উপত্যকাৰ যি কোনো উন্নতিৰ বিৰুদ্ধে ঈৰ্ষামূলক আন্দোলন চলাবলৈ আৰম্ভ কৰে, তেনেহ'লে অসম উপত্যকাই থং নকৰিব কিয়?

"আপোনালোকে সদায়েই কিছুমান ভুল কথা লিখি প্ৰচাৰ কৰি আছিছে। আপোনালোকে লিখিছে যে গুৱালপাৰাত একমাত্ৰ বঙ্গ ভাষা-ভাষী লোকৰহে বাস। বোধহয় শুনি আচৰিত হ'ব যে গুৱালপাৰা হাইস্কুলত প্ৰকৃত বঙালী ছাত্ৰ ৬ জন

কি ৭ জন মাত্ৰ। তাৰ মুছলমান বালিকা স্কুলত মাত্ৰ ৮০ জনীমান গুৱালপৰীয়া ছোৱালী আছে—যিবিলাক অসমীয়া ভাষা-ভাষী আৰু যিবিলাকে অসমীয়া পঢ়ে। গুৱালপাৰাৰ বালিকা মাইনৰ স্কুল আৰু ল'ৰাৰ যিবিলাক স্কুল আছে, সেই সকলোবিলাক পৰিদৰ্শন কৰি চাইছো। সেইবিলাকত ক'তো এটিও বঙলা ভাষা-ভাষী ছাত্ৰ বা শিক্ষক নেপালো। চেন্সাছ ৰিপৰ্টবিলাক চালেও দেখিব যে গুৱালপাৰা মহকুমাৰ প্ৰায় সকলো লোকেই অসমীয়া কয়। মৈমনসিংহ জিলাৰপৰা বহুত মুছলমান লোক আহি প্ৰায় ৩০ বছৰ পৰ্যন্ত ইয়াত বসতি কৰি আছে-যিসকল অসমীয়াসকলৰে মিলা-প্ৰীতিৰে আছে আৰু অসমীয়াৰ সৈতে যিসকলৰ স্বাৰ্থ ঘনিষ্ঠভাৱে জড়িত। দৰং আৰু নগাওঁ জিলাৰ পমুৱা মুছলমানবিলাকেও তেওঁলোকৰ ল'ৰা-ছোৱালীক অসমীয়া পাঠশালাত পঢ়ুৱাইছে। অনেকৰ অসমীয়া মুছলমানৰ লগত বিবাহো হৈছে।

"চৰকাৰী পক্ষৰপৰা মুছলমান সম্প্ৰদায়ৰ কি অসমীয়া কি মৈমনসিঙীয়া, কি ছিলেটী—সকলোকে এক কৰি লৈ দুই উপত্যকাৰ কাউন্সিলৰ আসন ভাগ কৰি দিয়া হৈছে। এইসকলৰ লগত হিন্দু বঙালীৰ চাকৰি কিম্বা কাউন্সিলৰ আসনৰ কোনো সম্পৰ্ক নাই। আজি আন বঙালীসকলে যদিও এই মুছলমানসকলক বঙ্গ ভাষা-ভাষী বুলি দল বঢ়াবলৈ বিচাৰিছে, তথাপি তাৰ দ্বাৰাই অন্যান্য বিষয়ত কোনো প্ৰতিকাৰ নহ'ব। যদি মুছলমান বঙ্গ ভাষাভাষী এওঁলোকক সকলো বঙালীৰ লগত লগ লগাই দিয়া হয়, তেন্তে ব্যৱস্থা পৰিষদত আসনৰ সংখ্যা অন্য প্ৰকাৰ হ'ব।

"আৰু এঠাইত আপুনি লিখিছে ঃ 'অসমত বঙ্গ ভাষাভাষী লোকৰ সংখ্যা অন্যান্য ভাষাভাষীৰ তুলনাত অধিক।' মই জোৰ দি ক'ব পাৰো যে বঙালী হিন্দুৰ সংখ্যা সমস্ত অসম উপত্যকাত দহ হেজাৰৰ বেছি নহ'ব। প্ৰধানকৈ অসমৰ নগৰকেইখনত মাত্ৰ বঙালী হিন্দু বাস কৰে। গাৱঁৰ ৰেল ষ্টেশ্যন, ডাকঘৰ আদি ঠাইৰ বাহিৰে বঙালী আৰু ক'তো দেখিবলৈ পোৱা নাযায়। চেন্সাছৰ কামত অসমৰ অধিক সংখ্যক গণনাকাৰীয়েই বঙালী আৰু অনভিজ্ঞ অসমীয়া লোক নিযুক্ত আছিল। সেই কাৰণে আন প্ৰদেশৰপৰা অহা সকলো লোককে—বিশেষকৈ যিসকলে চাহ বাগিচাৰ বাহিৰে বসবাস কৰি অসমীয়াৰ লগত মিলি গৈছে, সেই সকলকো 'বঙাল' বুলি অভিহিত কৰা হৈছে। বাস্তবিকতে আজিও অসমৰ বাহিৰে ভাৰতৰ যি কোনো লোককে অনভিজ্ঞ অসমীয়াসকলে 'বঙাল' বোলে। সেই কাৰণে বঙালীৰ সংখ্যা আজি দহ হেজাৰৰ ঠাইত, চেন্সাছ ৰিপৰ্টত প্ৰায় দুই লাখ কৰিছে। আজিও যদি চেন্সাছ ৰিপৰ্টৰ ভুলবিলাক পৰীক্ষা কৰা হয়, তেনেহলে নিশ্চয় আমাৰ কথাই সত্য হ'ব। চেন্সাছ ৰিপৰ্ট (১৯৩১ চন)

লেখক স্বয়ং মুলান চাহাবে ইয়াৰ ভাষা-ভাষী সম্পৰ্কে আৰু চেন্সাছ অঙ্কৰ বিষয়ে যি লিখিছে, তাক ৰিপৰ্টৰপৰা তলত দিয়া হ'ল ঃ

'In all the previous Census, reference has been made to the inaccuracies of the returns on the languages of Assam—an inaccuracy absolutely inevitable in view of the Tea garden coolie and foreign population. .. .........In Assam Valley the statistics of the number of Bengali speakers cannot be accepted as accurate owing to the use of the term 'Bengali' to signify any foreign language. There is a general tendency of the Assamese enumerators to use the word 'Bengali' for any language which is not Assamese'.

"বঙ্গৰ বাতৰি কাকতত আজি ৪।৫ মাহৰপৰা অনেক অঙ্ক দেখিলোঁ। কেতিয়াবা দেখিলো যে অসমত ১১ লাখ বঙালীৰ বাস। তাৰ পিচত দেখিলো যে ১১ লাখ ঠিক নহয়, ২১ লাখ বঙালীৰ বাস। আপোনাৰ যোৱা ১৭ আঘোণৰ কাকতত দেখিলো যে বঙালী মুঠ ২ লাখ ১৯ হেজাৰ ব্ৰহ্মপুত্ৰ উপত্যকাত বাস কৰে। সি যি নহওক, ই ১১ লাখৰপৰা অনেক কম ; আৰু কিছুদিনৰ পিচত আপোনাৰ সংবাদদাতাই এই সংখ্যা আৰু কিছু কমাই দহ হেজাৰৰ ওচৰলৈও আনিব পাৰে বুলি আশা কৰিব পাৰি।

"আপুনি লিখিছে যে আয়তনত সৰু হ'লেও শ্ৰীহট্টৰ ভোটাৰৰ সংখ্যা বহুত বেছি। তথাপি শ্ৰীহট্টৰ কাৰণে সদস্যৰ সংখ্যা কমকৈ নিৰ্দিষ্ট হৈছে। বোধকৰো আপুনি নেজানে যে অসম উপত্যকাত চাৰে সাত টকা খাজনা বা দুটকা মিউনিচিপেল টেক্স নিদিলে ভোটাৰ হ'ব নোৱাৰে ; কিন্তু শ্ৰীহট্টত এটকা চাৰি অনা চকীদাৰী টেক্স বা এটকা মিউনিচিপেলিটিৰ টেক্স দিলেই ভোটাৰ হ'ব পাৰে। তদুপৰি লোকসংখ্যা, আয়তন আদি সকলো বিষয়তেই শ্ৰীহট্ট অসম উপত্যকাৰ তুলনাত আহিব নোৱাৰে। এনে অৱস্থাত অসম উপত্যকাত অধিক সংখ্যক সদস্য পদ দিয়াত কি আপত্তি থাকিব পাৰে ? কিছুমান সঙ্কীৰ্ণমনা স্বাৰ্থপৰ লোকৰ প্ৰৰোচনা আৰু মিথ্যা প্ৰচাৰত বঙ্গদেশৰ কাকতবিলাকেও অসমীয়া জাতীয়তাবাদীৰ সম্পৰ্কে ভ্ৰান্ত ধাৰণা পোষণ কৰিবনে ? এইবিলাক দেখি বৰ দুখ হয় যে অসমপ্ৰবাসী কেইজনমান বঙালীৰ একচেতীয়া অসমীয়া-বিদ্বেষৰ ফলত আজি কংগ্ৰেছপন্থীসকলৰ আপ্ৰাণ চেষ্টা প্ৰায় ব্যৰ্থ হৈ গৈছে।

"আপোনালোকে কৈছে যে অধিক জ্ঞান আৰু বুদ্ধিসম্পন্ন বঙালীসকলে যাতে কোনো প্ৰাধান্য লাভ কৰিব নোৱাৰে, তাৰ নিমিত্তে কৰ্তৃপক্ষই বঙালীসকলৰ প্ৰতি এই প্ৰদেশত অবিচাৰ কৰিছে। বোধহয় আপুনি শুনি আচৰিত হ'ব যে ১৯২১ চনৰ আন্দোলনত যেতিয়া অসমৰ প্ৰায় কোনো অসমীয়া পৰিয়ালেই গৱৰ্ণমেণ্টৰ দমন নীতিৰ হেঁচা এৰাব পৰা নাছিল, যেতিয়া অসমৰ সম্ভ্ৰান্ত পৰিয়ালৰ ল'ৰাবিলাকে কাৰাবৰণ কৰি দেশৰ কাৰণে প্ৰাণ বলি দিবলৈ সাজু হৈছিল, তেতিয়া

আপোনাৰ উল্লিখিত এই '২ লাখ ১৯ হেজাৰ' বঙালীৰ ভিতৰত সমস্ত অসম উপত্যকাৰ ভিতৰত গুৱাহাটীৰ জেলত মাত্ৰ এজন বঙালীয়ে আশ্ৰয় লৈছিল। তেজপুৰৰ এজন ডমিচাইল্ড বঙালী নেতাই গৱৰ্ণমেণ্টক জনাইছিল যে অসমীয়াসকলে যদি চৰকাৰী চাকৰিবিলাক এৰি দিয়ে, তেনেহ'লে তেওঁ বঙ্গদেশৰপৰা অনেক বঙালী আনি তেওঁলোকৰ দ্বাৰা সেই পদ পূৰণ কৰিব। কি গুণত যে অসমবাসী বঙালীসকল অসমীয়াতকৈ শ্ৰেষ্ঠ বুজাই দিবনে ?

"আপুনি আকৌ লিখিছে : 'মূঠ কথা, যোগ্য, অভিজ্ঞ আৰু জাতীয়ভাবাপন্ন লোকৰ যাতে অতি অলপসংখ্যক সদস্য কাউন্সিলত প্ৰবেশ কৰিব পাৰে, তাৰ নিমিত্তে আশ-পাশ বন্ধা হৈছে।' —এই যোগ্য, অভিজ্ঞ বঙালীসকল কোন জানিবলৈ বৰ ইচ্ছা হৈছে। সেই ১৯২১ চনত—যেতিয়া প্ৰায় সমস্ত অসমীয়া উকীল 'শ্ৰীঘৰত', তেতিয়া যিসকলে খুব জোৰেৰে ওকালতি কৰি নিজ অৱস্থাৰ উন্নতিৰ চেষ্টাত আছিল, সেইসকলেইনে ?

"আপোনাৰ মতে ইয়াত থকা গুণ-গৰিমাত শ্ৰেষ্ঠ বঙালীসকলক (আমি গুৱালপাৰাত কোৱাৰ দৰে) আপুনিও কওক যে পৰাধীন জাতিৰ ক্ষুদ্ৰ স্বাৰ্থপৰতাৰ কোনো অৰ্থ নাই। সকলোৱেই জাতীয় ভাবত উদ্বুদ্ধ হৈ ক্ষুদ্ৰ স্বাৰ্থ আৰু সঙ্কীৰ্ণ পক্ষপাতিতা পৰিহাৰ কৰিলেই দেশৰ মঙ্গল হ'ব। যিসকলে বিজ্ঞ বুলি গৰ্ব কৰি থাকে আৰু অসমৰ অন্নেৰে প্ৰতিপালিত হৈছে, সেইসকলেই প্ৰথমে অসমত বিদ্বেষ ভাব পৰিহাৰ কৰি যাতে অসমীয়াৰ লগত মিলি দেশৰ কল্যাণ সাধন কৰিব পাৰে, তাৰ চেষ্টা কৰা উচিত। মই যতদূৰ বুজো, উচ্চস্বৰে ক'ব পাৰো যে অসমীয়াসকলে বঙালী প্ৰবাসীক খেদিবৰ কাৰণে কোনো আন্দোলন কৰা নাই। তেওঁলোকে কেৱল তেওঁলোকৰ সভ্যতা, শিক্ষা, কৃষ্টি আৰু অন্যান্য স্বাৰ্থ বঙালীৰ হাতলৈ এৰি দিবলৈ নাৰাজ। ই অসমীয়াৰ দোষ নে গুণ ভাবি চাব। তৃতীয় পক্ষৰ সুবিধাৰ নিমিত্তে অনৰ্থক কন্দল কৰাৰ লাভ নাই।" 'আৱাহন', বহাগ, ১৮৫৮ শক। (৭ম বছৰ, ৫ম সংখ্যা।)।

আজি আমাৰ কোন কংগ্ৰেছী বা জাতীয়তাবাদী নেতাই অসম আৰু অসমীয়াৰ স্বাৰ্থৰ এনে বলিষ্ঠ পোষকতা কৰিছে বা কৰিব ? এইটোও মন কৰিবলগীয়া যে বৰদলৈ ডাঙৰীয়াৰ সৈতে উখনা-উখুনি লগা এই 'আনন্দ বাজাৰ পত্ৰিকা'য়ো তেখেতৰ মৃত্যুত লিখিছিল :

## "৺নবীনচন্দ্ৰ বৰদলৈ"

"অসমৰ জননায়ক, ভাৰতৰ জাতীয় আন্দোলনৰ অন্যতম নেতা নবীনচন্দ্ৰ বৰদলৈৰ অকাল মৃত্যুত সমগ্ৰ অসম-বঙ্গ শোকাৰ্ত হৈ উঠিছে। সকলোৱে প্ৰত্যাশা কৰিছিল, ৰোগশয্যাৰপৰা উঠি নবীনচন্দ্ৰই তেওঁৰ অসমাপ্ত কাৰ্যভাৰ পুনৰায় গ্ৰহণ কৰিব ; কিন্তু সেই প্ৰত্যাশা সফল নহ'ল। অতি দুঃসময়ত অসমে তেওঁৰ নিচিনা শক্তিমান আৰু সৰ্বজন শ্ৰদ্ধেয় জননায়কক হেৰুৱাই দৰিদ্ৰ হ'ল। ঘোৱা

কুৰি বছৰ ধৰি এই সৰল, উদাৰ আৰু শক্তিমান মানুহজনৰ ঘনিষ্ঠ পৰিচয় লাভৰ সুযোগ আমাৰ হৈছিল। সেই সকলো কথা আজি বিষণ্ণ চিত্তত পুনঃ পুনঃ উদিত হৈছে। সেই আয়তচক্ষুৰ সহৃদয় দৃষ্টি চিৰদিনৰ কাৰণে মুদিত হৈ গ'ল, পৌৰুষদৃপ্ত কণ্ঠস্বৰ স্তব্ধ হৈ গ'ল--তাক ভাবিবলৈকো ক্লেশ হৈছে।

"এই পৰাধীন দেশত দুঃস্থ জাতিৰ দুৰ্ভাগ্যৰ সুযোগ লৈ যিসকলে দেশৰ আৰু স্বজাতিৰ বিৰুদ্ধতা কৰি বিনাচিত্ততাপে ঐশ্বৰ্য আৰু পদমৰ্যাদা ভোগ কৰে, পৰিপূৰ্ণ যৌৱনৰ প্ৰাৰম্ভতেই নবীনচন্দ্ৰই তেওঁলোকৰ পথ ঘৃণাৰে পৰিহাৰ কৰিছিল। বিষয়ী আৰু সুবিধাবাদীসকলৰ দলত তেওঁ নাছিল। য'ত দুখ, য'ত পৰাধীনতাৰ বেদনা আৰু অপমান--জাতিৰ সেই বৃহৎ অংশৰ সৈতে নিজৰ ভাগ্য-সূত্ৰ তেওঁ গাঁথি লৈছিল, যি যোগসূত্ৰ কোনো দিনেই ছিন্ন হোৱা নাই। শাসক সম্প্ৰদায়ৰ প্ৰলোভন আৰু ভীতি তেওঁ সমানে অৱজ্ঞাৰে উপেক্ষা কৰিছিল।

"ভাৰতৰ অন্যান্য প্ৰদেশতকৈ অসমৰ দুখৰ এটা স্বতন্ত্ৰ ৰূপ আছে। পৰ-শাসনৰ প্ৰতিক্ৰিয়াত জাতীয় জীৱনত যিবিলাক দুখে দেখা দিয়ে, সেইবিলাকৰ উপৰিও অসমৰ দুৰ্ভাগ্য—শ্বেতাঙ্গসকলৰ কবলভুক্ত অসমৰ চাহ-বাগানবিলাকৰ চাহাব আৰু কুলী সমস্যাই অসমক দীৰ্ঘকাল কষ্ট দিছে। ইংৰাজ চৰকাৰৰ কৃপাত দাৰিদ্ৰ্য আৰু নিৰক্ষৰতাতকৈয়ো কানি বৰবিহে জাতিৰ দেহ জৰ্জৰিত কৰি ৰাখিছে। তাৰ ওপৰতো আত্মকন্দল, সাম্প্ৰদায়িক সমস্যা প্ৰভৃতিতো আছেই। অপূৰ্ণতা, ত্ৰুটী, অজ্ঞতা আৰু কুসংস্কাৰাচ্ছন্ন এই ভাৰতবৰ্ষক ভাল পাই যিসকলে দেশৰ সেৱাত আত্মনিয়োগ কৰে, তেওঁলোকে এই হতভাগা জাতিৰ পুনৰুত্থানৰ ব্ৰতকে জীৱনৰ ব্ৰতৰূপে গ্ৰহণ কৰে, নবীনচন্দ্ৰ সেই মহাপ্ৰাণ ভাৰত সন্তানসকলৰ অন্যতম। তেওঁ তেওঁৰ সেই মহান ব্ৰত নিষ্ঠাৰে, শ্ৰদ্ধাৰে পালন কৰি গৈছে বুলিয়েই আজি তেওঁৰ দেশবাসী শোকত বিহ্বল হৈ তেওঁৰ পুণ্যচৰিত স্মৰণ কৰিছে।

"মহাযুদ্ধত বৃটিছ জাতিক অকাতৰে সহায় কৰি পুৰস্কাৰ স্বৰূপে যেতিয়া ভাৰতবাসীয়ে জালিয়ানৱালাবাগৰ হত্যাকাণ্ড আৰু দ্বৈত শাসনপদ্ধতি মাথোন পালে, তেতিয়া মহাত্মা গান্ধীয়ে কংগ্ৰেছ আৰু জাতীয় আন্দোলনক এক অভিনব আদৰ্শৰে পৰিচালনা কৰিলে। সেই নতুন ভাবধাৰাক দেশৰ চাৰিওফালে বিয়পাই দিয়াৰ দায়িত্ব যেনেকৈ দেশবন্ধু চিত্তৰঞ্জন, মতিলাল নেহৰু, লালা লাজপৎ ৰায়, মজৰুল হক, ৰাজেন্দ্ৰপ্ৰসাদ প্ৰভৃতিয়ে নিজ নিজ প্ৰদেশৰ পক্ষে গ্ৰহণ কৰিছিল, নবীনচন্দ্ৰয়ো সেইদৰে অসমৰ পক্ষৰপৰা সেই দায়িত্ব গ্ৰহণ কৰিছিল। ১৯২০-২১ চনৰ অসহযোগ আন্দোলনত অসমে যি অসামান্য ত্যাগ স্বীকাৰ আৰু দুখ বৰণ কৰিছিল, তাক নবীনচন্দ্ৰয়ে সম্ভৱ কৰিছিল আৰু নিজে শাসক শক্তিৰ ৰুদ্ৰ ৰোষ শিৰোধাৰ্য কৰি কাৰাগাৰলৈ গৈছিল। তেতিয়াৰপৰাই তেওঁ মৃত্যু পৰ্যন্ত কংগ্ৰেছৰ নিৰ্দেশানু-

স্থায়ী স্বদেশৰ সেৱা কৰিছিল। নিৰুপদ্ৰৱ প্ৰতিৰোধ আন্দোলনতো তেওঁ অসমৰ জাতীয়তাবাদীসকলৰ আগশাৰীত থিয় দি এই আন্দোলন পৰিচালনা কৰিছিল আৰু দুশ্চিন্তাগ্ৰস্ত শাসকসকলে তেওঁক কাৰাগাৰলৈ পঠিয়াইছিল।

"নবীনচন্দ্ৰই ভাৰতীয় জাতীয় জীৱনৰ অখণ্ড ঐক্যত বিশ্বাসী আছিল কাৰণেই জাতীয় ঐক্যৰ প্ৰতীক কংগ্ৰেছৰ আনুগত্য আৰু সেৱাৰপৰা তেওঁ কোনো দিনে বিৰত হোৱা নাছিল। কংগ্ৰেছ আৰু জাতীয় স্বাধীনতাৰ বাৰ্তা তেওঁ অসমৰ ঘৰে ঘৰে প্ৰচাৰ কৰিছিল আৰু কৃষক আৰু বনুৱাসকলৰ স্বাৰ্থৰক্ষাৰ ভিত্তিত জাতীয় স্বাধীনতা লাভৰ বাৰ্তা জনসাধাৰণৰ মাজত প্ৰচাৰত উদ্যোগী হৈ উঠিছিল। ভাৰতীয় ব্যৱস্থা পৰিষদত কংগ্ৰেছ পক্ষীয় সদস্যসকলৰ মাজত বাগ্মীতা আৰু চৰিত্ৰ মাধুৰ্য্যত তেওঁ বিশিষ্ট স্থান অধিকাৰ কৰিছিল। অসমৰ অভাব-অভিযোগৰ সম্পৰ্কে তেওঁৰ দৰে ন্যায়নিপুণ আৰু কৌশলী যোদ্ধাৰ অভাবত অসমৰ যি ক্ষতি হ'ল, সেইটো সহজে পূৰণ নহ'ব। স্বদেশৰ সেৱাক্ষেত্ৰৰপৰা আমোলাতন্ত্ৰী শাসন-বিৰোধী এই শক্তিমান নেতাজনৰ তিৰোধানত আমি শোকতাপিত চিত্তে তেওঁৰ পৰিজনবৰ্গ, অগণন গুণমুগ্ধমণ্ডলী আৰু অসমবাসীসকলৰ শোকত সমবেদনা জ্ঞাপন কৰিছোঁ।"

--(২৩-২-৩৬ তাৰিখৰ 'আনন্দ বজাৰ পত্ৰিকা'ৰ প্ৰথম সম্পাদকীয় প্ৰবন্ধৰ অনুবাদ।)

"জন্মভূমি আই মোৰ! বৰ অভাগিনী তই
ভগা বুকু আৰু জানো পাৰিবি জোৰাব?
'নবীন'ৰ শ্মশানত আকুলি-বিকুলি কান্দি
চকুৰ পানীৰে জানো পাৰিবি ঘূৰাব?
মন্দিৰৰ শিখৰত সোণৰ কলচি থাপি
শোণিতেৰে পূৰ কৰি ষোড়শোপচাৰ
'আই' 'আই' বুলি তোৰ চৰণ সাবটি ধৰি
শেষ কৰি গুচি গ'ল পূজা আপোনাৰ।"-- গণেশ গগৈ।

# কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ

(মই তেখেতক যেনেভাৱে চিনি পাইছিলোঁ)

মহেন্দ্ৰ মোহন চৌধুৰী

কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ অসমৰ এগৰাকী খ্যাতনামা, লব্ধপ্ৰতিষ্ঠ, স্বনামধন্য পুৰুষ আছিল। তেখেতৰ দেউতাক মাধৱচন্দ্ৰ বৰদলৈ অসম চিভিল চাৰ্ভিচৰ এগৰাকী সুযোগ্য ৰাজ-কৰ্মচাৰী আছিল। তেখেতে যেতিয়া বৰপেটা মহকুমাৰ মহকুমাধিপতি আছিল, তেতিয়া কৰ্মবীৰ বৰদলৈদেৱে বি. এ পাছ কৰি কিছুদিন বৰপেটাতে আছিল। বৰপেটাৰপৰাই তেখেতৰ বিয়াও অনুষ্ঠিত হৈছিল। তেখেতৰ ককায়েক আৰু দুগৰাকী ভায়েক; এখেতসকলেও অসম চিভিল চাৰ্ভিচত চাকৰি কৰিছিল। দেউতাকৰ প্ৰবল ইচ্ছা আছিল বৰদলৈদেৱেও যেন চিভিল চাৰ্ভিচত ভৰ্তি হয়। কিন্তু দেউতাকৰ উদ্দেশ্য নেওচি তেখেতে চাকৰি কৰিবলৈ নগৈ স্বাধীন জীৱন যাপনৰ উদ্দেশ্যে ওকালতি ব্যৱসায় কৰিবলৈহে দৃঢ় সঙ্কল্প কৰিছিল আৰু কলিকতাৰপৰা সুখ্যাতিৰে আইন পৰীক্ষাত উত্তীৰ্ণ হৈ ওকালতি ব্যৱসায় আৰম্ভ কৰিছিল। ওকালতি ব্যৱসায়ত তেখেতে যথেষ্ট সুখ্যাতি অৰ্জন কৰিছিল। টকা-পইচাও উপাৰ্জন কৰিছিল বিস্তৰ।

১৯১৯ চনত যেতিয়া মণ্ট ফোৰ্ড শাসন সংস্কাৰ (reform) প্ৰস্তাৱিত হৈছিল, তেতিয়া তাৰপৰা অসমক বহিৰ্ভূত কৰি ৰখা হৈছিল। সেই সময়ত অসমত কংগ্ৰেছৰ জন্ম হোৱা নাছিল। তেতিয়া অসমত সকলো ৰাজনৈতিক বিষয়ত অসম এছোচিয়েশ্যনে নেতৃত্ব কৰিছিল। অসম এছোচিয়েশ্যনৰপৰা তেনেদৰে অসমক বাদ দি অসমৰ ৰাজনৈতিক অস্তিত্বত আঘাত কৰাৰ তীব্ৰ প্ৰতিবাদ জনোৱা হৈছিল আৰু এই বিষয়ে বিলাতৰ পাৰ্লিয়ামেণ্টৰ সদস্যসকলক আৰু নেতৃস্থানীয় লোকসকলক এই অন্যায় ৰদ কৰিবৰ কাৰণে যুক্তিৰদ্বাৰা বুজাবলৈ কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈদেৱৰ নেতৃত্বত এটা সঁজাতি দল পঠিওৱাৰ সিদ্ধান্ত গৃহীত হৈছিল। বৰদলৈদেৱে সেই সঁজাতি দলৰ নেতা হিচাপে বিলাতলৈ গৈ তেখেতৰ বাগ্মিতা আৰু অখণ্ডনীয় যুক্তিৰ দ্বাৰা অসমৰ ন্যায্য দাবী ইংলণ্ডৰ পাৰ্লিয়া-মেণ্টক মানি ল'বলৈ বাধ্য কৰিব পাৰিছিল আৰু অসমকো সেই শাসন সংস্কাৰৰ

অন্তৰ্ভুক্ত কৰাৰ সিদ্ধান্ত গৃহীত হৈছিল। তেতিয়াৰপৰাই বৰদলৈদেৱৰ ৰাজনৈতিক নেতৃত্বই অসমত শিপা মেলিছিল। তাৰ পিচত যেতিয়া ১৯২১ চনত মহাত্মা গান্ধীৰ অহিংস অসহযোগৰ আহ্বান আহিল তেতিয়া তেখেতে আইন ব্যৱসায় পৰিত্যাগ কৰি অসহযোগ আন্দোলনত যোগ দিছিল। চমুকৈ ক'বলৈ গ'লে অসমত পোনপ্ৰথমে অসহযোগ আন্দোলনৰ বাণী প্ৰচাৰত কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা আৰু কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ দান অতুলনীয়। দুৰ্ভাগ্যৰ কথা আন্দোলনৰ প্ৰাৰম্ভণিতে কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মাৰ পৰলোক হ'ল। তাৰ পিচত বৰদলৈদেৱে অসমৰ প্ৰথম নেতা, যিগৰাকী নেতাই জীৱনৰ সকলো সুখ-স্বাচ্ছন্দ্য পৰিত্যাগ কৰি, বৈৰাগ্য ব্ৰত লৈ সাধাৰণ স্বেচ্ছাসেৱকৰ দৰে গাঁৱে গাঁৱে গৈ অসহযোগৰ বাণী প্ৰচাৰ কৰিছিল। জীৱনৰ সকলো প্ৰকাৰ ভোগ-বিলাস বাদ দি সাধাৰণ লোকৰ দৰে জীৱন-নিৰ্বাহৰ ব্ৰত গ্ৰহণ কৰিছিল। দেশভক্ত তৰুণৰাম ফুকনেও আন্দোলনত সক্ৰিয়ভাৱে যোগ দিয়াত তেখেতে তেখেতৰ ওপৰত যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰিছিল। কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ আৰু দেশভক্ত তৰুণৰাম ফুকনৰ নেতৃত্বই অসহযোগ আন্দোলনৰ মাজেদি অসমত এটা নতুন জাতীয় জাগৰণৰ সৃষ্টি সম্ভৱপৰ কৰি তুলছিল, অসমৰ গৌৰৱ গোটেই ভাৰতবৰ্ষতে উজ্জ্বলাই তুলিছিল।

অসমত অসহযোগ আন্দোলনে প্ৰকৃতপক্ষে গণ-আন্দোলনৰ ৰূপ লৈছিল। গাৱে গাৱেঁ কংগ্ৰেছৰ শাখা-সমিতি গঠন কৰা হৈছিল আৰু বুঢ়াৰপৰা ডেকালৈ সকলো স্তৰৰ লোকক চৰম ত্যাগৰ কাৰণে প্ৰস্তুত কৰা হৈছিল। মহিলাসকলে পৰ্দাৰ আঁৰৰপৰা ওলাই আহি আন্দোলনত জপিয়াই পৰিছিল। অসমত বোধকৰো এনে এখন গাওঁ নাছিল য'ত অন্ততঃপক্ষে দহজন স্বেচ্ছাসেৱক ভৰ্তি কৰা নহৈছিল। কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ আৰু দেশভক্ত তৰুণৰাম ফুকন, এই দুয়োগৰাকী নেতা প্ৰকৃত অৰ্থত বাগ্মী পুৰুষ আছিল। কিন্তু বৰদলৈদেৱৰ বক্তৃতাত বাক্-চাতুৰ্য তেনে নাছিল। তেখেতসকলৰ বক্তৃতা মানুহে মন্ত্ৰমুগ্ধৰ দৰে শুনিছিল। গাৱেঁ-ভূঞে, নগৰে-চহৰে এখেতসকলে য'তেই ভাষণ দিয়া খবৰ ওলাইছিল, ত'তেই হেজাৰ হেজাৰ মানুহৰ সমাগম হৈছিল আৰু তেখেতসকলৰ মনোমুগ্ধকৰ বক্তৃতা অতি আগ্ৰহেৰে শুনিছিল আৰু হৃদয়ঙ্গম কৰিবলৈ চেষ্টা কৰিছিল। বক্তৃতা শুনাৰ লগে লগে হেজাৰ হেজাৰ মানুহে গাত পিন্ধি থকা বিলাতী কাপোৰ জুইত জাপি দি বস্ত্ৰ-যজ্ঞ কৰিছিল। সেই আন্দোলনত অন্যান্য প্ৰদেশৰ তুলনাত অসমৰ অৱদান বহু বেছি আছিল। এই কথা মহাত্মা গান্ধীয়েও স্বীকাৰ কৰিছিল। তেখেতে 'ইয়ং ইণ্ডিয়া' কাকতত এই মৰ্মে প্ৰবন্ধও লিখিছিল। ইয়াৰ সম্পূৰ্ণ কৃতিত্ব এই দুগৰাকী নেতাৰ আৰু তেখেতসকলৰ ব্যক্তিত্বৰদ্বাৰা প্ৰভাৱান্বিত হেজাৰ হেজাৰ কৰ্মী, স্বেচ্ছাসেৱক, জাতি আৰু সম্প্ৰদায় নিৰ্বিশেষে লাখ লাখ জনতাৰ। সেই সময়ত এই দুগৰাকী নেতাৰ নাম মানুহৰ মুখে মুখে

হৈছিল। তেখেতসকলৰ ছবি ঘৰে ঘৰে প্ৰতিষ্ঠা কৰি বহুতো মানুহে সেৱা-পূজা কৰিছিল।

১৯২১ চনত কৰ্মবীৰ বৰদলৈদেৱে ১ বছৰ ৬ মাহ কাল কাৰাবৰণ কৰিব-লগীয়া হৈছিল আৰু সম্পূৰ্ণ মিয়াদ ভোগ কৰিহে জেলৰপৰা খালাচ পাইছিল। জেলৰপৰা ওলাই অহাৰ পিচত মহাত্মা গান্ধীৰ নিৰ্দেশমতে তেখেতে অসমত খাদী উৎপাদন আৰু প্ৰচলনৰ কামত আত্মনিয়োগ কৰিছিল। তেখেতৰ নেতৃত্বতে অসমত অখিল ভাৰত চৰখা সংঘৰ এটা শাখা স্থাপিত হৈছিল। তেখেতৰ এই কামত পণ্ডিত কনকচন্দ্ৰ শৰ্মাদেৱে আপ্ৰাণ সহযোগ কৰিছিল আৰু পণ্ডিত শৰ্মা-দেৱৰ উদ্যোগতে ১৯২৬ চনত গুৱাহাটীত বহা কংগ্ৰেছ অধিবেশনৰ মণ্ডপৰ সকলো কাপোৰ—ওপৰৰ চালৰপৰা তলৰ প্ৰতিনিধিসকলৰ বহাৰ ব্যৱস্থালৈকে—অসমত উৎপাদন হোৱা খদ্দৰেৰে প্ৰস্তুত কৰা সম্ভৱ হৈছিল। সেই সময়ত সেই কৃত-কাৰ্যতা বিশেষ লেখত লবলগীয়া।

১৯২৫ চনৰ কংগ্ৰেছ অধিবেশনলৈ দেশভক্ত ফুকন নাইবা কৰ্মবীৰ বৰদলৈ যাব পৰা নাছিল। সেই অধিবেশনতে অসমৰ প্ৰতিনিধিসকলৰ নেতৃত্ব কৰিছিল স্বৰ্গীয় ৰোহিণীকান্ত হাতীবৰুৱাদেৱে। অসমৰ কংগ্ৰেছৰ পক্ষৰপৰা তেখেতে ১৯২৬ চনৰ কংগ্ৰেছ অধিবেশন অসমলৈ নিমন্ত্ৰণ কৰিছিল। সেই নিমন্ত্ৰণী ভাৰ-তীয় কংগ্ৰেছ নেতৃবৃন্দই গ্ৰহণ কৰিছিল। সৰু প্ৰদেশ হিচাপে যদিও অসমে কংগ্ৰেছৰ বছৰেকীয়া অধিবেশন পতাত বহুতো অসুবিধা ভুগিব লাগিব, তথাপি ১৯২১ চনৰ আন্দোলনত অসমে যি মৰ্যাদা অৰ্জন কৰিলে, তাৰেই স্বীকৃতিস্বৰূপে নেতৃবৰ্গই সৰ্বসম্মতিক্ৰমে অসমৰ নিমন্ত্ৰণ মানি লৈছিল। হাতীবৰুৱাদেৱে যেতিয়া অসমলৈ আহি এই কথা ব্যক্ত কৰিছিল, তেতিয়া বহুতৰে মনত কিছু দ্বিধা বা সন্দেহ থাকিলেও দেশভক্ত ফুকন আৰু কৰ্মবীৰ বৰদলৈ ডাঙৰীয়াৰ সাহসত সকলোৱে কংগ্ৰেছ অধিবেশন পতাৰ আয়োজনত সন্মতি জ্ঞাপন কৰিছিল। গুৱা-হাটী কংগ্ৰেছ অধিবেশনৰ বাবে মুঠতে এক লাখ পঁচিশ হেজাৰ টকাৰ খৰচ অনু-মান কৰা হৈছিল আৰু এই টকা সংগ্ৰহ কৰিবৰ কাৰণে বিশেষকৈ এই দুগৰাকী নেতাই অহোপুৰুষাৰ্থ কৰিব লাগিছিল। বাকী নেতা আৰু কৰ্মীসকলেও যেয়ে যি পাৰে যথাসাধ্যে সহায়-সহযোগ আগবঢ়োৱা সত্ত্বেও আশী হেজাৰতকৈ বেছি টকা অভ্যৰ্থনা সমিতিয়ে সংগ্ৰহ কৰিব নোৱাৰিলে। আশা কৰিছিল বাকী টকা-খিনিৰ কিছু অংশ প্ৰতিনিধি আৰু দৰ্শকৰপৰা আদায় কৰিব পৰা হ'ব। কিন্তু দুৰ্ভাগ্যবশতঃ কংগ্ৰেছ অধিবেশনৰ প্ৰথম দিনাখনৰ ৰাতিৰপৰা ধাৰাসাৰে বৰষুণ হোৱাত প্ৰতিনিধি আৰু শিবিৰত থকা স্বেচ্ছাসেৱক, দৰ্শক, আটাইবিলাকৰে দুৰ্গতিৰ সীমা নাইকিয়া হ'ল, আৰু আধকৰুৱাকৈ কংগ্ৰেছ অধিবেশনৰ সমাপ্তি ঘটিল। প্ৰতিনিধি আৰু দৰ্শকৰপৰা আশা কৰা অৰ্থ আদায় কৰাতো সম্ভৱ নহ'ল। ফলত

প্ৰায় পঞ্চাশ হেজাৰ টকা অভ্যৰ্থনা সমিতিৰ ঘাটি পৰিছিল। যেতিয়া বাকী দিব-লগীয়া থকা টকা দিবলৈ তাগিদ আহিছিল, তেতিয়া অভ্যৰ্থনা সমিতিৰ সভাপতি দেশভক্ত তৰুণৰাম ফুকন, সাধাৰণ সম্পাদক কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ আৰু বাকী কাৰ্যকৰী কমিটিৰ সদস্যসকলে নিজা দায়িত্বত হেণ্ড নোট সম্পাদন কৰি টকা ধাৰলৈ লৈ সেই টকাৰে বাকী আদায় কৰি দিবলৈ বাধ্য হৈছিল। পিচত কিছু টকা অতি সাধাৰণ পৰিমাণে এই উদ্দেশ্যে সংগ্ৰহ কৰা হৈছিল আৰু পোন্ধৰ হেজাৰ টকামান অখিল ভাৰত কংগ্ৰেছ কমিটিয়ে সহায় হিচাপে দিছিল। দুই-চাৰিগৰাকী লোকে তেওঁলোকৰপৰা লোৱা ঋণ আদায় নকৰে বুলি এৰি দিছিল, কিন্তু বাকী প্ৰায় ত্ৰিশ হেজাৰমান টকা এওঁলোকে নিজৰপৰা ভৰিবলগা হৈছিল। এই ধাৰত কৰ্মবীৰ বৰদলৈদেৱে তেখেতৰ গুৱাহাটী চহৰৰ বুকুৰ এডৰা অতি মূল্যবান মাটি বিক্ৰী কৰিবলগা হৈছিল। ইয়াৰ কাৰণে বৰদলৈদেৱে তেখেতৰ পৰিয়ালৰপৰা গঞ্জনা ভোগ কৰিবলগা কথা আমি জানো।

স্বৰাজ্য দল গঠন হোৱাৰ পিচত তেখেতে সেই দলৰপৰা অসম বিধান পৰিষদৰ সদস্য নিৰ্বাচিত হৈছিল আৰু ১৯২৯ চনলৈ অসম বিধান পৰিষদৰ সদস্য আছিল। সেই কালছোৱাত তেখেতে অসম বিধান পৰিষদৰ বিৰোধী দলৰ নেতৃত্ব কৰিছিল। ১৯২৯ চনত কংগ্ৰেছে লাহোৰ অধিবেশনত পণ্ডিত জৱা-হৰলাল নেহৰুৰ সভাপতিত্বত পূৰ্ণ স্বাধীনতাৰ প্ৰস্তাৱ গ্ৰহণ কৰে। সেই প্ৰস্তাৱ অনুসৰি স্বৰাজ্য দলৰপৰা নিৰ্বাচিত সকলো সদস্যকে প্ৰাদেশিক বিধান পৰিষদ আৰু কেন্দ্ৰীয় বিধান সভাৰপৰা ইস্তফা দিবৰ কাৰণে আহ্বান জনায়। সেই আহ্বান ক্ৰমে কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, ৰোহিণীকুমাৰ চৌধুৰী, কুলধৰ চলিহা প্ৰমুখ্যে প্ৰাদেশিক বিধান পৰিষদৰ আৰু দেশভক্ত তৰুণৰাম ফুকনে কেন্দ্ৰীয় বিধান সভাৰ সদস্য পদ ইস্তফা দিয়ে। কিন্তু লগে লগে তেখেতসকলৰ কেইজন-মানে দেশভক্ত তৰুণৰাম ফুকনৰ নেতৃত্বত স্বতন্ত্ৰভাৱে বিধান পৰিষদ আৰু বিধান সভালৈ প্ৰতিদ্বন্দ্বিতা কৰিবৰ কাৰণে সিদ্ধান্ত কৰে। সেই দলত কৰ্মবীৰ বৰদলৈ-দেৱো অন্তৰ্ভুক্ত আছিল। তেখেতেও পুনৰ নিৰ্বাচন প্ৰাৰ্থী হৈছিল; কিন্তু তেখেতে নিৰ্বাচনত পৰাজয় বৰণ কৰিবলগীয়া হৈছিল। আমি দেখিছিলোঁ পৰাজয়ে তেখেতৰ মনোবল কোনো প্ৰকাৰে ক্ষুণ্ণ কৰিব পৰা নাছিল। তেখেতে কৈছিল, পৰাজয়ৰদ্বাৰা ভগৱানে এইটোৱে সূচায় যে সেইটো বেয়া কাম আছিল আৰু তেনে বেয়া কামত তেখেতে লিপ্ত হোৱা ভগৱানৰ অভিপ্ৰেত নহয়। গতিকে তাৰপৰা তেখেতক ৰক্ষা কৰাত তেখেতে ভগৱানৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশ কৰিছিল। ১৯৩১ চনত যেতিয়া গান্ধী-আৰউইন চুক্তি স্বাক্ষৰিত হোৱাৰ ফলত সকলো ৰাজনৈতিক বন্দীক মুক্তি দিয়াৰ কথা হৈছিল; সেইদিনাখন তেখেতে গুৱাহাটী জেলৰ দুৱাৰমুখলৈ গৈ ৰাজনৈতিক বন্দীসকলক তেখেতৰ ঘৰলৈ আগবঢ়াই আনি চাহ-

জলপানেৰে আপ্যায়িত কৰিছিল। তেখেতসকলক অভ্যৰ্থনা কৰা সভাত তেখেতে নিজে অৰ্গেন বজাই তেখেতৰ সুললিত কণ্ঠেৰে এটা বৰগীত গাইছিল। বৰগীতটো আছিল---

অগো মাই তোহাৰি তনয় যদুমণি
বকাসুৰ বধি হৰি পৰম আনন্দ কৰি
আইসে শুনা বংশীৰ ধ্বনি ॥ ইত্যাদি।

এই বৰগীতটোৱে বহুতৰে শৰীৰ আনন্দত ৰোমাঞ্চিত কৰি তুলিছিল। কোৱা বাহুল্য যে তেখেত এগৰাকী সুগায়ক আৰু কবি আছিল। তেখেতৰ ৰচিত গান এটি আমি মাজে-সময়ে শোভাযাত্ৰা আদিত গাইছিলোঁ। গানটোৰ প্ৰথম ফাঁকি মোৰ আজিও মনত আছে ঃ

কোন ক'ত আছা জনমভূমিৰ ভকত সন্তান
আজি আহ লই আহ, কোনে কি কৰিবি দান
যাৰ আছে সোণ, যাৰ আছে ৰূপ আজলি ভৰাই আন
যাৰ একো নাই দিয়ক মাথো ব্যথিত হৃদয়খান ॥

তাৰ পিচত তেখেতে গুৱাহাটী লোকেল বোৰ্ডৰ চেয়াৰমেন হৈছিল। গুৱাহাটী লোকেল বোৰ্ডৰ চেয়াৰমেন হিচাপে তেখেতে এগৰাকী সুদক্ষ প্ৰশাসক হিচাপে পৰিচয় দিব পাৰিছিল। চেয়াৰমেন হৈ তেখেতে আগিয়াঠুৰি পাহাৰখন ভাঙি ৰাস্তা উলিয়াই গুৱাহাটী আৰু হাজোৰ সংযোগ সুগম কৰিছিল। এই ৰাস্তাটো তেখেতৰ এটা কীৰ্তিস্তম্ভ বুলি ক'লেও অত্যুক্তি কৰা নহয়।

মহাত্মা গান্ধী দ্বিতীয় মেজমেলৰপৰা ১৯৩১ চনৰ ২৮ ডিচেম্বৰৰ দিনাখন সুদা হাতে ঘূৰি আহিলেও বোম্বাইত তেখেত আহি পাই নমাৰ লগে লগে ৰাজোচিত অভ্যৰ্থনা জনোৱা হৈছিল। আজাদ মৈদানৰ এখন অভ্যৰ্থনা সভাত বক্তৃতা-প্ৰসঙ্গত তেখেতে কৈছিল যে যিমানদূৰ পাৰে তেখেতৰ সকলো শক্তিৰে শান্তিৰ কাৰণে চেষ্টা কৰিব। লগতে আৰু কৈছিল যে তেখেতে প্ৰাণ পণ কৰি হিন্দু সমাজৰপৰা দলিতবৰ্গৰ লোকসকলক (depressed class people) আঁতৰাই নিয়াৰ বিৰোধিতা কৰিব। ক্ৰমাৎ তাৰ পিচত তিনি দিন ধৰি গান্ধীজীয়ে বিভিন্ন প্ৰদেশত ঘটা ঘটনাৱলীৰ উম ল'বলৈ ধৰিলে। সুভাষ বসুৱে বঙ্গদেশত বেঙ্গল অৰ্ডিনেন্সৰ কবলত যি অত্যাচাৰ চলিছিল তাৰ বিৱৰণ দিলে। উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশ আৰু সংযুক্ত প্ৰদেশটো অৰ্ডিনেন্সৰ ফলত যি নিৰ্যাতন চলিছিল তাৰো আভাস তেখেতক দিয়া হৈছিল। মহাত্মা গান্ধীয়ে বিদ্ৰূপৰ সুৰত কৈছিল যে সেই অৰ্ডিনেন্সবিলাক বৰলাট লৰ্ড উইলিংডনৰ নতুন বছৰৰ উপহাৰ আছিল। গান্ধীজীয়েও ৱৰ্কিং কমিটিৰ ওচৰত বিলাতত মেজমেলৰ নামত ভাৰতবৰ্ষক কাটি

টুকুৰা-টুকুৰ কৰাৰ ষড়যন্ত্ৰৰ বিষয়ে এটি চমু আভাস দাঙি ধৰিছিল। আলোচনাৰ অন্তত গান্ধীজীয়ে বৰলাটলৈ ১৯৩১ চনৰ ২৯ ডিচেম্বৰ তাৰিখে এখন টেলিগ্ৰাম পঠিয়ালে। টেলিগ্ৰামখন চমুকৈ এনে ধৰণৰ আছিল :

"বোম্বাইলৈ ঘূৰি আহি উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশ আৰু সংযুক্ত প্ৰদেশৰ অৰ্ডিনেন্স লগতে সীমান্ত প্ৰদেশত গুলী চালনা আৰু দুয়োখন প্ৰদেশৰে আমাৰ সন্মানীয় সহকৰ্মীসকলৰ অবাধ গ্ৰেপ্তাৰৰ আৰু সকলোতকৈ বেঙ্গল অৰ্ডিনেন্সৰ জধে-মধে প্ৰয়োগ কৰাৰ বাতৰিত অত্যন্ত ক্ষুণ্ণ হৈছো। এইবিলাকৰপৰা ধৰি ল'ব পাৰিনে যে আমাৰ ভিতৰৰ যি বন্ধুত্বৰ ভাব আছিল সি নাইকিয়া হৈ গ'ল, নাইবা আপুনি মোক আপোনাৰ লগত দেখা কৰি আপোনাৰ উপদেশ লোৱাটো উচিত বুলি ভাবেনেকি? অনুগ্ৰহ কৰি উত্তৰ পালে বাধিত হ'ম।" এইখন টেলিগ্ৰামৰ উত্তৰত বৰলাটৰ প্ৰাইভেট ছেক্ৰেটৰীয়ে এখন টেলিগ্ৰাম দিছিল। টেলিগ্ৰামখনৰ মৰ্ম আছিল—"আপুনি সীমান্ত প্ৰদেশ, উত্তৰ প্ৰদেশ আৰু বঙ্গদেশৰ অৰ্ডিনেন্সৰ কথা কৈছে। বঙ্গদেশৰ চৰকাৰী উচ্চ বিষয়া আৰু সাধাৰণ ৰাইজৰ অমানুষিক হত্যাৰ বিৰুদ্ধে তেনে আইন প্ৰয়োগৰ প্ৰয়োজন হৈছে। সংযুক্ত প্ৰদেশত কৃষকসকলৰ দুৰৱস্থাৰ প্ৰতিকাৰৰ উদ্দেশ্যে চৰকাৰে সাহায্যৰ ব্যৱস্থা কৰি থাকোতেই তাত কংগ্ৰেছে খাজনা বন্ধ আন্দোলন আৰম্ভ কৰিলে আৰু তাৰ ফলত দেশত সাম্প্ৰদায়িক আৰু শ্ৰেণী সংগ্ৰামৰ সংঘৰ্ষ গঢ়ি উঠাৰ আৰু অৰাজকতাৰ সম্ভাৱনা দেখা দিয়াত চৰকাৰে কঠোৰ ব্যৱস্থাৰে সেইটো দমন কৰিবলৈ বাধ্য হ'ল।

"সীমান্ত প্ৰদেশত আব্দুল গফুৰ খাঁই জাতি বিদ্বেষ (racial hatred) সৃষ্টি কৰি পূৰ্ণ স্বাধীনতা ঘোষণা কৰিছিল আৰু গফুৰ খাঁৰ বক্তৃতাবিলাকত বিপ্লৱৰ কথাই স্পষ্ট হৈ ফুটি উঠিছিল। চৰকাৰে এইবিলাকক প্ৰশ্ৰয় দিব নোৱাৰে, কাৰণ তাৰ দ্বাৰা দেশৰ আইন আৰু শৃঙ্খলা ব্যাহত হ'ব। গতিকেই চৰকাৰে অতিৰিক্ত ক্ষমতাৰে সেইবিলাক দমন কৰিবলৈ সিদ্ধান্ত কৰিব লগা হ'ল।"

তাৰ উত্তৰত গান্ধীজীয়ে কংগ্ৰেছৰ ভৱিষ্যত কাৰ্য-পদ্ধতি সম্বন্ধে উল্লেখ কৰি আৰু এখন টেলিগ্ৰাম লগে লগে বৰলাটলৈ দিলে। সেই টেলিগ্ৰামত কোৱা হৈছিল : "দেশত শান্তি প্ৰতিষ্ঠা আৰু ৰাইজৰ মাজত সদ্‌ভাৱ স্থাপন কৰিব নোৱাৰিলে শাসন-সংস্কাৰৰ কোনো আলোচনাই ফলপ্ৰসূ হ'ব নোৱাৰে। মোৰ ফালৰপৰা আপোনাৰ লগত সকলো বিষয়ে আপোছৰ মনোভাৱ লৈ আলোচনা কৰিবৰ কাৰণে প্ৰস্তাৱ কৰা হৈছিল; কিন্তু সেই প্ৰস্তাৱ আপুনি প্ৰত্যাখ্যান কৰিলে। গতিকে অহিংস-ভাৱে আইন অমান্য আন্দোলনৰ জৰিয়তে ভাৰতৰ দাবী প্ৰতিষ্ঠা কৰাৰ আৰু অন্য উপায় মই ৱাৰ্কিং কমিটিৰ আগত দাঙি ধৰিব নোৱাৰাত ৱাৰ্কিং কমিটিয়ে তলত উল্লিখিত প্ৰস্তাৱটো গ্ৰহণ কৰিছে। মোৰ বিশ্বাস, এতিয়াও সময় আছে। এতিয়াও যদি আপুনি সংঘৰ্ষৰ মনোভাৱ পৰিত্যাগ কৰি আলাপ-আলোচনাৰ পথ মুকলি কৰে, তেনেহলে কৃতাৰ্থ হ'ম।" কংগ্ৰেছ ৱাৰ্কিং কমিটিৰ প্ৰস্তাৱটোৰ মৰ্ম আছিল : "ৱাৰ্কিং কমিটিয়ে মহাত্মা গান্ধীৰ সকলো কথা শুনি চৰকাৰে গান্ধী-আৰউইন চুক্তি

ভঙ্গ কৰিছে বুলি ঘোষণা কৰে আৰু খাজনা বন্ধকে অন্তৰ্ভুক্ত কৰি বাৰদফীয়া কাৰ্যসূচীৰে পুনৰ আইন অমান্য আন্দোলন আৰম্ভ কৰিবলৈ আহ্বান জনায়।" বৰলাটৰ পক্ষৰপৰা পহিলা জানুৱাৰী, ১৯৩২ চনৰ টেলিগ্ৰামত কোৱা হৈছিল —"আপোনাৰ পৰামৰ্শ মতে ৱাৰ্কিং কমিটিয়ে আইন অমান্য আন্দোলন কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰাত আমি দুখিত হৈছো। আৰু আইন অমান্য আন্দোলনৰপৰা উদ্ভৱ হ'ব পৰা সকলো পৰিণামৰ বাবে আপোনাক আৰু কংগ্ৰেছ ৱাৰ্কিং কমিটিক দায়ী কৰা হ'ব। চৰকাৰে কঠোৰ হাতেৰে আন্দোলন দমন কৰিবলৈ দৃঢ় প্ৰতিজ্ঞ।"

গান্ধীজীয়ে তেখেতৰ অন্তিম টেলিগ্ৰামখনত জনালে, "আইন অমান্য আন্দোলন সম্পূৰ্ণ অহিংস হ'ব আৰু কাৰো বিৰুদ্ধে কোনো ঈৰ্ষা বা বিদ্বেষৰ ভাব তাত নেথাকিব। পৰিণামৰ যি ভয় দেখুৱাইছে সেইটো বিচাৰ কৰি জনতাইহে ভৱিষ্যতে ৰায় দিব।"

লৰ্ড উইলিংডনৰ আহ্বান ৱাৰ্কিং কমিটিয়ে গ্ৰহণ কৰিলে আৰু ঘৰাঘৰি শুচি গ'ল। কাৰো বুজিবলৈ বাকী নেথাকিল যে সাময়িক যুদ্ধ বিৰতিৰ কালছোৱাত চৰকাৰে সম্পূৰ্ণভাৱে সাজু হৈ আছিল। মহাত্মা গান্ধী আৰু চৰ্দাৰ বল্লভভাই পেটেলক ১৯৩২ চনৰ ৪ জানুৱাৰী তাৰিখে গ্ৰেপ্তাৰ কৰি অনিৰ্দিষ্ট কাললৈ বন্দী কৰিলে। অৰ্ডিনেন্সৰ জোৱাৰ উঠিল। কংগ্ৰেছ কমিটিবিলাক, আশ্ৰমসমূহ, গঠনমূলক অনুষ্ঠানবোৰ, জাতীয় স্কুল ইত্যাদি সকলোবিলাক বেআইনী ঘোষিত হ'ল আৰু সেইবিলাকৰ নথি-পত্ৰ, টকা-পইচা, আচবাব সকলোবিলাক বাজেয়াপ্ত কৰিলে, আনকি কম্পাউণ্ডসমূহো চৰকাৰে জবৰদস্তী দখল কৰিলে। কোনো কোনো ঠাইত সেইবিলাক জুই লগাই পুৰি পেলালে।

আন্দোলনৰ সংক্ৰান্তত গ্ৰেপ্তাৰ হ'বলৈ সৰ্বভাৰতীয় নেতাসকলৰ ভিতৰত বাকী থাকিল একমাত্ৰ পণ্ডিত মদনমোহন মালব্য। জেললৈ নোযোৱাকৈ বাকী থকা নেতাসকলে ১৯৩২ চনৰ এপ্ৰিল মাহৰ ১৩ তাৰিখে অৰ্থাৎ জালিয়ানৱালাবাগ ঘটনাৰ ত্ৰয়োদশ বাৰ্ষিকীৰ দিনা কংগ্ৰেছৰ বাৰ্ষিক অধিবেশনত ঘোষণা কৰিলে। সেই অধিবেশনলৈ পণ্ডিত মদনমোহন মালব্য সভাপতি নিৰ্বাচিত হৈছিল। কিন্তু তেখেতক দিল্লীলৈ অহা পথত গ্ৰেপ্তাৰ কৰা হ'ল। ভিন ভিন প্ৰদেশৰপৰা যি সকল প্ৰতিনিধি আহিছিল, সেই সকলবো বহুত সংখ্যকক বাটতে গ্ৰেপ্তাৰ কৰিলে। তথাপিও পুলিচৰ চকুত ধূলি মাৰি ৫০০ প্ৰতিনিধিয়ে দিল্লীৰ চাঁদ্নি চ'কৰ ক্লক টাৱাৰৰ তলত আহমদাবাদৰ নেতা শেঠ ৰণছোড় লালৰ সভাপতিত্বত কংগ্ৰেছ অধিবেশন বহিছিল। অধিবেশনত কংগ্ৰেছৰ বছৰেকীয়া ৰিপৰ্ট দাঙি ধৰা হৈছিল

আৰু তাত চাৰিটা প্ৰস্তাৱ পাছ কৰা হৈছিল। প্ৰস্তাৱ চাৰিটা ক্ৰমে আছিল ঃ

১। কংগ্ৰেছৰ লক্ষ্য যে পূৰ্ণ স্বাধীনতা সেইটো দোহৰা
২। আইন অমান্য আন্দোলন দৃঢ়তাৰে চলাই যোৱা
৩। মহাত্মা গান্ধীৰ নেতৃত্বৰ প্ৰতি আস্থা জ্ঞাপন কৰা বাবে আৰু আইন অমান্য আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰা বাবে জনতাক ধন্যবাদ জ্ঞাপন
৪। অহিংসাৰ প্ৰতি গভীৰ বিশ্বাস জ্ঞাপন, বিশেষকৈ উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশৰ পাঠানসকলৰ অহিংস সংগ্ৰামৰ প্ৰতি প্ৰদৰ্শন কৰা অতল বিশ্বাসৰ বাবে ধন্যবাদ জ্ঞাপন।

দিল্লীত কংগ্ৰেছ অধিবেশন বহাৰ লগে লগে সকলো ঠাইতে এই দিনটো পালন কৰি এই প্ৰস্তাৱবিলাক গ্ৰহণ কৰিবৰ কাৰণে নিৰ্দেশ দিছিল। সেই নিৰ্দেশৰ মতে গুৱাহাটীতো এটা স্বেচ্ছাসেৱক সমাবেশৰ আয়োজন কৰা হৈছিল। সেইবাৰ অসমৰ আন্দোলনৰ পুৰোভাগত আহি থিয় হৈছিল কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈয়ে। এদিনৰ এটা ঘটনা মোৰ আজিও দৃষ্টিপটত ফটফটীয়া হৈ আছে। যিডোখৰ কৰ্মবীৰৰ মাটি কংগ্ৰেছৰ ধাৰত বিক্ৰী হৈ গ'ল, সেইডোখৰ মাটিত তেখেতৰ কেইটামান বাঁহ আৰু খেৰৰ সৰু সৰু পঁজাঘৰ আছিল। সেই মাটিৰে এচুকত তেনে এটা ঘৰত ডাঃ কীৰ্তি বৰুৱা (তেতিয়া তেওঁ ছাত্ৰ) থাকে। তেতিয়া মহাত্মা গান্ধী জেললৈ গৈছে। কংগ্ৰেছ বেআইনী। আমি সকলোৱে জেললৈ যাবৰ কাৰণে সাজু হৈ আছোঁ। কংগ্ৰেছৰ নেতৃবৃন্দ আৰু কৰ্মীসকল গাৱেঁ গাৱেঁ সোমাল কংগ্ৰেছৰ কাৰ্যক্ৰমৰ আভাস ৰাইজক দিবলৈ। পিকেটিং, হৰতাল, সভা, শোভাযাত্ৰা আৰু গ্ৰেপ্তাৰ একেলগে চলিল। সেই সময়ত অসম কংগ্ৰেছৰ সভাপতি আছিল শ্ৰীবিষ্ণুৰাম মেধি ডাঙৰীয়া। তেখেতক গ্ৰেপ্তাৰ কৰা হ'ল আৰু তেখেত জেললৈ গ'ল। সকলো ঠাইতে সভা-সমিতি পাতি কংগ্ৰেছে যিটো প্ৰস্তাৱ গৃহীত কৰিবলৈ প্ৰস্তুত কৰিছে, সেইটো গ্ৰহণ কৰিব লাগে। তাৰ বাবে গুৱাহাটীত এটি স্বেচ্ছাসেৱক সমাবেশ পতা হৈছিল সেইদিনাখনৰ বাবে। গোলক চন্দ্ৰ পাঠক আছিল সকলোবিলাক কংগ্ৰেছ আন্দোলনতে স্বেচ্ছাসেৱক সংগ্ৰহৰ দায়িত্বত। তেওঁ গাঁৱলৈ গৈ স্বেচ্ছাসেৱক ভৰ্তি কৰি পঠিয়াই দিয়ে সমাবেশৰ কাৰণে, পিকেটিঙৰ কাৰণে, যেতিয়াই যিহৰ বাবে প্ৰয়োজন হয় তাৰ কাৰণে। এই উদ্দেশ্যেও স্বেচ্ছাসেৱক সংগ্ৰহ কৰিবৰ দায়িত্ব তেওঁৰ ওপৰতে পৰিছিল। স্বেচ্ছাসেৱক প্ৰায় তিনি কুৰিজনমান আহি আগদিনাখনে গুৱাহাটী পাইছিলহি। ডাঃ কীৰ্তি বৰুৱাৰ তাতেই খোৱাৰ আয়োজন কোনোমতে কৰা হৈছিল, আৰু থাকিবৰ কাৰণে কেইবা ঠাইতো ভাগ কৰি দিয়া হৈছিল। খোৱা শেষ হোৱাই

নাই, এনেতে ধুমুহা আহিল। দুখে-ভাগৰে গাঁৱৰপৰা খোজ কাঢ়ি কাঢ়ি অহা ল'ৰাবিলাক ভাগৰি পৰিছিল। কোনোমতে খোৱা কাম শেষ কৰি যেয়ে য'তে পাৰে ৰাতিটোৰ কাৰণে আশ্ৰয় ল'বলৈ গ'ল। কৰ্মবীৰ বৰদলৈৰ সেই পঁজাঘৰ-বিলাক প্ৰায়ে ভাগি-ছিগি পৰোঁ পৰোঁ অৱস্থা। আমাৰ স্বেচ্ছাসেৱকসকল আহিলে ৰন্ধা-বঢ়াৰ কাৰণে খৰিৰ অভাৱ হ'লে, সেই ঘৰবিলাকৰে ভগা বেৰৰ কামি, ইকৰা আদি আনি ভাত ৰান্ধি খায়। এটা ঘৰ অলপ ভাল অৱস্থাত আছিল। সেই ঘৰত এজন ভদ্ৰলোক থাকে। মাহে ঘৰটোৰ ভাড়া দিয়ে দহ টকা। মানুহ-জনে স্বেচ্ছাসেৱকবিলাক তেনেদৰে তাত আহি থকাটো একেবাৰে পছন্দ নকৰে। ডাঃ কীৰ্তি বৰুৱাই সেইটোক বৃটিছৰ চোৰাংচোৱা বুলি কৈছিল। বাবুগৰাকীয়ে বহুত দিনৰপৰাই আমাৰ স্বেচ্ছাসেৱকসকলে তেওঁৰ ঘৰত অত্যাচাৰ কৰে বুলি মিছাকৈ কৰ্মবীৰ বৰদলৈদেৱক লগাই থকাৰ কথা আমি নাজানিছিলোঁ। আমাৰ স্বেচ্ছাসেৱকসকলৰ কেইজনমানে তেতিয়া ৰাতি প্ৰায় বাৰমান বজাত দুখে-ভাগৰে কোনোমতে ভাত এমুঠি খাই সেই বাবুজনৰ ঘৰৰ প'ৰ্টিকোটোতে শুই আছিল, আমিও ক'ব নোৱাৰো। ডাঃ কীৰ্তি বৰুৱা ঘৰতে আছিল। আমাৰ বন্ধু শ্ৰীপ্ৰবীণ শৰ্মাই (বৰ্তমান এডভোকেট) ল'ৰাবিলাকৰ তত্ত্বাৱধানত সেই সময়ত তাতে আছিল। মই কিবা যা-যোগাৰ কৰিবলৈ গৈছিলোঁ; ঘূৰি গৈ পোৱা নাই। মই যেতিয়া ঘূৰি আহোঁ, মোৰ আগে আগে সেই বাবুজন আৰু কৰ্মবীৰ বৰদলৈ স্বয়ং। মোৰ সন্দেহ হ'ল, দুপৰ ৰাতি এনে অসময়ত কৰ্মবীৰ বৰদলৈদেৱ কেলেই তালৈ আহিল! মই মনে মনে প্ৰমাদ গণিলোঁ। তেখেতৰ হাতত এটা টৰ্চ লাইট। তেখেতে টৰ্চটো মাৰি পৰ্টিকোটোত ল'ৰাকেইটামান শুই থকা দেখা পায়ে খঙত অগ্নিশৰ্মা হৈ অলপ ধমকিৰ সুৰেৰে ক'ব ধৰিলে, "তোমালোক কোন, কেলেই ইয়াত শুইছা, কোনে তোমালোকক ইয়াত শুবলৈ দিছে?" ইত্যাদি। তাৰ পিচত তাৰপৰা ঘূৰি ডাক্তৰৰ ঘৰলৈ আহি কীৰ্তি কীৰ্তি বুলি মাতিলে। কীৰ্তি বৰুৱা ওলাই অহাত তেওঁক সুধিলে, "কোনে ল'ৰাবিলাকক তাত শুব দিছে?" ডাক্তৰে ক'লে তেওঁ একো নেজানে, প্ৰবীণ শৰ্মাইহে জানে। তেতিয়া প্ৰবীণ শৰ্মা ক'ত বিচাৰি ফুৰোঁতেই মই হাজিৰ হলোঁ। তেতিয়া তেখেত শান্ত হৈ আহিছে, ক'লে, "ঘৰবিলাক তোমালোকেই ভাগি-ছিঙি নাইকিয়া কৰিলা। এটা ঘৰ আছে তাতো ভাড়াতীয়া থাকিব নোৱাৰে। ভাড়াতীয়াই বা কি? মাহে দহ টকা ভাড়া দিয়ে। এই মানুহজনৰ ইমান স্পৰ্ধা! দহ টকা ভাড়া দিছে দুখে-ভাগৰে ল'ৰাকেইটামান আহি তাতে অলপ টোপনি গৈছে, সেইটো সহ্য কৰিব নোৱাৰিলে! কিন্তু সি নুবুজে যে এইবিলাক আমাৰ স্বাধীনতাৰ সৈনিক। ঘৰ-বাৰী এৰি কাৰাবৰণ কৰিবলৈ আহিছে। ই ইমান নিষ্ঠুৰ আৰু দেশদ্ৰোহী! মই তাক কালিয়ে এই ঘৰৰপৰা উলিয়াই দিম। মোক সেই দহ টকা নেলাগে। তোমালোকক কৈছোঁ মহেন্দ্ৰ, তোমালোকে ভৱিষ্যতে যিমান স্বেচ্ছাসেৱক আহে মোৰ ঘৰলৈ পঠিয়াই

দিবা। মোৰ দুই তলা ঘৰ এনেই পৰি থাকে, থাকিবলৈ মানুহ নাই, তাতে থাকিব।" মানুহজনক উদ্দেশ্য কৰি ক'লে, "বাবু, কালিয়ে ঘৰ এৰি দিব লাগিব। এইটো মোৰ শেষ কথা।" তাৰ পিচত ল'ৰাকেইজনক ক'লে, "হেৰা বোপাহঁত, তোমালোকে মোৰ লগত আহাঁ। আমাৰ ঘৰত থাকিবা। আমাৰ ঘৰত কাৰ্পেট পৰা আছে, তাত তোমালোকে শুই আৰাম পাবা।" এইবুলি ল'ৰাকেইজনক অতি মৰম-চেনেহ কৰি তেখেতৰ ঘৰলৈ লৈ গ'ল। পিচদিনাখনৰপৰাই বাবুজনে ঘৰ এৰি দিলে। সেই ঘৰটো পূৰা-পূৰি স্বেচ্ছাসেৱক শিবিৰত পৰিণত হ'ল। এই কাহিনীটোৱে বৰদলৈদেৱৰ সৰল প্ৰাণৰ এটা সম্যক পৰিচয় দিয়ে। সেয়েহে উল্লেখ কৰা হ'ল।

তাৰ পিচদিনাখন ৰাতিপুৱা ৯ বজাতেই অসম প্ৰদেশৰ তেতিয়া নিৰ্মাণ আধৰুৱা হৈ থকা পুৰণি কংগ্ৰেছ ভৱনৰ সন্মুখতে স্বেচ্ছাসেৱক সমাবেশ আৰু পতাকা উত্তোলন কৰাৰ আয়োজন কৰা হৈছিল। সেই সময়ত কংগ্ৰেছ বেআইনী ঘোষিত হৈছিল আৰু লগে লগে চৰকাৰে ১৪৪ ধাৰা জাৰি কৰি সভা, সমিতি, শোভাযাত্ৰা, পতাকা উত্তোলন আদি নিষিদ্ধ কৰিছিল। চৰকাৰৰ তেনে হুকুমক নেওচি তাত গৈ ৰাস্তাত থিয় দিয়া মানুহকে ধৰি ৪-৫ শ মান মানুহ গোট খাইছিল। কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈদেৱে সাজি-কাচি বীৰদৰ্পে সেই সমাবেশৰ নেতৃত্ব গ্ৰহণ কৰিছিল। ৮ বাজি ৩০ মিনিটমান যাওঁতেই তাত গৈ হাজিৰ হ'ল কমিচনাৰ চাহাব, ডেপুটী কমিচনাৰ, পুলিচ চুপাৰিন্‌টেন্‌দেণ্ট, বহুতো পুলিচ কৰ্মচাৰী, কেই-গৰাকীমান মেজিষ্ট্ৰেট আৰু প্ৰায় দুশমান পুলিচ কনষ্টেবল। দৃশ্যটো চাবলৈ বৰ মনোৰম হৈছিল। গোলোক চন্দ্ৰ পাঠকে Command কৰিলে, তেতিয়া স্বেচ্ছাসেৱকসকলক ধৰি সকলোৱে পতাকা উত্তোলনৰ কাৰণে নিৰ্দিষ্ট পোলটোৰ চাৰিওফালে অৰ্ধবৃত্তাকাৰে সাৱধান অৱস্থাত থিয় হ'ল। কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈদেৱে পতাকা উত্তোলন কৰিবলৈ নিজৰ স্থান গ্ৰহণ কৰিলে। বন্দে মাতৰম্ গানেৰে কাৰ্য্যক্ৰম আৰম্ভ হ'লত ডেপুটী কমিচনাৰ প্ৰিচাৰ্ড চাহাব আগবাঢ়ি আহি ক'লে যে সভাখন বেআইনী ঘোষণা কৰা হৈছে। সকলোবিলাকে ইয়াৰপৰা আঁতৰি যাব লাগে। আঁতৰি যাবৰ কাৰণে দুই মিনিট সময় দিলে। বৰদলৈদেৱে প্ৰিচাৰ্ড চাহাবক উদ্দেশ্য কৰি ক'লে, "চৰকাৰে নিজৰ কৰ্তব্য কৰিব আৰু আমি আমাৰ কৰ্তব্য কৰিম।" বন্দে মাতৰম, গান চলি থাকিল। ঠিক দুই মিনিটৰ লগে লগে গোটেই পুলিচ কৰ্মচাৰী আৰু কনিষ্টবলখিনিয়ে আগবাঢ়ি জাতীয় পতাকাৰ চাৰিও-ফালে সাৱধান অৱস্থাত থিয় হৈ থকা আটাইখিনি লোকক গ্ৰেপ্তাৰ হোৱা বুলি ক'লে আৰু প্ৰত্যেকৰে নামবিলাক লিখি ল'লে। মনত থকা মতে ১৬ বছৰৰ কম যিসকল ল'ৰা তাত উপস্থিত আছিল, সেইসকলক নামৰ তালিকাত ভুক্ত নকৰিলে। আনন্দৰ কথা, গাৰ্ব্বৰপৰা অহা স্বেচ্ছাসেৱকসকলেও বেপৰোৱা আৰু দ্বিধাহীনভাৱে সেই গ্ৰেপ্তাৰৰ সন্মুখীন হৈছিল। কোনেও এখোজো লাইনৰপৰা লৰচৰ কৰা নাছিল।

ৰাস্তাত থিয় দি থকা লোকখিনিক পুলিচে আঁতৰি যাবলৈ কোৱাত তেওঁবিলাক আঁতৰি গ'ল। গ্ৰেপ্তাৰ হোৱা লোকখিনিৰ এটা এটাকৈ নামবিলাক মাতি ৰাস্তালৈ নিলে আৰু পুলিচ পৰিবেষ্টনীৰ মাজেদি জেললৈ লৈ গ'ল। বৰদলৈদেৱে গান লগাই দিয়াত সকলো স্বেচ্ছাসেৱকে উচ্চ কণ্ঠে সেই গান গাবলৈ ধৰিলে। সেই দিনাখন বহাগ বিহু আছিল। যেতিয়া এনেকৈ দল বান্ধি মানুহবিলাকক গ্ৰেপ্তাৰ কৰি নিয়া হৈছিল তেতিয়া বহুতে আক্ষেপ কৰিছিল, বিশেষকৈ মহিলাসকলে। অসমীয়া মানুহৰ অতি আদৰৰ বহাগ বিহুৰ দিনাখননো গ্ৰেপ্তাৰ কৰিব লাগেনে? আইসকলে চৰকাৰক নিন্দা কৰা সেইসকলে শুনিছিল।

জেল গৈ পোৱাত গ্ৰেপ্তাৰ হোৱা লোকসকলৰ ভিতৰত শ্ৰেণী বিভক্ত হ'ল। কিন্তু বৰদলৈদেৱ সেই শ্ৰেণীৰ দেওনা ভাগি স্বেচ্ছাসেৱকসকলৰ লগলৈ আহি কথা-বতৰা পাতিছিল আৰু জেইলাৰক মাতি আনি আটাইবিলাককে বিহু খুৱাই দিব লাগে বুলি মিঠাই কিনি আনিবৰ কাৰণে পঞ্চাশ টকা ৰূপ নিজৰপৰা দিছিল। কিন্তু সেই টকা খৰচ কৰিব লগা নহ'ল। গুৱাহাটীৰ বহুতো পৰিয়ালে জেললৈ যথেষ্ট পৰিমাণে পিঠা, লাড়ু, জলপান পঠিয়াইছিল আৰু সকলোৱে তৃপ্তিৰে ভোজন কৰি আনন্দ লাভ কৰিছিল।

আমি পিচত শুনিছিলো যে ৰোহিণী কুমাৰ চৌধুৰীয়ে কমিচনাৰ বেণ্টিঙ্ক চাহাবক বিহুৰ দিনাখন মানুহবিলাকক গ্ৰেপ্তাৰ কৰাৰ কাৰণে বৰ নিন্দা কৰাত আৰু চৰকাৰকো মানুহখিনিক খালাচ দিবলৈ জোৰ দি ধৰাত আবেলি চাৰিমান বজাত আটাইখিনি লোককে খালাচ দিলে।

কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ ডাঙৰীয়া সেই সময়ত গুৱাহাটী লোকেল বোৰ্ডৰ চেয়াৰমেন। তেখেতে মফচল কৰি গাঁৱে গাঁৱে লোকেল বোৰ্ডৰ কাম-কাজ চাই ফুৰে আৰু কংগ্ৰেছৰো প্ৰচাৰ-কাৰ্য চলায়। সেই বছৰৰ মে মাহৰ ৫ তাৰিখটো মোৰ জীৱনত এটি বৰ উল্লেখযোগ্য দিন। মই তেতিয়া ল কলেজলৈ অহা-যোৱা কৰো। পাণবজাৰত বৰ্তমানে য'ত গগৈৰ ঘড়ীৰ দোকান আছে, সেই ঘৰটোৰ ওপৰৰ তলাত শ্ৰীদেবেন্দ্ৰ নাথ শৰ্মা আৰু মই একেলগে এটা কমত থাকো। ক'ত যাওঁ ঠিকনা নাই, কেতিয়াবা হোটেলত কেতিয়াবা কাৰোবাৰ ঘৰত, বেছিভাগ শ্ৰীলক্ষ্মীধৰ বৰাহঁতৰ ঘৰতে ভাত খাওঁ আৰু গুৱাহাটীত থকা সময়ত তাতেই বেছি সময় কটাওঁ। শ্ৰীবৰাহঁতৰ ঘৰটো এহাতে কংগ্ৰেছ কৰ্মীসকলৰ কাৰণে বিনা পইচাৰ হোটেল আৰু আনহাতে কংগ্ৰেছৰ চিঠি-পত্ৰ টাইপ কৰা, লিঠু কৰা ইত্যাদিৰ বাবে এটা নিয়মিত অফিচ। ৪ মে'ৰ ৰাতি গোলোক চন্দ্ৰ পাঠক আহি মোৰ তাতেই আলহী। শ্ৰীদেবেন্দ্ৰ নাথ শৰ্মাৰ ইতিমধ্যে ফাটেক হৈছে। সেই ঘৰটোৰ তলৰ এটা বাহিৰা ঘৰতে এটা দৰ্জী শালাত কাম কৰে আমাৰ বন্ধু শ্ৰীসৰু ৰাম দৰ্জীয়ে। ৫ মে তাৰিখে ৰাতিপুৱা দোকমোকালিতে দৰ্জী ডাঙৰীয়া আহি দুৱাৰত খুব চকিয়াইছে। মই উঠি গৈ দুৱাৰখন মেলি দিলো।

তেখেতে ক'লে মোক হেনো পুলিচে গ্ৰেপ্তাৰ কৰিবলৈ বিচাৰি ফুৰিছে। সোনকালে উঠি সাজু হ'বলৈ ক'লে। পাঠক ডাঙৰীয়াই কথাটো শুনি মোক ক'লে যে এক মিনিটো দেৰি নকৰাকৈ মই তাৰপৰা ওলাই যাব লাগে নহ'লে তেওঁকো লগতে গ্ৰেপ্তাৰ কৰিব। মই সোনকালে গা-পা ধুই ল'লো। দৰ্জী ডাঙৰীয়াই চাহ-মিঠাই আনি খুৱালে। শ্ৰীপাঠক ডাঙৰীয়াৰ তাগিদাত মই তাৰপৰা ওলাই শ্ৰীবৰা ডাঙৰীয়াৰ ঘৰলৈ গ'লো। তাত গৈ শুনিলো যে তেখেতক গ্ৰেপ্তাৰ কৰি নিলেই। আৰু কাক কাক গ্ৰেপ্তাৰ কৰিছে বুলি সোধাত ক'লে যে আমি পাঁচজনক, অৰ্থাৎ কৰ্মবীৰ বৰদলৈ, লোকবন্ধু ডাঃ ভুবনেশ্বৰ বৰুৱা, শ্ৰীৰজনীকান্ত গোস্বামী, শ্ৰীবৰা আৰু মোক। কথা-বতৰা পাতি থাকোতেই তাত পুলিচ আহি হাজিৰ হ'ল আৰু ক'লে যে মোক হেনো ৰতিপুৱাৰপৰাই তেওঁলোকে বিচাৰি বিচাৰি হাবাথুৰি খাইছে। শ্ৰীবৰাৰ ককাইদেউ পদ্মধৰ বৰাই পুলিচক ক'লে যে চাহ কৰিছে, চাহ খাবলৈ সময় দিব লাগে। পুলিচ মান্তি হ'ল। মই চাহ খাই ওলালো। মোক ডেপুটী কমিচনাৰৰ বঙলালৈ লৈ গ'ল। তাত গৈ দেখো বৰা ডাঙৰীয়া আৰু গোস্বামী ডাঙৰীয়া বহি আছে আৰু কেইমিনিটমান পিচতেই লোকবন্ধু বৰুৱাদেৱকো পুলিচে আনি ডেপুটী কমিচনাৰক চমজাই দিলে। বৰদলৈদেৱ মফচললৈ গৈছে, বিচাৰি পোৱা নগ'ল বুলি ৰিপ'ৰ্ট দিলে। আমি চাৰিজনক গুৱাহাটী জেললৈ লৈ যোৱা হ'ল। তাত গৈ লগ পালো আমাৰ এগৰাকী পৰম বন্ধু খগেন্দ্ৰ নাথ নাথক। তেখেতৰ জেলৰ হুকুম হৈছে। গোৱালপাৰাৰপৰা তালৈ পঠিয়াই দিছে। দুপৰীয়া জেইলাৰে আহি আমাক ক'লে যে বৰদলৈ ডাঙৰীয়াই মফচলৰপৰা আহি পুলিচলৈ চিঠি লিখি জনাই দিছে আৰু লিখিছে যে যদি গ্ৰেপ্তাৰ কৰিব খোজে আহি গ্ৰেপ্তাৰ কৰিব পাৰে। ডেপুটী কমিচনাৰে হেনো কৈছিল যে দুপৰীয়া ভাত পানী খাই উঠাৰ পিচত তেখেতক গ্ৰেপ্তাৰ কৰি জেললৈ লৈ যোৱা হ'ব। গতিকে জেইলাৰৰ মুখে জানিব পাৰিলো যে আবেলি পৰত বৰদলৈদেৱো আমাৰ লগ লাগিব। কথাটো শুনি আমাৰ আনন্দ হ'ল যে বৰদলৈদেৱৰদৰে এগৰাকী মহান নেতাৰ অতি ওচৰ সান্নিধ্যলৈ আহিবলৈ সুযোগ পাম। আবেলি আমি কথা-বতৰা পাতি থাকোতেই তেখেত আহি পালে। আমাৰ আনন্দৰ সীমা নাই। আমাৰ এই পাঁচজনৰ বিচাৰ একেলগে হৈছিল। কেইবাদিনো আমি হাজোতত বাস কৰিবলগা হৈছিল। ইয়াৰ কাৰণ আছিল হেনো বৰদলৈ ডাঙৰীয়াক খালাচ দিবলৈ এটা বেচৰকাৰী মহলৰপৰা চেষ্টা চলিছিল। কৰ্মবীৰ বৰদলৈ ডাঙৰীয়া ডাঙৰ নেতা আছিল, কিন্তু ব্যৱহাৰত তেনেই ল'ৰাৰদৰে সৰল আছিল। ডেপুটী কমিচনাৰে হুকুম দিছিল যে তেখেতক প্ৰতি দিন আবেলি দুঘণ্টা সময় লোকেল বোৰ্ডৰ কাম কৰিবৰ কাৰণে সুবিধা দিব লাগে। তেখেতে সদায় দুইমান বজাত অফিচলৈ যায় আৰু চাৰিমান বজাত আকৌ আমাৰ লগলৈ ঘূৰি আহে। আমাৰ ভিতৰত শ্ৰীৰজনী কান্ত গোস্বামীদেৱে বৰদলৈ ডাঙৰীয়াক নানা ৰকমৰ খুহতীয়া কথা কৈ থাকে আৰু বৰগীত, ৰবীন্দ্ৰ সঙ্গীত আদিও গাবলৈ

অনুৰোধ জনায়। শেষত গৈ আমিও তেনে কৰিব ধৰিলো। তেনে অনুৰোধ কৰা মাত্ৰেই তেখেতে গান আৰম্ভ কৰি দিছিল। সেই সময়ত কি ৰাগ বা ৰাগিণীৰ গীত গাব লাগে আৰু ঠিক সেই ৰাগ বা ৰাগিণীযুক্ত গীতহে গাইছিল। অফিচৰপৰা আহি বাহিৰৰ খা-খবৰো তেখেতে আমাক দিছিল।

তেতিয়া ঘূৰণীয়া মেজমেলৰ পিচত ভাৰত শাসন আইনৰ সম্বন্ধে বৃটিছ ৰাজনৈতিক মহলত কথা ওলাইছে। সেই কথা অনুসৰি প্ৰদেশবিলাকক স্বায়ত্ত-শাসন দিয়াৰ কথাও উঠিছে আৰু সোনকালে নিৰ্বাচন হ'ব, এনেবিলাক কথাও ওলাইছে। অসমত তেতিয়া এটা প্ৰবল জনমত যে অসমীয়া মানুহৰ এটা শক্তি-শালী দল গঠন হ'ব লাগে। সেই দলটোৱে প্ৰস্তাৱিত ভাৰত শাসন আইন অনুসৰি বিধান সভালৈ প্ৰতিনিধি পঠিয়াই মন্ত্ৰী-সভা আদি গঠন কৰিব লাগে। লগতে এইটোও কোৱা হৈছিল যে কংগ্ৰেছে কেতিয়াও কংগ্ৰেছ দলক মন্ত্ৰীসভা গঠন কৰিবলৈ নিদিয়ে, কাৰণ কংগ্ৰেছৰ প্ৰতি সমৰ্থনৰদ্বাৰা অসমত অসমীয়া লোকৰ স্বাৰ্থ হানি হ'বৰ সম্ভাৱনা আছে।

আমাৰ কিছুদিন হাজোত বাসৰ পিচত এদিনাখন বৰদলৈদেৱে অফিচৰপৰা খণ্ডত জুলি-পকি আহি আমাক ক'লে যে তেখেতে হেনো কেইগৰাকীমান নেতাক সিদিনাখন বৰ টান কথা শুনাই থৈ আহিছিল। তেখেতসকল আহিছিল বৰদলৈ-দেৱক তেওঁলোকৰ লগত লগ লাগি তেওঁলোকৰ দলৰ পৰিপুষ্টি সাধনৰ কাৰণে অনুৰোধ জনাবলৈ আৰু লগতে প্ৰধান মন্ত্ৰীৰ পদো যাচিবলৈ। বৰদলৈদেৱে কৈছিল যে প্ৰধান মন্ত্ৰীৰ পদবী তেওঁলোকৰ নাইবা কাৰো দানৰ বস্তু নহয়, সেইটো উপাৰ্জনৰহে বস্তু। গতিকে সেইবিলাক কথা কৈ তেখেতক পথভ্ৰষ্ট কৰিবলৈ চেষ্টা কৰা বৰ অন্যায় কথা আৰু তেখেতে সেইটো সহ্যও নকৰে। তেনেকৈ কৈয়ে সেইসকলক বিদায় দি খণ্ডতে গুচি আহিছিল। তাৰ পিচতে আমাৰ বিচাৰৰ কাৰণে চৰকাৰৰ মনত সৃষ্টি হোৱা দোধোৰ-মোধোৰৰ ভাবটো নাইকিয়া হ'ল। কাৰণ সেইসকলে বৰদলৈদেৱক তেওঁলোকৰ দলভুক্ত কৰিব পাৰিম বুলি কথা দিছিল। দলভুক্ত কৰিব পাৰিলে তেখেতৰ বিৰুদ্ধে থকা মোকৰ্দমা তুলি ল'লে-হেঁতেন। যেতিয়া সেইটো নিষ্পত্তি হৈ গ'ল, তেতিয়া বিচাৰৰ দিন ধাৰ্য হ'ল। তাৰিখটো মনত নাই, বোধকৰো ২১ মে' তাৰিখ। সিদিনাখনেই আমাৰ আটাই-বিলাকৰে বিচাৰত জেল হ'ল আৰু তাৰ পিচদিনাই আমাৰ প্ৰত্যেককে বেলেগে বেলেগে জেললৈ স্থানান্তৰিত কৰা হ'ল। বৰদলৈদেৱক ছিলেট জেললৈ, শ্ৰীৰজনী গোস্বামীদেৱক যোৰহাটলৈ, শ্ৰীলক্ষ্মীধৰ বৰাক তেজপুৰলৈ, ডাক্তৰ বৰুৱাদেৱক শিলচৰ জেললৈ আৰু মোক নগাওঁ জেললৈ পঠিওৱা হ'ল। মোৰ লগত একে-লগে স্থানান্তৰিত হৈছিল শ্ৰীখগেন্দ্ৰনাথ নাথদেৱো।

মই জেললৈ যোৱাৰ সময়ত অসম ছাত্ৰ সন্মিলনৰ সাধাৰণ সম্পাদক আছিলোঁ। জেলৰপৰা ওলাই অহাৰ পিচতে ছাত্ৰ সন্মিলনৰ বছৰেকীয়া অধিবেশন

পাতিবৰ সিদ্ধান্ত গ্ৰহণ কৰা হৈছিল। অধিবেশনৰ স্থান গুৱাহাটীতে নিৰ্দিষ্ট হৈছিল। অধিবেশনৰ সভাপতি নিৰ্বাচিত হৈছিল সেই সময়ৰ গড়মূৰ সত্ৰৰ অধিকাৰ শ্ৰীশ্ৰীপীতাম্বৰ দেৱ গোস্বামী প্ৰভু। সেই সময়ত চাৰিসত্ৰীয়া গোসাঁই-সকলক নৈৰ পাৰত বাহৰ পাতি থকা-মেলাৰ বন্দবস্ত কৰি দিব লাগিছিল। প্ৰভু-ঈশ্বৰৰ কাৰণে বাহৰৰ স্থান উজান বজাৰৰ জাহাজঘাটৰ পূবফালে ব্ৰহ্মপুত্ৰৰ বালিত নিৰ্দিষ্ট হৈছিল। বাহৰৰ স্থান নিৰ্ধাৰণত কৰ্মবীৰ বৰদলৈদেৱে যথেষ্ট সাহায্য কৰিছিল। বাহৰ নিৰ্মাণৰ আঁচনিখনো তেখেতে অনুমোদন কৰি দিছিল। প্ৰভু-ঈশ্বৰৰ খোৱা, থকা, গা-ধোৱা, শৌচ-পেচাব কৰা সকলো স্থান তন্ন তন্নকৈ তেখেতে পৰীক্ষা কৰি নিৰ্ধাৰণ কৰি দিছিল। সেইমতে বাহৰ নিৰ্মিত হৈ উঠিল। তাৰ পিচত প্ৰশ্ন হ'ল প্ৰভু-ঈশ্বৰৰ তত্ত্বাৱধানত কোন থাকিব। এই প্ৰশ্ন উঠাত বৰদলৈ-দেৱে কৈছিল যে ডেকা ল'ৰাবিলাকে চাৰিসত্ৰীয়া গোসাঁইৰ আলপৈচান কেনেকৈ ধৰিব লাগে সেই বিষয়ে অনভিজ্ঞয়ে নহয়, অজ্ঞও। গতিকে তেখেতে নিজেই প্ৰভু ঈশ্বৰৰ আলপৈচানৰ দায়িত্ব বহন কৰিব। আমি সকলোৱে সেই প্ৰস্তাৱত আপত্তি নহৈ নোৱাৰিছিলোঁ আৰু তেখেতে তেনে দায়িত্ব ল'ব নেলাগে বুলি অনু-ৰোধ জনাই আন কাৰোবাক সেই দায়িত্ব দিব খুজিছিলোঁ। কিন্তু বৰদলৈদেৱ সেই কথাত অলৰ-অচৰ আছিল আৰু তেখেতে সন্মিলনৰ আটাইকেইদিনে অৰ্থাৎ গোসাঁই-ঈশ্বৰ যিমান দিন বাহৰত আছিল তিমান দিনেই তেখেতৰ সেৱাত অহো-ৰাত্ৰ ব্যস্ত আছিল। তেতিয়া ডিচেম্বৰ মাহৰ শেষ সপ্তাহ। ব্ৰহ্মপুত্ৰৰ মুকলি পাৰৰ বালিত অনবৰত বতাহ। সেই বতাহৰ ঠাণ্ডাত তেখেতক আমি ৰাতি দহ বজালৈকে প্ৰভু-ঈশ্বৰৰ বাহৰত সাধাৰণ স্বেচ্ছাসেৱকৰ দৰে কাম কৰা দেখি আমাৰ মূৰ লাজতে দোঁ খালেও সেৱাৰ প্ৰেৰণাই আমাক সকলোকে উদ্বুদ্ধ নকৰাকৈ থকা নাছিল। কৰ্মবীৰ বৰদলৈদেৱৰ এনে সেৱা পৰায়ণ মনোভাৱৰ পৰিচয় আন বহুতো ক্ষেত্ৰতে পৰিলক্ষিত হৈছিল।

লাহে লাহে ১৯৩৩ চনৰ শেষৰ ফাললৈ ভাৰতবৰ্ষৰ ৰাজনৈতিক বা-বতাহৰ সাল-সলনি হ'বলৈ ধৰিলে আৰু কংগ্ৰেছে নতুন নতুন ঘটনাৰ বা-মাৰলিত সন্মুখীন হ'ব লগা হৈছিল। সেই ঘটনাৱলীৰ চমু আভাস অলপ নিদিলে প্ৰবন্ধটো অসম্পূৰ্ণ হ'ব বুলি সেইবিলাকৰ সাধাৰণ বিৱৰণ এটাৰ ইয়াত অৱতাৰণা কৰা উচিত হ'ব বুলি দাবি ধৰা হ'ল।

দ্বিতীয় মেজ-মেলৰ সময়ত সাম্প্ৰদায়িক সমস্যা সমাধানকল্পে যদি কন্-ফাৰেন্সত উপস্থিত সকলোৱে সন্মতিসূচক দস্তখত দি চালিচি কৰাৰ প্ৰস্তাৱ কৰে তেনেহ'লে বৃটিছ প্ৰধান মন্ত্ৰীয়ে সেই সম্পৰ্কত চালিচি কৰিবলৈ প্ৰস্তুত আছিল বুলি পৰামৰ্শ আগবঢ়াইছিল। কিন্তু সেই পৰামৰ্শত কোনেও সন্মতি জ্ঞাপন কৰা নাছিল। মহাত্মা গান্ধীয়ে মেজ-মেলৰ আৰম্ভণিৰেপৰা পৃথক নিৰ্বাচনৰ জৰিয়তে হিন্দু সম্প্ৰদায়ক বিভক্ত কৰাৰ দুৰ্ঘোৰ বিৰোধী আছিল। আৰু প্ৰাণপণে তাৰ

বিৰুদ্ধাচৰণ কৰিব বুলি দৃঢ়ভাৱে ঘোষণা কৰিছিল। মহাত্মা গান্ধীয়ে ছেক্ৰেটৰী অব্ ষ্টেট ফৰ ইণ্ডিয়া, ছাৰ চামুৱেল হোৰক আনকি ১৯৩২ চনৰ ১২ মাৰ্চ তাৰিখেই চিঠিৰে জনাই দিছিল যে যদি দলিতবৰ্গ ( depressed class ) লোকসকলৰ বাবে পৃথক নিৰ্বাচনৰ ব্যৱস্থা কৰা হয়, তেনেহলে আমৰণ অনশনেৰে তাৰ প্ৰতিবাদ কৰিব। চামুৱেল হোৰে তাৰ উত্তৰত সময়ত সকলো দিশ বিবেচনা কৰি সিদ্ধান্ত লোৱা হ'ব বুলি ১৩ এপ্ৰিল (১৯৩৩) তাৰিখে উত্তৰ দিয়া সত্ত্বেও ১৭ আগষ্টত তথাকথিত মেক ডোনেল্ড ৰায় ঘোষিত হ'ল। সেই ৰায়ৰ উদ্দেশ্য আছিল বিলাতৰ প্ৰধান মন্ত্ৰীয়ে, মহাত্মা গান্ধীয়ে যদি তাৰ বিৰুদ্ধে প্ৰতিবাদ জনায় তেনেহ'লে তেখেতক দলিতবৰ্গৰ লোকসকলৰ স্বাৰ্থৰ পৰিপন্থী বুলি প্ৰমাণ কৰা। দলিতবৰ্গৰ লোকসকলৰ বাবে পৃথক নিৰ্বাচনৰ ঘোষণাই কেৱল কৰা হোৱা নাছিল, সেইসকলক সাধাৰণ সমষ্টিবিলাকতো ভোট দিয়াৰ অধিকাৰ দিয়া হৈছিল। অৰ্থাৎ কিছুমান সমষ্টি আছুতীয়াকৈ তেওঁলোকৰ বাবে ৰখা হ'ব আৰু তাৰ প্ৰতিনিধি নিৰ্বাচনত কেৱল সেইসকলেহে ভোট দিব পাৰিব। কিন্তু সেইবিলাক সমষ্টি পুনৰ সাধাৰণ সমষ্টিসমূহতো অন্তৰ্ভুক্ত কৰা হ'ব আৰু তাতো সেইসকলৰ ভোটাৰে ভোটত সম্পূৰ্ণ অংশ গ্ৰহণ কৰিব পাৰিব। ১৮ আগষ্ট তাৰিখে মহাত্মা গান্ধীয়ে প্ৰধান মন্ত্ৰীলৈ চিঠি লিখি জনাই দিলে যে তেখেতে প্ৰধান মন্ত্ৰীৰ তথা-কথিত সেই ৰায়ৰ বিৰুদ্ধে আমৰণ অনশন কৰিব আৰু ২০ ছেপ্তেম্বৰৰ দুপৰীয়াৰ-পৰা (১৯৩২) সেই অনশন আৰম্ভ কৰিব। এই বাতৰিয়ে কেৱল ভাৰতবৰ্ষতে নহয়, গোটেই পৃথিবীতে এটা নতুন প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিলে। প্ৰধান মন্ত্ৰীৰ ৰায় প্ৰধান মন্ত্ৰীয়ে নিজে কেতিয়াও নসলায়। সেইটো সম্ভৱ হ'ব পাৰে যদি সকলো হিন্দু সম্প্ৰদায়ৰ মাজত এটা সৰ্বসন্মত সিদ্ধান্ত হয়। মহাত্মা গান্ধীৰ জীৱন ৰক্ষা কৰিবই লাগিব। পোনপ্ৰথমতে দলিতবৰ্গৰ নেতা ৰাও বাহাদুৰ এম. চি. ৰাজাই পৃথক নিৰ্বাচনৰ প্ৰতিবাদ কৰিলে। তেজ বাহাদুৰ চাপ্ৰুৱে মহাত্মা গান্ধীক অনতিপলমে জেলৰপৰা মুক্তি দিব লাগে বুলি দাবী জনালে। পণ্ডিত মদনমোহন মালব্যই সোনকালে এখন নেতৃ সন্মিলন হ'ব লাগে বুলি প্ৰস্তাৱ কৰিলে। ২০ ছেপ্তেম্বৰৰ দিনাখন ভাৰতৰ লোকে উপবাসে থাকি মহাত্মা গান্ধীৰ অভিযানৰ জয় কামনা কৰিলে। অস্পৃশ্যসকলৰ কাৰণে কলিকতা, দিল্লী আৰু অন্যান্য ঠাইত মন্দিৰবিলাক খুলি দিয়া হ'ল।

পণ্ডিত মদন মোহন মালব্যৰ আহ্বানক্ৰমে হিন্দু নেতাসকলৰ এখন সন্মিলন প্ৰথমতে বোম্বাইত আৰু তাৰ পিচত পুণাত বহিল। আৰু সেই সন্মিলনত পুণা-চুক্তি সৰ্বসন্মতিক্ৰমে গৃহীত আৰু স্বাক্ষৰিত হ'ল। এই চুক্তিত দলিতবৰ্গৰ লোক-সকল বৰ সন্তুষ্ট হ'ল। সন্তুষ্টিৰ কাৰণ আছিল প্ৰধানমন্ত্ৰীৰ ৰায়ত তেওঁলোকে মাত্ৰ গোটেই ভাৰতবৰ্ষৰ প্ৰাদেশিক বিধান সভাসমূহত ৭১ খন আসন পাইছিল। কিন্তু পুণা-চুক্তিমতে পোৱা আসনৰ সংখ্যা আছিল ১৪৮ খন। এই চুক্তি বৃটিছ চৰকাৰে

মানি ল'লে। ২৬ তাৰিখে ৫ বাজি ১৫ মিনিট যাওঁতে গান্ধীজীয়ে অনশন ভঙ্গ কৰিলে। ইয়াৰ পিচতেই বোম্বেত হৰিজন সেৱক সংঘৰ জন্ম হ'ল। এই সংঘৰ প্ৰথম সভাপতি আৰু সম্পাদক নিৰ্বাচিত হৈছিল ক্ৰমে ঘনশ্যাম দাস বিৰলা আৰু অমৃত লাল ঠক্কৰ। হিন্দু সমাজৰপৰা অস্পৃশ্যতাৰ মূলোচ্ছেদ আৰু সকলো ধৰণৰ সামাজিক অসমতা দূৰ কৰিবৰ বাবে সেই সংঘই কাম কৰিবলৈ প্ৰতিশ্ৰুত হৈছিল। মহাত্মা গান্ধীৰ অনশনৰ নৈতিক বিজয় হ'ল।

মহাত্মা গান্ধীয়ে পুনৰ আত্মশুদ্ধিৰ কাৰণে ১৯৩৩ চনৰ ৮ মে তাৰিখে ২১ দিনীয়া অনশন আৰম্ভ কৰিলে। সিদিনাখনেই মহাত্মা গান্ধীক জেলৰপৰা মুক্তি দিলে। গান্ধীজীয়ে কৃতকাৰ্যতাৰে সেই ব্ৰত উদ্‌যাপন কৰিলে। কংগ্ৰেছৰ নেতাসকলৰ দৃষ্টি পূৰ্ণভাৱে পুণাৰ পৰ্ণকুটিৰত, য'ত গান্ধীজী আছিল তাত পৰিল। গণ-সত্যাগ্ৰহ আন্দোলন স্থগিত ৰখা হ'ল। ব্যক্তিগত সত্যাগ্ৰহৰ নিৰ্দেশ দিয়া হ'ল। আগষ্ট মাহৰ পহিলা তাৰিখে গান্ধীজীয়ে ৩৪ জন কৰ্মী লগত লৈ ব্যক্তিগত সত্যাগ্ৰহ কৰিবৰ বাবে ৰাসলৈ যাত্ৰা কৰিলে। তেওঁলোকক গ্ৰেপ্তাৰ কৰি জেললৈ নিলে; কিন্তু পিচদিনাখনেই গান্ধীজীক পুণা এৰি নেযাবলৈ নিৰ্দেশ দি জেলৰপৰা খালাচ দিলে। গান্ধীজীয়ে চৰকাৰী বাধা লংঘন কৰাত পুনৰ গ্ৰেপ্তাৰ কৰা হ'ল আৰু বিচাৰত এবছৰ জেল হ'ল। সেইবাৰ জেলত গান্ধীজীক অস্পৃশ্যতা সম্পৰ্কত চিঠি-পত্ৰৰ মুকলি আদান-প্ৰদানত চৰকাৰে বাধা-নিষেধ আৰোপ কৰাত গান্ধীজীয়ে পুনৰ অনশন আৰম্ভ কৰিলে। অনশনৰ পঞ্চম দিনত তেখেতৰ অৱস্থাৰ অৱনতি ঘটাত তেখেতক বিনাচৰ্তে মুক্তি দিলে। গান্ধীজী বৰ বিমোৰত পৰিল আৰু ঘোষণা কৰিলে যে জেলৰ সময়ছোৱা বাকী কালডোখৰ তেখেতে ৰাজনৈতিক আন্দোলনৰপৰা বিৰত থাকিব আৰু কেৱল অস্পৃশ্যতা নিবাৰণৰ বাবে কাম কৰিব। গান্ধীজীয়ে অস্পৃশ্যতা নিবাৰণৰ প্ৰচাৰ কাৰ্য উপলক্ষে সমগ্ৰ ভাৰতবৰ্ষ পৰিভ্ৰমণত ওলাল।

১৯৩৪ চনৰ ১৬ জানুৱাৰীত বিহাৰত প্ৰলয়ঙ্কৰী ভূমিকম্প হ'ল। সেই ভূমিকম্পত মানুহৰ দুখ-দুৰ্গতিৰ সীমা নাইকিয়া হৈছিল। গান্ধীজীয়ে অস্পৃশ্যতা দূৰীকৰণৰ কাম স্থগিত ৰাখি বিহাৰৰ আৰ্ত লোকসকলৰ সেৱাৰ বাবে বিহাৰলৈ গ'ল। ইতিমধ্যে পণ্ডিত জৱহৰলাল নেহৰুও জেলৰপৰা মুক্তি পালে। তেখেতেও বিহাৰলৈ আহিছিল।

ৰাজনৈতিক ক্ষেত্ৰত দিল্লীত নিখিল ভাৰত স্বৰাজ দলৰ সভা ডাঃ আনচাৰীৰ সভাপতিত্বত বহিছিল। সেই সভাত আগন্তুক কেন্দ্ৰীয় বিধান সভাৰ নিৰ্বাচনত স্বৰাজ দলে অংশ গ্ৰহণ কৰিব লাগে বুলি মত প্ৰকাশ কৰিলে আৰু এই উদ্দেশ্যে কোনো কাম হাতত লোৱাৰ আগতে ডাঃ আনচাৰী, ভুলাভাই দেশাই আৰু ডাঃ বিধানচন্দ্ৰ ৰায়ে গঠিত এটা সঁজাতি দল গৈ মহাত্মা গান্ধীক পাটনাত সকলো কথা বুজাই ক'বলৈ সিদ্ধান্ত গ্ৰহণ কৰিলে। গান্ধীজীয়ে দিল্লী সিদ্ধান্তৰ

প্ৰতি ওলগ জনালে। যিসকলে আইন অমান্য আন্দোলনত যোগ দিব নোৱাৰে আৰু সংসদী ৰাজনীতিত বিশ্বাস কৰে, সেইসকলে নিৰ্বাচনত অংশ গ্ৰহণ কৰা উচিত আৰু তাত তেখেতৰ সম্পূৰ্ণ সমৰ্থন আছে বুলি জনালে।

সকলোবিলাক কংগ্ৰেছ কমিটিয়ে বেআইনী ঘোষিত হ'লেও অখিল ভাৰত কংগ্ৰেছ কমিটি (All India Congress Committee) বেআইনী ঘোষিত হোৱা নাছিল। অঃ ভাঃ কংগ্ৰেছ কমিটিৰ ১৯৩৪ চনৰ ১৭ আৰু ১৮ মে' তাৰিখে বহা পাটনাৰ অধিবেশনত কমিটিয়ে স্বৰাজ দলৰ সংসদী ৰাজনীতিত প্ৰৱেশৰ সিদ্ধান্তত সন্মতি জ্ঞাপন কৰিলে আৰু ডাঃ আনচাৰীৰ সভাপতিত্বত এটা পাৰ্লিয়ামেণ্টৰী বোৰ্ড গঠন কৰি দিলে। এই বোৰ্ডেই নিৰ্বাচনৰ সকলো দায়িত্ব গ্ৰহণ কৰিবলৈ কৰ্তৃত্ব পালে। কংগ্ৰেছত আইন অমান্য আন্দোলনৰ স্থান নিৰ্বাচনে গ্ৰহণ কৰিলে। কংগ্ৰেছৰ ওপৰত থকা বাধা-নিষেধ দূৰ হ'ল। জুনৰ ১৭ আৰু ১৮ তাৰিখে বোম্বাইত কংগ্ৰেছ ৱাৰ্কিং কমিটি বহিল। ৱাৰ্কিং কমিটিয়ে প্ৰধান মন্ত্ৰীৰ সাম্প্ৰদায়িক ৰায়ৰ সম্পৰ্কত ভাৰতবৰ্ষৰ বিভিন্ন সম্প্ৰদায়ে বিৰুদ্ধ মত পোষণ কৰা কাৰণে যেতিয়ালৈকে তেওঁলোকৰ ভিতৰত এটা বুজা-পৰা নহয়, তেতিয়ালৈকে কংগ্ৰেছে সেই ৰায় গ্ৰহণো নকৰে আৰু বৰ্জনো নকৰে বুলি প্ৰস্তাৱ লৈছিল। এই মতৰ বিৰুদ্ধে দুৰ্ঘোৰ প্ৰতিবাদ কৰিছিল পণ্ডিত মদনমোহন মালব্য আৰু এম. এছ. আনেই। তেখেতসকলে পাৰ্লিয়ামেণ্টৰী বোৰ্ডৰ সদস্য পদ ইস্তফা দি ওলাই গ'ল। বহুত চেষ্টাৰ ফলতো তেখেতসকলক ঘূৰাই আনিব পৰা নগ'ল আৰু ৱাৰ্কিং কমিটিয়ে বাধ্য হৈ তেওঁলোকৰ পদত্যাগ পত্ৰ গ্ৰহণ কৰিলে।

পণ্ডিত মদনমোহন মালব্যৰ নেতৃত্বত কংগ্ৰেছ জাতীয়তাবাদী দল (Congress Nationalist Party) নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিবৰ কাৰণে গঠিত হ'ল। সকলো ৰাজ্যৰপৰাই এনে দলে সমৰ্থন পাইছিল; কিন্তু বঙ্গদেশৰ সমৰ্থন আছিল সৰ্বাধিক। বঙ্গদেশে সমৰ্থন দিছিল সাম্প্ৰদায়িক ৰায়ৰ সংক্ৰান্তত গৃহীত কংগ্ৰেছৰ প্ৰস্তাৱৰ বিৰোধিতাতকৈ পুণা-চুক্তিৰ প্ৰতিবাদত। কাৰণ মেকডোনাল্ড ৰায়ত দলিত বৰ্গৰ লোকসকলক যিমানখন আসন দিয়া হৈছিল তাতকৈ বহুত বেছি সংখ্যক আসন দিয়া হৈছিল পুণা-চুক্তিমতে। এই দলে কংগ্ৰেছ প্ৰাৰ্থীৰ বিৰুদ্ধে প্ৰতিদ্বন্দ্বিতাত অৱতীৰ্ণ হ'বলৈ আয়োজন কৰিলে। অসমে সেই সময়ত কেন্দ্ৰীয় বিধান সভালৈ মাত্ৰ তিনিজন প্ৰতিনিধিহে নিৰ্বাচন কৰিবলৈ সুযোগ পাইছিল। এই প্ৰতিনিধি তিনিজনৰ এজন ব্ৰহ্মপুত্ৰ উপত্যকাৰপৰা, দ্বিতীয়জন সুৰমা উপত্যকাৰ পৰা আৰু তৃতীয়জন গোটেই অসমৰ মুছলমান সম্প্ৰদায়ৰপৰা দিয়া হৈছিল। সুৰমা উপত্যকাৰপৰা শ্ৰীবসন্তকুমাৰ দাস কংগ্ৰেছৰ পক্ষৰপৰা বিনা প্ৰতিদ্বন্দ্বিতাৰে নিৰ্বাচিত হৈছিল। মুছলমানৰপৰা আব্দুল মতিন চৌধুৰীও মুছলিম লীগৰপৰা বিনাপ্ৰতিদ্বন্দ্বিতাই নিৰ্বাচিত হৈছিল। ব্ৰহ্মপুত্ৰ উপত্যকাৰপৰা নিৰ্বাচিত হ'ব লগা

সদস্য পদৰ বাবে পোন প্ৰথমে কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ আৰু দেশনেতা কুলধৰ চলিহা উভয়ে কংগ্ৰেছ প্ৰাৰ্থী হিচাপে মনোনয়ন বিচাৰিছিল। অসম প্ৰদেশ কংগ্ৰেছে তেজপুৰৰ অধিবেশনত সৰ্বসন্মতিক্ৰমে কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈক মনোনয়ন দিছিল। সেই মনোনয়নৰ বিৰুদ্ধে দেশভক্ত তৰুণৰাম ফুকন ডাঙৰীয়াই আপিল কৰাত পাৰ্লামেণ্টৰী বোৰ্ডে অসম প্ৰদেশ কংগ্ৰেছক পুনৰ বিবেচনাৰ কাৰণে অসম কংগ্ৰেছৰ আগৰ সিদ্ধান্ত ঘূৰাই পঠিয়াইছিল। অসম প্ৰদেশ কংগ্ৰেছ কমিটিয়ে তেওঁলোকৰ সিদ্ধান্ত পুনৰ বিবেচনা কৰাৰ পূৰ্বেই দেশভক্ত তৰুণৰাম ফুকনে তেখেতৰ আপিল প্ৰত্যাহাৰ কৰি লয় আৰু কংগ্ৰেছ জাতীয়তাবাদী দলৰ প্ৰাৰ্থীত্ব গ্ৰহণ কৰে। পাৰ্লামেণ্টৰী বোৰ্ডে কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ মনোনয়ন অনুমোদন কৰিলে। দেশভক্ত তৰুণৰাম ফুকনে কংগ্ৰেছ জাতীয়তাবাদী দলৰ প্ৰাৰ্থী হিচাপে নিৰ্বাচন প্ৰতিদ্বন্দ্বিতাত অৱতীৰ্ণ হ'ল। এই নিৰ্বাচনৰ এটা ডাঙৰ বৈশিষ্ট্য হ'ল যে ইয়াৰ পৰিণামস্বৰূপে দেশভক্ত তৰুণৰাম ফুকনৰ ৰাজনৈতিক জীৱনধাৰাৰ সম্পূৰ্ণ পৰিবৰ্তন ঘটিল আৰু তেখেতৰ সেই পদক্ষেপ যে অপৰিণামদৰ্শিতাৰ পৰিণামস্বৰূপ আছিল, সেই কথা তেখেতে পিচত স্বীকাৰ কৰিও জীৱন কালত বেছি কাম কৰাৰ সুযোগ নেপালে। যি হওক, অসমৰ এই দুই সিংহ পুৰুষৰ সেই অন্তৰ্দ্বন্দ্বই অসমৰ বহুতো কংগ্ৰেছ নেতা আৰু বিশিষ্ট কংগ্ৰেছ কৰ্মীক অত্যন্ত বিচলিত কৰি তুলিছিল। সৰ্বভাৰতীয় নেতা হিচাপে দেশভক্ত তৰুণৰাম ফুকনৰ কীৰ্তি কেৱল অসমতে নহয়, গোটেই ভাৰতবৰ্ষতে দেশবন্ধু চিত্তৰঞ্জন দাস আৰু পণ্ডিত মতিলাল নেহৰুৰ সৌহাৰ্দস্বৰূপে স্বৰাজ দল (Swarajist Party) গঠন কৰা অৱধি বিয়পি পৰিছিল। তেখেতৰ ব্যক্তিগত অনুগত লোকৰ সংখ্যাও প্ৰদেশৰ ভিতৰত সকলো ঠাইতে যথেষ্ট পৰিমাণে আছিল। কৰ্মবীৰ বৰদলৈ ডাঙৰীয়াই যদিও কংগ্ৰেছৰ প্ৰাৰ্থী হিচাপে সকলো ক্ষেত্ৰতে অন্যতম অগ্ৰণী পুৰুষ আছিল, কিন্তু সৰ্বভাৰতীয় ক্ষেত্ৰত তেখেতে সদায় দেশভক্ত ফুকনক আগবঢ়াই দি তেখেতৰ অনুবৰ্তী হিচাপেহে কাম কৰি সন্তুষ্টি লাভ কৰিছিল। যেতিয়া প্ৰতিদ্বন্দ্বিতাই অপৰিহাৰ্য ৰূপ গ্ৰহণ কৰিলে তেতিয়া বহুতো নেতা আৰু কংগ্ৰেছ কৰ্মীয়ে উভয় সংকটত পৰি কোনটো কৰা উচিত, কোনটো কৰা অনুচিত সেইবিলাক চিন্তাত বহুতো বিনিদ্ৰ ৰজনী যাপন কৰিবলগীয়া হৈছিল। সেই সময়ত বহুতো নেতা আৰু কংগ্ৰেছ কৰ্মী আছিল, যিসকলে ভাবিছিল যে দেশভক্ত তৰুণৰাম ফুকনকহে অসমৰ মানুহে চিনি পায়, কংগ্ৰেছক চিনি নেপায়। সেইসকলে অৱশ্যে ফুকন ডাঙৰীয়াৰ পিচত থিয় হ'ল। কিন্তু যিসকল আদৰ্শবাদী লোক, যিসকলে বিশ্বাস কৰিছিল যে কংগ্ৰেছৰ জ্যোতিৰদ্বাৰাহে তেওঁলোক আৰু তেওঁলোকৰ নেতা দেশভক্ত তৰুণৰাম ফুকন আৰু কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ জ্যোতিষ্মান; তেওঁলোকে কংগ্ৰেছহে একমাত্ৰ আমাৰ দেশখনৰ সুখ-দুখ নিয়ন্ত্ৰণ কৰিবৰ কাৰণে শক্তিশালী অনুষ্ঠান বুলি "দেশতকৈ মোমাই ডাঙৰ নহয়" এই

আদৰ্শেৰে কংগ্ৰেছৰ পতাকাবাহী হৈয়ে দেশভক্ত ফুকনৰ প্ৰতি থকা ভক্তি, প্ৰেম, আনুগত্য ইত্যাদি সত্বেও নিৰ্বাচনৰ তয়া-ময়া যুঁজত কংগ্ৰেছ মনোনীত প্ৰাৰ্থী কৰ্মবীৰ বৰদলৈৰ শাৰীত থিয় হ'ল। এই সংক্ৰান্তত দুজন বিশিষ্ট নেতাৰ কথা উল্লেখনীয়। বৰপেটাৰ স্বৰ্গীয় ধনীৰাম তালুকদাৰ আৰু শ্ৰীদেবেশ্বৰ শৰ্মা এই দুয়োগৰাকী সেই সময়ৰ অতি ব্যক্তিত্বসম্পন্ন কংগ্ৰেছী নেতা আছিল। এওঁলোকৰ কৰ্মশক্তি আৰু ত্যাগ সকলোৰে বিদিত আছিল। দুয়োগৰাকী নেতা আছিল দেশভক্ত ফুকনদেৱৰ বিশ্বস্ত বন্ধু। অসমৰ দৃষ্টি সেই সময়ত এই দুগৰাকী নেতাই কোন পক্ষ লয়, সেইটোৰ প্ৰতি। সকলোৱে তেখেতসকলৰ সিদ্ধান্তৰ প্ৰতি বৰ আগ্ৰহেৰে লক্ষ্য কৰিছিল। কিন্তু সেই সংঘাটত তালুকদাৰ ডাঙৰীয়াই দলতকৈ বন্ধুত্বক শ্ৰেষ্ঠ আসন দিলে। কিন্তু শৰ্মাদেৱে অলৰ-অচৰ হৈ নিজৰ বিশ্বাসত স্থিৰ হৈ থাকি কংগ্ৰেছৰ নেতৃত্বৰপৰা আঁতৰি নগ'ল। ফুকনদেৱে কোৱা আমাৰ মনত আছে—"অসমত মোৰ প্ৰিয়তম বন্ধু আছিল শ্ৰীদেৱেশ্বৰ শৰ্মা। তেনে বন্ধুৱে যেতিয়া মোক এই নিৰ্বাচনত পৰিত্যাগ কৰিলে, 'তদা নাসংশে বিজয়ায়'।"

নিৰ্বাচনৰ এই সমষ্টিটো গোটেই ব্ৰহ্মপুত্ৰ উপত্যকা বিয়পি থকাত এই নিৰ্বাচন সংগঠন কৰা বৰ সহজ কথা নাছিল। কংগ্ৰেছৰ পক্ষৰপৰা সেই নিৰ্বাচন পৰিচালনা আৰু সংগঠনৰ দায়িত্ব ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা আৰু অমিয়কুমাৰ দাসৰ ওপৰত ন্যস্ত হৈছিল। হেমচন্দ্ৰ বৰুৱাদেৱে অফিচৰ দায়িত্ব গ্ৰহণ কৰাত অমিয়কুমাৰ দাসদেৱৰ ওপৰত গোটেই অসমতে নিৰ্বাচনৰ সংগঠনৰ দায়িত্ব পৰিছিল। দাসদেৱে গোটেই অসম পৰিভ্ৰমণ কৰি সকলো মহকুমাতে সংগঠন গঢ়ি তুলিছিল আৰু প্ৰত্যেক ঠাইতে যোগ্য নেতাসকলৰ ওপৰত নিৰ্বাচনৰ প্ৰচাৰকাৰ্যৰ দায়িত্ব অৰ্পণ কৰিছিল। ত্যাগবীৰ বৰুৱাদেৱে গুৱাহাটীৰ কেন্দ্ৰীয় কাৰ্যালয়ৰ সম্পূৰ্ণ দায়িত্ব লৈ কংগ্ৰেছৰ নিৰ্বাচনী ইস্তাহাৰ বুলেটীন আদি প্ৰকাশ কৰা আৰু সেইবিলাক সকলো কেন্দ্ৰলৈকে পঠিওৱাৰ ব্যৱস্থা কৰিছিল। তেখেতক তেখেতৰ কামত সহায় কৰিছিল শ্ৰীলক্ষ্মীধৰ বৰা, শ্ৰীৰাধিকাৰাম দাস প্ৰমুখ্যে কেইগৰাকীমান ডেকা উকীল আৰু কংগ্ৰেছ কৰ্মীয়ে। সেই সময়ত নিৰ্বাচনত মটৰ গাড়ীৰ বৰ প্ৰচলন নাছিল। বৰদলৈদেৱৰ, শ্ৰীবিষ্ণুৰাম মেধিদেৱৰ আৰু ডাঃ হৰিকৃষ্ণ দাসদেৱৰ একোখনকৈ পুৰণি ফোৰ্ড গাড়ী আছিল। মটৰগাড়ী গাঁৱলীয়া ৰাস্তাত চলোৱাটো বৰ দুৰূহ কথা আছিল। নিৰ্বাচন অক্টোবৰ মাহত হৈছিল। গতিকে মাজে মাজে বৰষুণ হৈ থকাৰ কাৰণে কোনো কোনো চহৰলৈ মটৰ চলাচল সকলো সময়তে কৰিব পৰা নহৈছিল। উত্তৰ লক্ষীমপুৰলৈ মটৰ গাড়ী চলাচল নিষিদ্ধ আছিল।

বৰদলৈদেৱৰ লগত একেলগে তেখেতৰ মটৰতে নিৰ্বাচনৰ প্ৰচাৰকাৰ্যত কিছুদিনৰ কাৰণে মোৰ ঘূৰাৰ সৌভাগ্য হৈছিল। মটৰত যাওঁতে আমি মটৰত ভৰাই লোৰ শিকলি লগত লৈ গৈছিলোঁ। কাৰণ কেঁচা ৰাস্তাত বৰষুণ পৰিলে

ৰাস্তাবিলাক বৰ পিছল হোৱাত মটৰৰ চকা পিছলি মটৰ বাগৰি পৰাৰ সম্ভাৱনা আছিল। তেনে পৰিস্থিতিত যাতে মটৰ বাগৰি পৰিব নোৱাৰে, যাতে চকা নিপিছলে, তাৰ কাৰণে চকাবিলাকত শিকলি মেৰাই ভালকৈ আঁটি আঁটি বান্ধি দিয়া হৈছিল। কিন্তু তেতিয়াও চকা বোকাত পোট গৈ মটৰ চলাচলত ব্যাঘাত জন্মাইছিল। নিৰ্বাচনৰ প্ৰচাৰত মই বিশেষকৈ কেইটামান কথা তেখেতৰ লক্ষ্য কৰিছিলোঁ। কোনো সভা-সমিতিতে নিজক ভোট দিব লাগে বুলি মই কেতিয়াও তেখেতৰ মুখৰপৰা ওলোৱা শুনা নাছিলোঁ। আনকি ব্যক্তিগতভাৱে কথা পাতোঁতেও কোনো মানুহৰ আগতে তেখেতক ভোট দিব লাগিব বুলি নকৈ সদায় কংগ্ৰেছৰ প্ৰাৰ্থীকহে ভোট দিবলৈ কৈছিল। তেখেতে সেই সময়ত লোকেল বোৰ্ডৰ চেয়াৰমেন আছিল। বহুতো ঠাইত ৰাতি থাকিবলৈ ডাক-বঙলা আদি নাছিল। লোকেল বোৰ্ডৰ চেয়াৰমেন হিচাপে তেখেতে গাঁৱত বাহৰ পাতি থাকিলে সাধাৰণতে স্কুল ঘৰতে বাহৰ পাতি আছিল। সেই সময়ত প্ৰাইমেৰী স্কুলবিলাক লোকেল-বোৰ্ডৰ কৰ্তৃত্বাধীনত আছিল। কিন্তু নিৰ্বাচন ভ্ৰমণত তেখেতে কেতিয়াও প্ৰাইমেৰী স্কুল ঘৰত বাহৰ পতা নাছিল। দূৰ হলেও ডাক-বঙলালৈ ঘূৰি আহিবলৈ চেষ্টা কৰিছিল। নিতান্ত নোৱাৰিলে আমাৰ কংগ্ৰেছ কৰ্মীৰ ঘৰতে কোনোমতে অতিকষ্টে ৰাতিটো কটাইছিল। তেখেত য'লৈকে গৈছিল, তাতেই গাঁৱৰ শিক্ষক সকলে তেখেতক আগুৰি ধৰিছিল। আৰু কোনো কোনো ঠাইত শিক্ষকসকলে ভোট কাক দিব লাগিব, সেইটো প্ৰশ্নও কৰিছিল। কিন্তু আচৰিত কথা, তেখেতে সেইবিলাকৰ উত্তৰত কৈছিল যে বাকী ভোটদাতাসকলক তেখেতে কংগ্ৰেছক ভোট দিবলৈ কয়, কিন্তু শিক্ষক নাইবা লোকেল বোৰ্ডৰ কোনো কৰ্মচাৰীকে তেখেতে কাক ভোট দিব সেইটো কেতিয়াও নকয়। কাৰণ তেখেত যেতিয়া লোকেল বোৰ্ডৰ চেয়াৰমেন গতিকে কোনো এগৰাকী প্ৰাৰ্থীক তেখেতে তেওঁলোকক যদি ভোট দিব লাগে বুলি কয়, তেনেহলে সেইটো লোকেল বোৰ্ডৰ চেয়াৰমেনৰ লোকেল বোৰ্ডৰ কৰ্মচাৰীসকলৰ প্ৰতি হুকুমৰ তুল্য হ'ব। গতিকে তেখেতে সেইসকলক অতি স্বাধীনভাৱে নিজৰ বিবেক-বুদ্ধিৰে ভোট দিবলৈ তেখেতৰ ফালৰপৰা সম্পূৰ্ণ স্বাধীনতা দিয়া হৈছে বুলি কৈছিল। অন্যথা সেইটো নীতি বিগৰ্হিত হ'ব বুলিও কৈছিল। মই তেখেতৰ এনে নিৰ্বাচনী প্ৰচাৰ পছন্দ কৰা নাছিলো। মই এদিন কৈছিলো যে আমাৰ গাৱঁলীয়া কথাত আছে "জালত পৰিলে বাঘ কোনে কৰে নীতিৰ বিচাৰ।" আমি নিৰ্বাচনত জিকিব লাগে। সেইটোৱে আমাৰ নীতি, গতিকে যেনে তেনে মতে সকলো প্ৰভাৱ প্ৰতিপত্তি খটাই নিৰ্বাচনত জয়যুক্ত হ'ব লাগে। নীতিৰ বিচাৰ পিচত কৰা হ'ব। মোৰ কথা শুনি তেখেতে মাত্ৰ ক'লে যে ক্ষমতাৰ অপব্যৱহাৰে মানুহক ক্ষমতাৰপৰা বঞ্চিতহে কৰে। ক্ষমতা ৰক্ষা নকৰে। কথাটোৰ তাৎপৰ্য মই সেই সময়ত হয়তো ভালদৰে উপলব্ধি কৰিব পৰা নাছিলো; কিন্তু পিচৰ জীৱনত এইটো আখৰে আখৰে উপলব্ধি কৰিব পাৰিছিলো। তেখেতে কেতিয়াও নিৰ্বাচনৰ প্ৰচাৰত দেশভক্ত ফুকনদেৱৰ সম্পৰ্কত কোনো প্ৰকাৰৰ বিৰূপ মন্তব্য

কৰা মই শুনা নাছিলো। ফুকনদেৱৰ প্ৰতি তেখেতৰ গভীৰ শ্ৰদ্ধা আৰু অগাধ ভক্তি আছিল আৰু তেখেতে ফুকনদেৱক তেখেততকৈ যোগ্যবান বুলি স্বীকাৰ কৰিছিল। সদায় তেখেতে কৈছিল যে তেওঁলোকৰ প্ৰতিযোগিতা নীতিগতহে ব্যক্তিগত নহয়।

নিৰ্বাচনত বৰদলৈদেৱৰ যথেষ্ট সংখ্যা গৰিষ্ঠ ভোটত জয়লাভ হ'ল। গোটেই সমষ্টিটোৰপৰা যেতিয়া কৰ্মী কিছুমানে আহি তেখেতৰ ঘৰত তেখেতক অভিনন্দন জনাইছিল তেতিয়া সেইবিলাকৰ প্ৰত্যেককে ব্যক্তিগতভাৱে ধন্যবাদ জনাইছিল আৰু কৈছিল যে যদি কেন্দ্ৰীয় বিধান সভাত কাম কৰিবৰ কাৰণে ভগবানে তেখেতক পাবলগীয়া দিনকেইটা দিয়ে তেনেহলে পিচপৰি থকা অসমৰ মানুহখিনিয়ে যাতে ন্যায্য অধিকাৰ ভাৰতীয় সমাজত পাব পাৰে, তাৰ বাবে তেখেতে অহোপুৰুষাৰ্থ কৰিব। ১৯৩৫ চনৰ ২১ জানুৱাৰী তাৰিখে বিধান সভা বহিল। সেই অধিবেশনত কৰ্মবীৰ বৰদলৈদেৱে গোটেই ভাৰতীয় লোকৰ দৃষ্টি আকৰ্ষণ কৰিব পাৰিছিল। সেই অধিবেশনত প্ৰথম প্ৰস্তাৱটো আছিল এটা সভা স্থগিতৰ। সেই প্ৰস্তাৱটো দাঙি ধৰিছিল কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈদেৱে। প্ৰস্তাৱটোৰ সাৰাংশ আছিল স্বৰ্গীয় শৰতচন্দ্ৰ বসুৰ সংক্ৰান্তত। বসু ডাঙৰীয়া তেতিয়া জেলত বন্দী। বন্দী অৱস্থাতেই তেখেতে বিধান সভালৈ নিৰ্বাচিত হৈছিল। নিৰ্বাচিত হোৱাৰ পিচতো তেখেতক সেই সময়ৰ ভাৰত চৰকাৰে জেলৰপৰা মুক্তি নিদিয়াৰ কাৰণে তেখেতে সদনত উপস্থিত হ'ব পৰা নাছিল। বৰদলৈদেৱে তেখেতৰ ভাষণত চৰকাৰে কেনেকৈ জনমত খৰ্ব কৰি আইনসঙ্গতভাৱে নিৰ্বাচিত জনপ্ৰতিনিধিক সদনত উপস্থিত থকাৰপৰা বঞ্চিত কৰি, কেৱল নিৰ্বাচিত প্ৰতিনিধিক অধিকাৰৰপৰাই চ্যুত কৰা নহয়, গণতন্ত্ৰকো পদদলিত কৰিছে সেইটো লৈ চৰকাৰক তীব্ৰ ভাষাৰে গৰিহণা দিছিল। ইয়াৰ পিচৰপৰাই বৰদলৈদেৱৰ সন্মান দলৰ ভিতৰতে কেৱল নহয়, গোটেই বিধান সভাতেই বাঢ়ি গৈছিল। বৰদলৈদেৱে প্ৰকৃততে তেখেতৰ কাৰ্য-কলাপৰ মাজেৰে অসমৰ নাম ভাৰতবৰ্ষতে উজ্জ্বল কৰি তুলিছিল।

তাৰ পিচত এদিন বন্ধুবৰ স্বৰ্গীয় গোলোকচন্দ্ৰ পাঠকৰ লগত মই তেখেতৰ ঘৰলৈ তেখেতক এনেয়ে লগ পাম বুলি গৈছিলো। তেখেতে কাগজ-পত্ৰ গোটোৱাত বৰ ব্যস্ত আছিল। আমাক দেখা পায়ে বহিবলৈ দিলে। বৰদলৈৰ ঘৰলৈ গ'লে কোনেও শুদা মুখে ঘূৰি আহিবলৈ নোৱাৰিছিল। আমাক চাহ-মিঠাই খুৱালে আৰু ক'লে যে বিধান সভাৰ অধিবেশনলৈ সাত দিনমান পিচতেই যাব, তাৰ বাবে কাগজ-পত্ৰ সামৰিছে। কথা প্ৰসঙ্গত মোক সুধিলে "তুমিতো এতিয়া ল' পাছ কৰিছা। ওকালতি আৰম্ভ কৰিবানেকি?" লগতে ক'লে, "গুৱাহাটীতে ওকালতি কৰা, মই তোমাক সহায় কৰি দিম।" মই উত্তৰত ক'লো, "একো ঠিক কৰা নাই।" তেতিয়া পুনৰায় মোক তেখেতৰ প্ৰাইভেট চেক্ৰেটৰী হৈ ছিমলালৈ যাব পাৰোনেকি সুধিলে আৰু ক'লে তেখেতে মোক এগৰাকী বিশিষ্ট পলিটিচিয়ান কৰি গঢ়ি তুলিব।

তেখেতৰ প্ৰস্তাৱটো বৰ লোভনীয়, কিন্তু প্ৰস্তাৱটো তেখেতে ভাবাবেগত দিছে নে প্ৰকৃত অৰ্থত দিছে, সেইটো বুজিবৰ কাৰণে ভাবি চাম বুলি ক'লো। পাঠকে কিন্তু মোৰ হৈয়ে উত্তৰ দিলে নিশ্চয় যাব। আপুনি কি কৰিব লাগে তেওঁক বুজাই দিলে তেওঁ ঘৰৰপৰা গৈ কেতিয়া আহিব লাগে, সেইমতে আহিব। তেখেতে মোক পিচদিনা ৰাতিপুৱা আঠ বজাত মাতিলে। আমি বিদায় লৈ আহিলো। পিচদিনা ৰাতিপুৱা মই অকলে গ'লো। তেখেতে সুধিলে "তুমিতো অলপ অলপ টাইপ কৰিব জানা?" মই ক'লো "চাই চাই টাইপ কৰিব পাৰো।" "সেইটো হ'লেই হ'ব।" এইবুলি তেখেতে মোক অলপ টকা দিব খুজিছিল। মই টকা নললো কাৰণ মোৰ সেই সময়ত টকাৰ প্ৰয়োজন নাছিল। মোৰ কাৰণে ৰিজাৰ্ভেচন আৰু টিকট তেখেতে কৰি ৰাখিব আৰু তেখেতৰ লগত তেখেতৰ অতি বিশ্বাসী গুৰুং নামৰ নেপালী ভৃত্যজন যাব বুলি ক'লে। তাৰিখ, সময় মোক ঠিক কৰি দিলে। সেইমতে আমি গুৱাহাটীৰপৰা সময়মতে তেখেতৰ লগত ছিমলালৈ যাত্ৰা কৰিলো। আমি দুয়ো একেটা কম্পাৰ্টমেন্টতে দ্বিতীয় শ্ৰেণীৰ যাত্ৰী আৰু গুৰুং আমাৰ কম্পাৰ্টমেন্টৰ লগালগি চাৰ্ভেন্ট কম্পাৰ্টমেন্টটোত। ৰেলগাড়ী ষ্টেচনত থামিলে গুৰুঙে আহি খবৰ কৰে। বৰদলৈদেৱৰ মধুমেহ (diabetes) বেমাৰ আছিল। পেচাব আৰু তেজত তেখেতৰ উচ্চ হাৰত চেনি পোৱা গৈছিল। কিন্তু কোনো কোনো ডাঙৰ ষ্টেচনত যেতিয়া গাড়ী থামে তেতিয়া তেখেতে বহুতো ৰকমৰ মিঠাই অনাইছিল আৰু নিজেতো খাইছিলেই আমাকো নেখাওঁ বুলিলেও জোৰ কৰি খুৱাইছিল। তেখেতে মিঠাই খাইছিল আৰু কৈছিল যে ভুলুৱে অৰ্থাৎ ডাঃ উমেশ চন্দ্ৰ বৰদলৈ তেখেতৰ জ্যেষ্ঠ পুত্ৰ আৰু অকণে অৰ্থাৎ ডাঃ ভুবনেশ্বৰ বৰুৱাই তেখেতক হেনো মিঠাই খাবলৈ মানা কৰিছিল। "দিয়া মই খাওঁ কিনো হয় চাওঁ"— এনেকৈয়ে প্ৰায় জিদ কৰি মিঠাই খাইছিল। কলিকতালৈ যাওঁতে-আহোঁতে তেখেত ইন্দু ভূষণবিদ বুলি এগৰাকী জমিদাৰৰ ঘৰত আলহী আছিল। শ্ৰীবিদ পৰিয়ালৰে সেই সময়ত গুৱাহাটীৰ ওচৰৰ মান্দাকাটা চাহৰ বাগিছাখন আছিল। সেইখন বাগান সময়ে সময়ে চোৱা-চিতা কৰাৰ কাৰণে বৰদলৈদেৱক মাহে এহেজাৰ টকা অনাৰেৰিয়াম দিছিল। বিধান সভাৰ সদস্য নিৰ্বাচিত হোৱাৰ পিচত তেখেতে সেই অনাৰেৰিয়াম লোৱাতো বাদ দিছিল। বৰদলৈ ডাঙৰীয়া বৰ ধোঁৱাখুলীয়া প্ৰকৃতিৰ আছিল। তেখেতৰ হাতত জমা টকা একেবাৰে নাছিল। যি পায় তাকেই খৰচ কৰি উৰাই দিছিল। তেখেতৰ Illustrated weeklyৰ cross word puzzle কৰাৰ এটা চখ (hobby) আছিল। ছিমলাত থাকোতে তেখেতে cross word puzzleৰ প্ৰতিযোগিতাত এহেজাৰ টকা লাভ কৰিছিল। তেখেতে সেই চেকখন পোৱাৰ দিনাখনেই সেই সময়ৰ গড়মুৰ সত্ৰৰ অধিকাৰ প্ৰভু স্বৰ্গীয় শ্ৰীশ্ৰীপীতাম্বৰ দেৱ গোস্বামীৰপৰাও চিঠি এখন পাইছিল। শ্ৰীশ্ৰীগোস্বামী প্ৰভুৰ চিকাৰত বৰ চখ আছিল। তেখেতে সেই বছৰতে হাতীৰ খেদা চিকাৰৰ মহল লৈছিল। মহলৰ মিয়াদৰ মাজত তেখেতৰ দুৰ্যোৰ আৰ্থিক অনাটন ঘটাত আৰু

মাজ বাটতে খেদা operation বন্ধ কৰি দিয়া অৱস্থা হোৱাত বৰ দুখেৰে আৰ্থিক সাহায্য বিচাৰি কৰ্মবীৰ বৰদলৈ দেৱলৈ চিঠি লিখিছিল। ঠিক সেই সময়তে বৰদলৈদেৱৰ দ্বিতীয় পুতেক অপূৰ্ব বৰদলৈক দ্বিতীয় বাৰলৈ বিলাতলৈ পঠিয়াবৰ যো-জা হৈছিল। যোৱাৰ সকলো বন্দবস্ত, জাহাজৰ টিকট আদি সকলো ঠিকঠাক হৈছিল। তেওঁৰ কাৰণে যি টকা লাগে সেই টকা তেখেতৰ হাতত তেতিয়াও গোট খোৱা নাছিল। এনেকুৱা অৱস্থাত শ্ৰীশ্ৰীগোস্বামী প্ৰভুৰ চিঠিখন পাই তেখেত বৰ বিমোৰত পৰিল। ফুৰিবলৈ যাওঁতেও মোৰ লগত সেই কথাকে পাতিছিল আৰু কি কৰা উচিত সুধিছিল। মই ক'লো এফালে চিকাৰ কৰাৰ কাৰণে সহায় আৰু আনফালে আপোনাৰ ল'ৰাৰ শিক্ষা। এই দুটাৰ ভিতৰত বিচাৰ কৰিব লাগে। তেখেতে বাটত মনে মনে থাকিল। ঘৰলৈ ঘূৰি আহি মোক ক'লে, গোসাঁই-ঈশ্বৰৰ অনুৰোধ তেখেতৰ মোৰ প্ৰতি নিৰ্দেশ। সেইটো উলংঘন কৰাতো পাপ হ'ব। গতিকে টকা এহেজাৰ কাইলৈ ৰাতিপুৱাই পঠিয়াব লাগিব। ল'ৰাৰ খৰচৰ কাৰণে টকা ধাৰ কৰিব লাগিব। পিচ দিনা ৰাতিপুৱা সেয়ে হ'ল। এয়ে আছিল কৰ্মবীৰ নবীনচন্দ্ৰৰ চৰিত্ৰৰ বৈচিত্ৰ্য। আজিৰ মানুহত এনে চৰিত্ৰ বিচাৰি উলিয়াব পৰা হ'বনে ?

তেখেতে সদায় বিধান সভালৈ যাওঁতে খাই-বৈ ওলাই যায়। লগত মই সদায়ে আছিলো। এদিনাখন এটা সৰু ঘটনা ঘটিছিল। তেখেতে বিধান সভা ভৱনৰ কৰিড'ৰটোৰ মাজে মাজে গৈ আছে। দুগৰাকী আন সদস্যৰ লগত কংগ্ৰেছ দলৰ উপদলপতি স্বৰ্গীয় গোবিন্দ বল্লভ পন্ত কথা পাতি বিপৰীত ফালৰপৰা আহি আছিল। বৰদলৈৰ লগত তেখেতসকলৰ মুখামুখি হোৱাত বৰদলৈয়ে পন্তজীক নমস্কাৰ জনালে ; কিন্তু সেই সময়ত পন্তজীয়ে বৰদলৈদেৱক প্ৰতিনমস্কাৰ জনালে নে নাই সেইটো মই লক্ষ্য কৰিবলৈ নহ'ল। গধূলি পাৰ্টি মিটিং বহিল। সেইদিনাখন দলপতি ভুলাভাই দেশাই সভাত অনুপস্থিত থকাত সভাৰ সভাপতিত্ব কৰিছিল উপদলপতিয়ে। আৰম্ভণিতে পন্তজীয়ে কিবা ক'বলৈ থিয় দিওঁতেই বৰদলৈ ডাঙৰীয়াই গুজৰি উঠি ক'বলৈ ধৰিলে যে পন্তজীক তেখেতে উপদলপতি হিচাপে স্বীকৃতি নিদিয়ে ; সকলো সদস্যই তধা লাগি কথাটো কি বুজিবলৈ চেষ্টা কৰিলে। তেতিয়া বৰদলৈদেৱে ক'লে যে পন্তজীয়ে সদস্যসকলৰ প্ৰতি অশিষ্ট ব্যৱহাৰ কৰে আৰু কথাপ্ৰসঙ্গত তেখেতে সেইদিনাখনৰ ৰাতিপুৱাৰ সেই ঘটনাৰ কথা ব্যক্ত কৰি ক'লে যে এখন প্ৰদেশৰ ক'বলৈ গ'লে একমাত্ৰ সদস্য এগৰাকী নেতাকে যদি তেনে ব্যৱহাৰ প্ৰদৰ্শন কৰে ; তেনেহলে অন্যবিলাক সদস্যৰ প্ৰতি কেনে ব্যৱহাৰ কৰিব পাৰে, সেইটো সহজে অনুমান কৰিব পাৰি। পন্তজী একেবাৰে হতভম্ব হৈ গ'ল আৰু তেখেতে হাত যোৰ কৰি বৰদলৈ ডাঙৰীয়াৰ ওচৰত ক্ষমা প্ৰাৰ্থনা বিচাৰিলে আৰু ক'লে যে যদি তেনে হৈছিল সেইটো তেখেতৰ কেতিয়াও স্বেচ্ছাকৃত নাছিল। বৰদলৈ ডাঙৰীয়াই তেখেতৰ বদান্যতাক ধন্যবাদ দি তেখেতৰ

অভিযোগ তুলি ল'লে। সদনৰ ভিতৰত আৰু বাহিৰত আৰু পাৰ্টি মিটিঙত সকলোতে সদায় সদস্যসকলে বৰদলৈদেৱৰ অস্তিত্ব মানি ল'বলৈ বাধ্য হৈছিল। সেই সময়ৰ বহুতো যুবক সদস্য আজিও বহুত জীয়াই আছে, সেইসকলে কিবা এটা অন্যায়ৰ প্ৰতিবাদ কৰিবলৈ হ'লে বৰদলৈদেৱৰ ওচৰ চাপিছিল আৰু বৰদলৈদেৱে তাৰ যথাযথ প্ৰতিকাৰৰ বাবে ব্যৱস্থা গ্ৰহণ কৰিছিল। এনেকৈয়ে তেখেতে যুবক সভ্য-সকলৰ নেতা হিচাপে স্বীকৃতি লাভ কৰিছিল। মাজেসময়ে তেখেতে ছিমলাত অনুষ্ঠিত ৰাজহুৱা সভাতো ভাষণ দিবলৈ নিমন্ত্ৰণ পাইছিল। আছফ আলী চাহেব, ডাঃ প্ৰমথ নাথ বানাৰ্জী, লক্ষ্মীকান্ত মৈত্ৰ, এন, ভি, গেদগিল, চৰ্দাৰ যোগেন্দ্ৰ সিং প্ৰমুখ্যে বিশিষ্ট বিধান সভাৰ সদস্যসকল তেখেতৰ ঘনিষ্ঠ বন্ধু আছিল। বক্তৃতা বিলাক তেখেতে পঢ়ি শুনি ঘৰত প্ৰস্তুত কৰিছিল। প্ৰথমতে ঘৰৰ ভিতৰতে পায়চাৰী কৰি বক্তৃতাটো আৰম্ভ কৰিছিল তাৰ পিচত মোক শ্ৰুতলিপি দি-সেইটো লিখাই টাইপ কৰাই লৈছিল। তাৰ পিচত ৪।৫ বাৰ বক্তৃতাটো ডাঙৰ ডাঙৰ কৈ পঢ়িছিল। পিচত লিখিত বক্তৃতাৰপৰা পইন্টবিলাক লৈ বক্তৃতা মঞ্চত বক্তৃতা দিছিল।

তেখেত বৰ সৰল প্ৰকৃতিৰ লোক আছিল। নৈতিক চৰিত্ৰ তেখেতৰ অতি নিৰ্মল আছিল। নৈতিক চৰিত্ৰহীন লোকক তেখেতে মনেপ্ৰাণে ঘিণ কৰিছিল। তেখেত বৰ সন্তান বৎসল আছিল। সকলো কামতে তেখেতৰ শ্ৰেষ্ঠত্ব আছিল, এই অহংকাৰ তেখেতৰ আছিল। দুখীয়াৰ দুখত তেখেতৰ অন্তৰে কান্দিছিল। তেখেতৰ ল'ৰা-ছোৱালীবিলাকো বৰ বুদ্ধিমান বুলি তেখেতে গৌৰৱ কৰিছিল। তেখেতৰ ডাঙৰ ল'ৰা ডাঃ উমেশচন্দ্ৰ বৰদলৈয়ে ১৯২১ চনত কলেজৰপৰা ওলাই নাহিলে, তেখেতে আই.চি.এচৰ প্ৰতিযোগিতাত কৃতকাৰ্যতা লাভ কৰিব পাৰিলে-হেঁতেন, সেইটো তেখেতে অন্তৰৰপৰা বিশ্বাস কৰিছিল আৰু সেই কথা মাজে সময়ে তেখেতৰ মৃত্যুৰ সময়লৈকে ব্যক্ত কৰিছিল। তেখেতে সামাজিক ক্ষেত্ৰতো বৰ উদাৰ আছিল। তেখেতৰ দ্বিতীয় ল'ৰা অপূৰ্ব বৰদলৈ বিলাতলৈ যোৱাৰ সময়ত তেওঁ যদি বিলাতৰপৰা উপযুক্তা ছোৱালী বিয়া কৰাই আনে তেন্তে তাত তেখেতৰ আপত্তি নাই বুলি কৈছিল। পিচত অৱশ্যে অপূৰ্ব বৰদলৈয়ে বিলাততেই বিয়া কৰাইছিল। তেখেতৰ জীৰ নাতি দুজনক ঘৰত ৰাখি লেখা-পঢ়া শিকাইছিল। বহুত দুখীয়া ছাত্ৰ-ছাত্ৰীকো আৰ্থিক সাহায্য দি পঢ়া-শুনাত সহায় কৰা খ্যাতি তেখেতৰ আছিল।

ছিমলাত থাকোতে তেখেতে মোক দুটা ঘৰুৱা কথা কৈছিল। এটা হ'ল যে তেখেতৰ ডাঙৰ ল'ৰাটোৰ যি সময়ত জন্ম হৈছিল, সেই সময়ত তেখেতৰ আৰ্থিক অৱস্থা বৰ স্বচ্ছল নাছিল। সেই কাৰণে বোধহয় বৰদলৈদেৱে লোক-হিতকৰ কামত খৰচ কৰিলে তেখেতৰ পত্নীয়ে বৰ ভাল নেপাইছিল। দ্বিতীয়তে তেখেতৰ ঘৰৰপৰা যি চিঠি-পত্ৰ গৈছিল, সেইবিলাক মই তেখেতক পঢ়ি শুনাব লাগিছিল। সেইবিলাক চিঠিৰ ভিতৰত তেখেতৰ সহধৰ্মিণীৰ চিঠিও আছিল।

শেষত মোক কৈছিল যে মই কিন্তু ঘৰলৈ গৈ কাৰো আগত তেখেতৰ সহধৰ্মিণীৰ চিঠিবিলাক যে পঢ়ো এইটো ক'ব নেলাগিব। আজি তেখেতসকলৰ দুয়োগৰাকীয়ে স্বৰ্গবাসী হৈছে গতিকে আজি আৰু সেই বাধাৰ কোনো মূল্য নাই।

ছিমলা অধিবেশন শেষ হ'বৰ আগদিনাখন পাৰ্টি মিটিং বহিছিল। তাৰ পিচতেই দিল্লীত বাজেট অধিবেশন বহিব। দলৰপৰা সেই অধিবেশনত কি কৌশল (strategy) অৱলম্বন কৰা হ'ব আৰু কোন সদস্যই বাজেটৰ কোনটো ক্ষেত্ৰত বিশেষ অংশ গ্ৰহণ কৰিব এইবিলাক কথা আলোচনা হৈছিল। বৰদলৈ ডাঙৰীয়াই ৰেল বাজেটত বিশেষকৈ অংশ গ্ৰহণ কৰাৰ সিদ্ধান্ত কৰিছিল। সেইমতে তেখেতে reference কিতাপ আদিও গোটাই লৈছিল। সেই সময়ত কোনেও কল্পনা কৰিব পৰা নাছিল যে বৰদলৈদেৱে যোগ দিয়া সেইটোৱে শেষ অধিবেশন। কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈদেৱৰ বিধান সভাৰ কৃতিত্বপূৰ্ণ কাৰ্যাৱলীয়ে তেখেতৰ প্ৰতিষ্ঠা বহুত পৰিমাণে বৃদ্ধি কৰিছিল। আগেয়ে অসমত দেশভক্ত তৰুণৰাম ফুকন আৰু কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ দুয়োগৰাকীয়ে সমানে ৰাজহুৱা ক্ষেত্ৰত নেতৃত্ব কৰিছিল। বিধান সভাৰ নিৰ্বাচনৰ পিচত দেশভক্ত ফুকন ডাঙৰীয়া নিষ্ক্ৰিয় হৈ গ'ল আৰু গোটেই ৰাজহুৱা ক্ষেত্ৰৰ নেতৃত্ব বৰদলৈদেৱৰ কাৰণে উন্মুক্ত হ'ল। তেখেতৰ কৰ্মক্ষেত্ৰৰ প্ৰসাৰ হ'ল। সকলো ফালৰপৰা তেখেতৰ ওচৰলৈ নেতৃত্বৰ দাবী আহিব ধৰিলে। অদম্য শক্তি আৰু প্ৰৱল উৎসাহেৰে বৰদলৈদেৱৰ বিভিন্ন ক্ষেত্ৰত তেখেতৰ প্ৰতিভাৰ বিকাশ হ'বৰ উপক্ৰম হ'ল। কিন্তু নিয়তিৰ নিষ্ঠুৰ বিধান। তাৰ গতি ৰোধ কৰাৰ কাৰো সাধ্য নাই। এদিনাখন তেখেতে ভাস্কৰ ইন্সিওৰেন্স কোম্পানীৰ অংশ বিক্ৰী কৰিবলৈ গৈ ক'ৰবাৰপৰা ঘূৰি আহিছিল। লগত আছিল গুৱাহাটীৰ আন এগৰাকী প্ৰিয় নেতা যোগেন্দ্ৰ নাথ বৰুৱাদেৱ। গাড়ীখনে বেলতলাৰ ওচৰৰ এজোপা গছত খুন্দা খালে। কাৰো তেনে জখম নহ'ল। বৰদলৈ ডাঙৰীয়াৰ মাত্ৰ বাওঁহাতৰ আঠুৰ ওপৰত অলপ ছাল গ'ল। ঘৰলৈ আহিল। দৰব-পাতি লগালে। তেতিয়া বাজেট অধিবেশনৰ দিন চমু চাপি আহিছে। বাতৰি কাকতত এটা বাতৰি প্ৰকাশ হৈছিল যে সেই অধিবেশনত সুৰমা উপত্যকাৰ সদস্য বসন্ত কুমাৰ দাসে অসম প্ৰদেশৰ নাম পৰিবৰ্তন কৰি পূৰ্ব প্ৰদেশ (Eastern province) কৰিবৰ কাৰণে প্ৰস্তাৱ উত্থাপন কৰিবলৈ জাননী দিছিল। বাতৰিটো পঢ়ি বৰদলৈদেৱে তাৰ বিৰুদ্ধাচৰণ কৰিবৰ কাৰণে ককালত টঙালি বান্ধি ওলাইছিল। মই তেতিয়া বৰপেটাত ওকালতি কৰাৰ উদ্দেশ্যে article clerk হৈ আছিলো। তেখেতৰপৰা এখন চিঠি পালো যে সোনকালে দিল্লীলৈ যাবলৈ সাজু হৈ গুৱাহাটীত গৈ তেখেতক লগ ধৰিব লাগে। মই কেইদিনমানৰ পিচতে গুৱাহাটীলৈ গ'লো। গুৱাহাটীলৈ গৈ দেখো যে বৰদলৈদেৱৰ সেই সাধাৰণ আঠুত ছাল যোৱা ঘা ডোখৰকে আশ্ৰয় কৰি এটা সঙ্কটাপন্ন অৱস্থাৰ সৃষ্টি হৈছে। আগেয়ে উল্লেখ কৰি অহা হৈছে বৰদলৈদেৱৰ তেজ আৰু পেচাবত অতিৰিক্ত মাত্ৰাই চেনি আছিল। তাৰ কাৰণেই ঘা ডোখৰৰ তেনে অৱস্থা হৈছিল। যিমান-

বিলাক ডাক্তৰ আছিল ডাঃ ভুবনেশ্বৰ বৰুৱা প্ৰমুখ্যে আটায়ে চিকিৎসা কৰিছিল। কিন্তু ঘা ডোখৰ ক্ৰমে বাঢ়িহে যাব ধৰিলে। ডাক্তৰৰ সকলো চেষ্টা বিফল হ'ল। শৰীৰৰ গোটেই তেজ বিষাক্ত হৈ উঠিছিল। ডাক্তৰসকলৰ চিকিৎসা কোনো কামত নাহিল। ঘা ডোখৰ বাঢ়ি গৈ থাকিল। প্ৰতি দিনে চৰিয়াই চৰিয়াই পানী ওলাব ধৰিলে। সকলোৱে বুজিলে যে তেখেতৰ আয়ু শেষ হৈ আহিছে। দেখা-শুনা কৰা মানুহৰ সংখ্যা নিয়ন্ত্ৰণ কৰিলে। যেতিয়ালৈকে কথা কোৱা শক্তি সম্পূৰ্ণ ৰহিত হৈ যোৱা নাছিল, তেতিয়ালৈ তেনে অৱস্থাটো তেখেতে দিল্লীলৈ গৈ বসন্ত বাবুৰ প্ৰস্তাৱৰ বিৰোধিতা কৰাৰ কথাহে সদায় কৈ আছিল। তাৰ অলপ দিন পিচতে সকলো শেষ হ'ল। তেখেতৰ জীৱন অসম্পূৰ্ণ ৰাখিয়ে চিৰ শান্তি ধামলৈ গতি কৰিলে। ১৯৩৬ চনৰ ১৫ ফেব্ৰুৱাৰী তাৰিখে তেখেতৰ ৫৯ বছৰ তিনিমাহ ১২ দিন যোৱাত পৰলোক প্ৰাপ্তি হ'ল। বন্ধু-বান্ধৱ আৰু দেশবাসীক কন্দুৱাই তেখেতে অনন্তধামলৈ গতি কৰিলে। লোকান্তৰৰ বাতৰি প্ৰচাৰ হোৱাৰ লগে লগে অগণন জনতাৰ সমাগম হৈছিল। বিৰাট শোভা যাত্ৰাৰে মৃতদেহ অশ্বক্লান্তৰ তেখেত-সকলৰ পৰিয়ালৰ শ্মশান ঘাটত অন্ত্যেষ্টি ক্ৰিয়া সম্পন্ন কৰা হ'ল। বিৰাট জনতাই হা-হুমুনিয়াহ পেলাই ঘৰমুৱা হ'ল। মোৰ দুৰ্ভাগ্য, মৃত্যুৰ সময়ত মই বৰপেটাত আছিলো। পিচদিনাখন গুৱাহাটীলৈ তেখেতৰ খবৰ ল'বলৈ যাত্ৰা কৰাৰ বাটত টিহত খবৰ পালো যে তেখেত আৰু এই নশ্বৰ ধামত নাই। চকুলো টুকি ঘৰলৈ উভতিলো। অসমৰ এগৰাকী মহান নেতা আমাৰ মাজৰপৰা অন্তৰ্ধান হৈ গ'ল। তেখেতৰ জন্ম শত-বাৰ্ষিকী উপলক্ষে আমি সকলোৱে তেখেতৰ মহান গুণৰাজী আৰু নিৰ্ভীক কৰ্মময় জীৱনৰ কথা কৃতজ্ঞতাৰে স্মৰণ কৰিছো।

# কৰ্মবীৰ বৰদলৈৰ সোঁৱৰণত

## অমিয় কুমাৰ দাস

এশ বছৰ আগতে এনে এটা সময়ত কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ জন্ম হৈছিল। অসমে এই উপলক্ষে কৰ্মবীৰ বৰদলৈৰ জন্ম-শতবাৰ্ষিকী পালন কৰিবলৈ স্থিৰ কৰিছে। কৰ্মবীৰ বৰদলৈৰ কথা মনলৈ আহিলে শিশুসুলভ সৰলতাৰ প্ৰতিচ্ছবি যেন তেওঁৰ হাঁহিসনা মুখখন মনলৈ আহে। যিটো দুৰ্ঘটনা তেওঁৰ মৃত্যুৰ কাৰণ হৈছিল সেই দুৰ্ঘটনাৰ কথাবিলাকো লগতে মনলৈ আহে।

সেইদিনা আছিল জানুৱাৰী মাহৰ (১৯৩৬ চন) ৭ তাৰিখ। ১৯৩৫ চনৰ ডিচেম্বৰ মাহটোত আমি ভাৰতীয় জাতীয় কংগ্ৰেছৰ সোণালী জয়ন্তী উৎসৱ পালন কৰিছিলো। ১৯৩৬ চনৰ জানুৱাৰী মাহৰ ৬ তাৰিখলৈকে আমি প্ৰাদেশিক কংগ্ৰেছৰ কামত ব্যস্ত থাকিব লগীয়া হৈছিল--তাৰ পিচদিনা (৭ জানুৱাৰী তাৰিখে) লোকপ্ৰিয় বৰদলৈৰ লগত শ্বিলঙলৈ গৈছিলোঁ--অসম সেৱক পাব্লিছাৰ্ছ লিমিটেড কোম্পানীক ৰেজিষ্ট্ৰেশ্যন কৰাবলৈ। ডাঃ হৰিকৃষ্ণ দাসদেৱৰ আৰ্থিক সহায়ত আমি গুৱাহাটীত এটা ছপাখানা খুলিছিলোঁ। ১৯৩৬ চনটো আছিল---ভাৰতৰ ৰাজনীতিৰ ক্ষেত্ৰত বহুতো নতুন সম্ভাৱনা লৈ। মণ্টেগু-চেমছফোৰ্ডৰ শাসন সংস্কাৰৰ ওপৰত ভিত্তি কৰি যিখন শাসন আইন প্ৰবৰ্তন কৰা হৈছিল, সেইখন আইনৰ ঠাইত ১৯৩৫ চনৰ নতুন শাসন আইন প্ৰবৰ্তনে ৰাজনীতিৰ ক্ষেত্ৰত নতুন সম্ভাৱনাৰ সূচনা কৰিলে। ৰাজনীতিৰ ক্ষেত্ৰত যাতে এই পৰিবৰ্তিত পৰিস্থিতিৰ সন্মুখীন হ'ব পাৰি তাৰ বাবে সাংগঠনিক প্ৰস্তুতিৰ প্ৰয়োজন হ'ল। এনে প্ৰস্তুতিৰ প্ৰধান সহায়ক হৈছে ছপাখানা আৰু বাতৰি কাকত। যি হওক, শ্বিলঙলৈ যোৱাৰ বাটত নংপোত কৰ্মবীৰ বৰদলৈকো লগ পালোঁ। কৰ্মবীৰ বৰদলৈয়ে মোক দেখি ক'লে, "অমি! তুমিতো মোৰ লগত আহিব পাৰিলাহেঁতেন!" মই ক'লোঁ, "আপুনি আহিব বুলি মই জনা নাছিলোঁ; গোপীনাথ বৰদলৈ আহিব বুলি জনাত তেওঁৰ লগতে আহিলো। আপোনাৰ গাড়ীত মানুহ বহুতো আহিছে--আজিলৈ এতিয়া গাড়ী নসলাওঁ।"--এইদৰে শ্বিলঙৰ কাম শেষ কৰি আবেলি গোপীনাথ বৰদলৈৰ লগত উভতিলোঁ। উভতিবৰ বাটত ৩৪/৩৫ মাইলৰ বিপজ্জনক পাক দুটা এৰি দেখোঁ কৰ্মবীৰ বৰদলৈ বাটৰ সোঁমাজত থিয় হৈ আছে---তেওঁৰ লগৰ

আৰু এজন ডেকা উকীল বাটৰ সোঁহাতে থকা এটা শিলত কপালত হাত দি বহি আছে আৰু তেওঁৰ গাড়ীখন বাটৰ বাওঁহাতে থকা শিল এটাত খুন্দা খাই অচল হৈ আছে। নৰাকাৰিকৈ গাড়ীৰপৰা নামি কৰ্মবীৰ বৰদলৈক সুধিলোঁ, "কি হ'ল ?" তেৰোঁ তপৰাই উত্তৰ দিলে, "নকবাহে মোৰ স্বভাৱ! মোৰ আগত কোনোবা যোৱা দেখিলে তেওঁক পাচ পেলাবলৈ গতি বঢ়াই দিওঁ। আজিও সেই একেদৰে এজন চাহ খেতিয়কক মোৰ আগত যোৱা দেখি গতি বঢ়াই দি শেষত গতি কমাবলগীয়া হ'ল, কিন্তু ভুলত ব্ৰেকত ভৰি নপৰি পৰিল এক্সিলেটাৰত আৰু শেষত বাওঁফালে থকা পাহাৰৰ গাত।" মই ক'লো, "এই বয়সত আপুনি আৰু গাড়ী চলাব নেলাগে।"--"এৰা, তাকেই কৰিম" বুলি উত্তৰ দিলে। তাৰ পিচত তেওঁক সুধিলো, "এতিয়া আপোনালোকৰ গুৱাহাটীলৈ যোৱাটোৰ কি কৰো--আমি অহা গাড়ীখনত লৈ যাওঁ ব'লক।" তেওঁ উত্তৰত ক'লে, "নাই, মোক নিব নালাগে--ডেকাজনকেই নিয়া।" তেওঁৰ কথামতে ডেকা উকীলজনক লৈ নংপো পালোহি আৰু তেওঁক নংপোৰ চৰকাৰী ডিচপেন্চেৰীত প্ৰাথমিক সহায় দিয়ালোঁ। গুৱাহাটীলৈ আহি তেওঁক তেওঁৰ ঘৰত নমাই দি বৰদলৈ-দেৱৰ ঘৰতো খবৰ দিলোঁ। বৰদলৈদেৱৰ আমি দেখাত আঘাতৰ একো বাহ্যিক চিন নাছিল--পিচত জানিছিলোঁ উকত অলপ হেনো ঘহনা খাইছিল। এই ঘহনা খোৱা কথাষাৰ তেওঁ ডাক্তৰ ভুবনেশ্বৰ বৰুৱাকো কোৱা নাছিল--তথাপিও ডাক্তৰ বৰুৱা তেওঁৰ বহুমূত্ৰ ৰোগ থকাৰ কাৰণে চিন্তিত হৈ আছিল। কৰ্মবীৰ বৰদলৈ ঘৰ আহি পোৱাত আমি সকলো তেওঁৰ ওচৰলৈ আহিলোঁ। তেওঁ তেজ ওলোৱাকৈ তেনে বিশেষ আঘাত নাই পোৱা বুলি কোৱা সত্ত্বেও ডাক্তৰে যি সাৱধানতা ল'ব লাগে ল'লে। তেওঁ ইয়াৰ পিচদিনা কি দুদিনৰ পিচত মফ-চললৈ ওলাল। সেই সময়ত তেওঁ লোকেল বোৰ্ডৰ চেয়াৰমেন আছিল আৰু লোকেল বোৰ্ডৰপৰা হাজোলৈ যাব পৰা এটা সহজ বাট বন্ধোৱাৰ কামত ব্যস্ত আছিল। গুৱাহাটীৰপৰা হাজোলৈ পোনপটীয়া বাট নাছিল, সেই বাবে আমিন গাঁৱৰ ওচৰৰ ব্ৰহ্মপুত্ৰই চুই থকা পাহাৰটোৰ দক্ষিণ মূৰটোৰ (যিটো আগিয়াঠুটি বুলি জনাজাত) শিল কিছুমান ভাঙি দি হাজোলৈ যোৱা বাট বন্ধাৰ কাম চলি আছিল—সেই কাম চাবলৈ বুলি ওলাল—লগতে অৱশ্যে আন ঠাইলৈকো গ'ল। বিশেষকৈ মঙ্গলপুৰৰ আলিটো চাবলৈ। মঙ্গলপুৰত তেতিয়া আই নদীয়ে পাৰ ভঙাত গোৱালপাৰাৰ বহুতো কছাৰী ভায়ে আহি বসতি কৰিছিল। তেওঁ বিলাকৰ অহা-যোৱাৰ বাটপথ নথকাত এই আলিটো বন্ধাত জোৰ দিয়া হৈছিল। তেওঁ আঠুৰ ঘিলাৰ ওপৰত অলপ ছাল যে দেদেৰা খাইছিল সেইটো লক্ষ্যাই কৰা নাছিল আৰু সেই বাবে সেই ঠাই ডোখৰত তেজ দোষমুক্ত হোৱাৰ প্ৰতিষেধক নোলোৱাত পকি উঠি শৰীৰৰ তাপ মাত্ৰা বঢ়াইছিল। এইদৰে অসুস্থ শৰীৰেৰে তেওঁ মফচলৰপৰা উভতি আহি যি বিচনাত পৰিল আৰু উঠিব নোৱাৰিলে।

সেই শোৱাই যেন শেষ শোৱা হ'ল---কৰ্মবীৰৰ কৰ্মময় জীৱনৰ অন্ত পৰিল---অসম মাতৃয়ে এটি সুপুত্ৰ হেৰুৱালে।

১৯২১ চনৰপৰা কৰ্মবীৰ বৰদলৈৰ লগত ঘনিষ্ঠ সম্পৰ্কলৈ আহিছিলো। তাৰ আগতে যে তেওঁক লগ পোৱা নাছিলোঁ, সেইটো নহয়। ১৯১৪ চনত কলিকতালৈ পঢ়িবলৈ গৈ তেওঁক কলিকতাত পাওঁ। তেওঁ সেই সময়ত কলিকতাৰ হাইকোৰ্টত ওকালতি কৰিছিল। ১৯১৫ চনৰেপৰা তেওঁৰ ৰাজনৈতিক জীৱন আৰম্ভ হৈছিল। সেই বছৰতে ডিব্ৰুগড়ত বহা আসাম এছোচিয়েশ্যনৰ বছৰেকীয়া সন্মিলনৰ তেওঁ সভাপতিও নিৰ্বাচিত হৈছিল আৰু আসাম এছোচিয়েশ্যনলৈ এটা নতুন উদ্দীপনা আনিবলৈও সক্ষম হৈছিল। সেই সময়ত ভাৰতৰ ৰাজনীতি ক্ষেত্ৰত এটা ভাব দেখা গৈছিল---সেইটো ভাবক ভিকহৰ মনোবৃত্তি বুলি বহুতেই সমালোচনা নকৰাকৈ নাছিল। বছৰেকৰ মূৰত বৰদিনৰ বন্ধত লগ লাগি কিছুমান প্ৰস্তাৱ গ্ৰহণ কৰিয়েই কৰ্তব্য সমাধা কৰিছিল। আসাম এছোচিয়েশ্যনেও এনে নীতিৰপৰা ওপৰলৈ উঠিব পৰা নাছিল। কৰ্মবীৰ বৰদলৈ আৰু কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মাই আসাম এছোচিয়েশ্যনক গোটেই বছৰটো সক্ৰিয় কৰি ৰাখিব পাৰিছিল। সেই সময়ত ভাৰতত হোমৰুল আন্দোলনৰ আৰম্ভণি হোৱাত আমি এই সূত্ৰতে কলিকতাত হোৱা মিটিংবিলাকত নেতাসকলৰ বক্তৃতাবিলাক শুনিবলৈ গৈছিলোঁ---প্ৰায় প্ৰতি দেওবাৰেই এই মিটিংবোৰ পতা হৈছিল।

সেই সময়ত অসমীয়া ছাত্ৰসকলৰ মনলৈ এটা ভাব আহি আছিল---অসমে কেনেকৈ ভাৰতৰ ৰাজনৈতিক জীৱনত অংশ ল'ব পাৰে। কংগ্ৰেছৰ অধিবেশনবিলাকলৈ অসমৰ প্ৰতিনিধি যে যোৱা নাছিল তেনে নহয়, কিন্তু গ'লেও আলোচনাত বৰঙণি যোগাব পৰা নাছিল। সেইবাবে বিলাতৰপৰা ঘূৰি আহি ঘৰলৈ নোযোৱাকৈ অমৃতসৰত বহা কংগ্ৰেছৰ অধিবেশনলৈ কৰ্মবীৰ যোৱাত আমি ভাল পাইছিলো। বিশেষকৈ এটা প্ৰস্তাৱ আলোচনাত অংশ লোৱা বুলি বাতৰিকাকতত প্ৰকাশিত হোৱাত আমি বৰ আনন্দিত হৈছিলোঁ। ভাৰতবৰ্ষৰ আন আন বহুতো প্ৰদেশে যেতিয়া স্বাধীনতা হেৰুৱাই বৃটিছৰ তলতীয়া হ'বলগীয়া হৈছিল সেই সময়ত এফালে পঞ্জাব আৰু আন মূৰত অসমে স্বাধীনতা ৰক্ষা কৰি চলিব পাৰিছিল। জালিয়ানৱালাবাগ সম্পৰ্কে দাভি ধৰা প্ৰস্তাৱটোতেই তেওঁ এনে মন্তব্যৰে বক্তৃতা দিছিল।

১৯১৭ চনটো ভাৰতৰ ৰাজনৈতিক বুৰঞ্জীত এটা স্মৰণীয় বছৰ। এই বছৰতে বৃটিছ শাসনকৰ্তাসকলৰ মনৰ ভাবৰ সলনি হৈছিল। য়ুৰোপৰ যুদ্ধক্ষেত্ৰত ভাৰতীয় সৈন্য-বাহিনীয়ে যি শৌৰ্য-বীৰ্য আৰু ত্যাগৰ মহান দৃষ্টান্ত দেখুৱাই বিজুলীবেগেৰে আগবাঢ়ি অহা জাৰ্মান সৈন্য-বাহিনীক মাৰ্ণে বোলা নৈখনৰ পাৰত আগভেটা দি ফ্ৰান্সৰ ৰাজধানী পেৰিছ মহানগৰী ৰক্ষা কৰিলে সেই কথাত বৃটিছ শাসনকৰ্তাসকলৰ মনলৈ ভাৰত সম্পৰ্কে এটা পৰিবৰ্তনৰ ভাব আহিছিল যদিও

তেওঁলোকৰ ৰক্ষণশীল মনোবৃত্তিৰ কাৰণেই সি কাৰ্যক্ষেত্ৰত প্ৰকাশ পাওঁতে সময় লৈছিল। কিন্তু এই সময়তে ভাৰতৰ ওচৰৰ তুৰস্কৰ দাৰ্দানেলিছৰ যুদ্ধক্ষেত্ৰত বৃটিছৰ বিপৰ্যয় হোৱাত শাসনকৰ্তাসকলৰ সমালোচনা হ'ল। ভাৰতত থকা যুদ্ধৰ সম্বল বৃটিছসকলে কামত খটুৱাব নোৱাৰা বাবেই এই বিপৰ্যয় হ'ল বুলি বৃটিছ-সকলৰ ধাৰণা হ'ল। আৰু সেই সমালোচনাৰ পৰিণতি হ'ল ভাৰত সচিব চেম্বাৰ-লেইনে পদত্যাগ কৰি ডেকা মণ্টেগুক সেই ঠাইত লোৱা। ডেকা মণ্টেগুৰ ২০ আগষ্ট তাৰিখৰ ঘোষণাই ভাৰতবাসীৰ মনলৈ নতুন আশা—নতুন উদ্দীপনা আনিলে। এই ঘোষণা কাৰ্যত ৰূপান্তৰিত কেনেকৈ কৰিব পাৰি তাকে লৈ ভাৰতৰ ৰাজনৈতিক নেতাসকলৰ লগত আলোচনা কৰিবলৈ মণ্টেগু আহি ভাৰত পালেহি। এই পৰিবেশতে অসমৰ কেইবাগৰাকীও নেতা কলিকতালৈ যাবলগীয়া হৈছিল। বৰদলৈদেৱ সেই সময়ত হ্যেৰিশ্যন ৰোডৰে এঘৰত আলহী থকাত আৰু অসমীয়া ছাত্ৰসকলো সেই সময়ত হ্যেৰিশ্যন ৰোডৰ মেচ এটাত থকাত তেওঁক লগ ধৰিবলৈ যায়। আমাৰ উদ্দেশ্য আছিল অসমৰ ৰাজনৈতিক আন্দোলনক কেনেকৈ সংগ্ৰাম-মুখী কৰিব পাৰি আৰু অসমতো কেনেকৈ হোমৰুল লীগৰ শাখা এটা গঠন কৰিব পাৰি তাৰে আলোচনা কৰা। আমাৰ লগত অলপ চোকা মুখৰ এজন বন্ধু আছিল। সেইজনা বন্ধুৱে অলপ তিৰস্কাৰৰ সুৰেৰে ক'লে, "আপোনালোকে কৰিছে কি? আজিলৈকে অসমত হোমৰুল লীগৰ শাখা এটা স্থাপন কৰিব নোৱাৰিলে।" কৰ্ম-বীৰ বৰদলৈয়েও একে তিৰস্কাৰৰ সুৰেৰে প্ৰত্যুত্তৰ দিলে, "তোমালোকেনো কি কৰিছা? বঙালী ডেকাসকলৰ দৰে হাতত বোমা, ৰিভলভাৰ লৈ গুপ্ত সমিতি পাতিব পাৰিবানে?"

কৰ্মবীৰ বৰদলৈদেৱৰ মুখৰপৰা এনে এষাৰ কথা ওলোৱাৰ কাৰণ কি আছিল সেই কথাষাৰো ভাবিবলগীয়া। সেই সময়ত ৰাজনীতিত অহিংসাৰ প্ৰয়োগৰ কথা ওলোৱাই নাছিল—সেইদেখি ভাৰতৰ উগ্ৰপন্থী নেতাসকলে হিংসাত্মক নীতিৰ জৰিয়তেহে ভাৰতৰ সমস্যাৰ সমাধান হ'ব বুলি ভাবিছিল। বৰদলৈ-দেৱেও সেই দৃষ্টিকোণৰপৰাই কথাষাৰ কৈছিল যেন লাগে।

১৯১৯ চনটোক ভাৰতৰ ৰাজনৈতিক বুৰঞ্জীৰ এটা সন্ধিক্ষণ বুলিব পাৰি। ইমানদিনলৈকে যি কাৰ্য-নীতিৰে ৰাজনৈতিক জীৱনৰ বাটত ভাৰতবৰ্ষ আগবাঢ়িছিল—তেনে কাৰ্যনীতিৰ সলনি হৈ নতুন কাৰ্যনীতি গ্ৰহণ কৰাৰ সূচনা হ'ল আৰু অসমতো এনে কিছুমান ঘটনা হ'ল, যাৰ ফলত অসমে মণ্টেগু-চেমছফোৰ্ডৰ শাসন-সংস্কাৰ পোৱাৰ আশাৰপৰা বঞ্চিত হোৱাৰ সম্ভাৱনা হ'ল। এনে এটা পৰিস্থিতিত অসমৰ ৰাজনৈতিক অনুষ্ঠান অসম এছোচিয়েশ্যনে বিলাতলৈ সঁজাতি দল পঠিওৱাৰ ব্যৱস্থা কৰিবলগীয়া হ'ল আৰু এই দায়িত্ব কৰ্মবীৰ বৰদলৈৰ ওপৰতে পৰিল। বিলাতলৈ সঁজাতি দল পঠিয়াবলৈ খৰচ কেনেকৈ যোগাৰ কৰিব পাৰি এয়ে সমস্যা হ'ল। কিন্তু কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মাৰ একান্ত চেষ্টাত অসমৰ দৰে দুখীয়া দেশ এখনতো

প্ৰয়োজনীয় ধন সংগ্ৰহ হ'ল আৰু কৰ্মবীৰ বৰদলৈৰ লগতে ডিব্ৰুগড়ৰ চাহ খেতিয়ক প্ৰসন্নকুমাৰ বৰুৱাও নিজৰ খৰচত যাবলৈ ওলাই এই সঁজাতি দলৰ গুৰুত্ব বঢ়ালে। এই সঁজাতি দলে বিলাতলৈ গৈ কেনেদৰে কাম কৰিছিল সেই কথা সেই সময়ৰ ভাৰতৰ ৰাজনৈতিক নেতা খ্যাতনামা বিপিনচন্দ্ৰ পালৰ এখন চিঠিৰপৰা বুজিব পাৰি। চিঠিখন 'অমৃত বাজাৰ পত্ৰিকা'ত প্ৰকাশিত হৈছিল।

লণ্ডন,
২৩।১০।১৯

"ইংলণ্ডত কৰিবলগীয়া কাম মই শেষ কৰিছোঁ। মই যি কাম লৈ ইয়ালৈ আহিছিলোঁ তাৰ এতিয়া অন্ত পৰিছে। কিন্তু অসমৰ সঁজাতি দল সম্পৰ্কে এষাৰ নিলিখি মই এই চিঠিখন শেষ কৰিব নোৱাৰোঁ। আপুনি জানে যে মিঃ বৰদলৈ মিঃ বৰুৱাৰে সৈতে অসমৰ কথা জনাবলৈ ইয়ালৈ আহিছে। জইন্ট কমিটিৰ সন্মুখত অসমৰ দাবী উপস্থাপন কৰি কংগ্ৰেছৰ সঁজাতি দলক সাধাৰণভাৱে সহায় কৰিবলৈ তেওঁ যত্ন কৰিছে। মোক বিদায় দিওঁতে মিঃ বৰদলৈকো আমাৰ বঙ্গীয় জনসভাই উৎসৱ পাতি বিদায় দিছিল। আমি একেলগে ইয়ালৈ আহিলোঁ।

"অসম সঁজাতি দলৰ বৰ সৌভাগ্য যে আহি পোৱাৰ পিচদিনাই তেওঁ-লোকৰ কথা শুনিবলৈ জইন্ট কমিটিয়ে মাতি পঠিয়ালে; আৰু এইটো মই নকৈ নোৱাৰোঁ যে তেওঁ বৰ সাহসেৰে সৈতে অসমৰ দাবী উপস্থাপন কৰিছিল আৰু আন আন প্ৰদেশৰ দৰে ভাৰত চৰকাৰৰ নৱম ডিস্প্যাচখন সমালোচনা কৰি এখন লিখিত জবান-বন্দী দিবলৈ অনুমতি পালে। এই জবান-বন্দীত অসমে কংগ্ৰেছৰ দাবী অনুসৰণ কৰি আন আন প্ৰদেশৰ লগত লগ লাগিলহি। জইণ্ট কমিটিত মিঃ মণ্টেগুৱে চেক্ৰেটৰী অব্ ষ্টেট্ হিচাপে তেওঁলোকৰ সাক্ষ্যৰ এটা অংশ সমালোচনা কৰি ক'লে যে তেওঁ এনে কথা বিশ্বাস কৰিব নোৱাৰে। এই কথাত অসমৰ প্ৰতিনিধি দুজনে মিঃ মণ্টেগুক ভিতৰুৱাকৈ দেখা কৰি সাহেবে সৈতে তেওঁৰ কথাৰ প্ৰতিবাদ কৰিলে আৰু এই বাবে চেক্ৰেটৰী অব্ ষ্টেটে স্বীকাৰ কৰিলে যে তেওঁৰ ভুল হৈছে আৰু ক্ষমা মাগিবলৈ মান্তি হ'ল। তেওঁ তেওঁৰ এনে মন্তব্য কাৰ্য-বিৱৰণীৰপৰা তুলি ল'বলৈও মান্তি হ'ল।

"কাৰ্ডিফত মিঃ বৰদলৈয়ে এখন সভাত বক্তৃতা দিছিল। এই সভাত ময়েই ঘাই বক্তা আছিলোঁ। অসম যে সামাজিক আৰু ৰাজনৈতিক হিচাপে পিচ পৰা এনে ভাব এতিয়া উৰিল। ছাৰ আৰ্চডেল আৰ্লক জেৰা কৰোঁতে ছাৰ জে.ডি. ৰীজে এনেদৰে কৈছে।"

আন এগৰাকী প্ৰবাসী অসমীয়া ভদ্ৰলোক বিদ্যানন্দ দুৱৰাই 'আসাম বিলাসিনী' বোলা কাকতখনত ইংৰাজীতে যি চিঠি লিখিছিল তাৰ সাৰমৰ্ম তলত দিয়া হ'ল ঃ

"মই দেখিছোঁ যে নেতাসকলৰ ঢোল বজাবলৈ লোক লাগে; এইটো কাৰ্যকৰী পন্থা। ইংলণ্ডত এতিয়া বহুতো ভাৰতীয় আছে—হেজাৰজন লোকৰ

হেজাৰ বিধৰ মত। চৰকাৰৰ আদৰৰ ধন মডাৰেটসকলে নিজৰ মতামত জনাই কাকো সন্তোষ লগাব পৰা নাই। তেওঁলোক ৰাইজৰ সন্মানৰ পাত্ৰ হ'ব পৰা নাই।

"মই দেখি আচৰিত হৈছোঁ যে ভাৰতবৰ্ষৰ কাকতবিলাকে এইবিলাক মডাৰেট নেতাৰ জয়গান গাই অন্ত পেলাব পৰা নাই। ইণ্ডিয়া ৰিফৰ্ম বিলৰ ( India Reform Bill ) জইণ্ট কমিটিলৈ গৈছিলোঁ, ভাৰতৰ সকলোবিধৰ মতাৱলম্বী লোকৰ লগত মোৰ দেখা হৈছিল। তেওঁলোকৰ কথাবোৰ সঁচা নে মিছা জানিবলৈ মই যত্ন কৰিছিলোঁ। সকলোৱে মোক ক'লে যে ভাৰতৰ মডাৰেট নেতাসকলে বৰ দুৰৱস্থাত পৰিছিল। দেৱান-মাধৱৰাও আৰু ছাৰ শঙ্কৰণ নায়াৰৰ অৱস্থাৰ তুলনা কৰিব নোৱাৰি।

"যি হওক, আমাৰ অসমীয়া প্ৰতিনিধিসকলে কি কৰিছে তাক জানিবলৈ যত্ন কৰিলোঁ। তেওঁলোকৰ জয়গান বজাবলৈ ঢোল নাই। যি হওক তেওঁলোকেনো কি কৰিব পাৰিছে তাকে জানি-বুজি লৈ এই বিৱৰণ মই পঠিয়ালোঁ। যোৱা ২৫ আগষ্ট তাৰিখে জইণ্ট কমিটিয়ে তেওঁলোকক পৰীক্ষা কৰিলে। শ্ৰীযুত সত্যমূৰ্তি আৰু ৰঙ্গস্বামী আয়েঙ্গাৰৰ লগত অসমৰ সঁজাতি দল সম্পৰ্কে কথা হৈছিলোঁ। অসমৰ সঁজাতি দলে যিদৰে সাক্ষ্য দিছে তাৰ তেওঁ-লোকে শলাগ লৈছে। মিঃ মণ্টেগুৱে অসম সঁজাতি দলৰ এটা কথাৰ সমালোচনা কৰিছিল। এইটো 'উৰা বাতৰি' ( gossip ) আৰু বিশ্বাস কৰিব নোৱাৰি বুলি তেওঁ কৈছিল। কিন্তু পিচত তেওঁ ভুল স্বীকাৰ কৰি বৰদলৈ আৰু বৰুৱাৰ ওচৰত ক্ষমা প্ৰাৰ্থনা বিচাৰি ৰিপোৰ্টত ভুল শুধৰাবলৈ মান্তি হ'ল।

"অসম সঁজাতি দলৰ বাবে কংগ্ৰেছেও অসমক পৃথক ব্যৱহাৰ কৰাৰ প্ৰতিবাদ কৰি এটা সুকীয়া জবানবন্দী দাখিল কৰিলে। অসমৰ মেম্বৰ দুগৰাকীয়ে গোটেই ইংলণ্ডত বনুৱাৰ সভা-সমিতিত যোগ দিছে আৰু কিছুমানত তেওঁলোকে বক্তৃতাও দিছে। অসম সম্পৰ্কে তেওঁলোকে এটা ভাল ধাৰণাৰ সৃষ্টি কৰিব পাৰিছে। ভাৰতবৰ্ষৰ আন আন প্ৰদেশৰ নেতাসকলে আৰু বৃটিছ ৰাজনীতিবিদ-সকলে অসম সম্পৰ্কে যি ভুল ধাৰণা লৈ আছিল এতিয়া সেই ধাৰণা গুচিল। সামাজিক আৰু ৰাজনৈতিক হিচাপে অসম পিচ পৰা বুলি যি ধাৰণা মানুহৰ মাজত প্ৰচলিত আছিল এতিয়া সেই ধাৰণা উৰাই দিয়া হ'ল। ভগবানক ধন্যবাদ যে এতিয়া আমাৰ সঁজাতি দলৰ কাৰ্য-কলাপৰ ফলত আমি মুৰ ওখকৈ খোজ কাঢ়িব পাৰিম। অসমৰ প্ৰতিনিধি দুজনে বহুতো ডাঙৰ ডাঙৰ মানুহৰ লগত দেখা-শুনা কৰিছে, মোৰ বিশ্বাস এওঁলোকে অসমৰ কথাত ভৱিষ্যতলৈ খবৰ ল'ব। মিঃ ফণীধৰ চলিহাৰ ঘটনা কৰ্তৃপক্ষই পুনৰ বিবেচনা কৰিব বুলি মোৰ বিশ্বাস।"

হাই বাৰি গ্ৰেভ
লণ্ডন, ২৮।১০।১৯ ইংলণ্ড নিবাসী এজন অসমীয়া।

ওপৰত উল্লেখ কৰা চিঠি দুখন পঢ়ি অসমীয়া ছাত্ৰসকলে গৌৰৱ অনুভৱ কৰিছিল। তেওঁলোকে শিয়ালদহ ষ্টেশ্যনত এই সঁজাতি দলক অভ্যৰ্থনা কৰি আৰু হাওৰা ষ্টেশ্যনত সমাৰোহেৰে বিদায় দিওঁতে যি কল্পনা কৰিছিল সি সাৰ্থক হোৱাত আনন্দ পাইছিল।

কৰ্মবীৰ বৰদলৈ বিলাতৰপৰা উভতি ঘৰলৈ নোযোৱাকৈ কলিকতাৰপৰা বাহিৰে বাহিৰে অমৃতসৰত বহা কংগ্ৰেছৰ অধিবেশনত যোগ দিবলৈ গ'ল— এই সম্পৰ্কে আগতে উল্লেখ কৰা হৈছে। যি শাসন সংস্কাৰ গ্ৰহণ কৰা আৰু সেইমতে কাম কৰালৈ কংগ্ৰেছৰ নেতাসকলৰ মাজত অনৈক্য হৈয়ো শেষত গ্ৰহণ কৰাৰ সিদ্ধান্ত হৈছিল, ঘটনাৱলীৰ সোঁতত সেই সিদ্ধান্ত উটি গৈ বৰ্জন কৰাৰ সিদ্ধান্ত হ'ল।

১৯২১ চনৰ জানুৱাৰী মাহৰ প্ৰথম সপ্তাহত কৰ্মবীৰ বৰদলৈ নাগপুৰত বহা কংগ্ৰেছ অধিবেশনৰপৰা উভতি অহাৰ বাতৰি পাই আমি কেইজনমানে তেওঁৰ লগত দেখা কৰিবলৈ গৈছিলোঁ। আমি যোৱা মাত্ৰে তেওঁ ভিতৰৰপৰা ওলাই আহি মোক সম্বোধন কৰি ক'লে, "হেৰা অমি, কাগজত পঢ়িছা নহয়, নাগপুৰত আমাৰ সকলো কথা সলনি হ'ল। আমি চি আৰ. দাসৰ লগতেই আছিলোঁ। কিন্তু চি. আৰ. দাসৰেই সলনি হোৱাত আমি মহাত্মা গান্ধীৰ অসহযোগ প্ৰস্তাৱত সন্মতি দিবলগীয়া হ'ল।

"আমাৰ লগত যোৱা এজন বন্ধুৱে ক'লে, 'ভালেই হৈছে, এতিয়া আপোনা-লোক ওলাওক, আদালত বৰ্জন সম্পৰ্কে কি কৰিব?' এৰা, আদালত বৰ্জন কৰি কেনেকৈ এই ডাওৰ ঘৰখন চলাওঁ সেয়ে সমস্যা হৈছে। আন প্ৰদেশৰ নেতাসকলৰ অগাধ সম্পত্তি আছে, তেওঁলোকে আদালতত কৰা উপাৰ্জন এৰিলেও চলিব পাৰিব। কিন্তু আমাৰ হৈছে দিন ভিক্ষা প্ৰাণ ৰক্ষা। যি হওক, মই এবাৰ উত্তৰ পাৰৰ গাওঁবিলাক খোজ কাঢ়ি ফুৰিম।"

ইয়াৰ কেইদিনমানৰ পিচত তেওঁ উত্তৰপাৰৰপৰা ঘূৰি আহি পোৱা বুলি শুনি তেওঁৰ লগত পুনৰ দেখা কৰিবলৈ গ'লোঁ। সেইদিনা তেওঁ ক'লে, "মই জাগ্ৰা, বেলসৰ, চামটা, গন্ধীয়া, পিপলিমাৰী আদি কৰি কেইবাখন গাৱঁলৈ গৈছিলোঁ। সকলো ঠাইতে ৰাইজৰ বিপুল উৎসাহ দেখা পালোঁ। এতিয়া নতুন 'কেছ' নলওঁ—পুৰণিবোৰ নিষ্পত্তি কৰি এই মাহৰ শেষৰ ফালে সম্পূৰ্ণৰূপে আদালত এৰি অসহযোগৰ কামত লাগিম।"

এইদৰে তেওঁ ১৯২১ চনৰ অসহযোগৰ কামত লাগিছিল। জুন মাহত নানান ঘটনাৱলীৰ মাজত অসম বেঙ্গল ৰেলৱেৰ ধৰ্মঘট হ'ল আৰু লামডিং শাখাৰ বহুতো ৰেলৱে কৰ্মীয়ে ধৰ্মঘটত যোগ দি গুৱাহাটী পালেহি। এওঁলোকক আশ্ৰয়

দি আহাৰৰ সংস্থান কৰাটো এটা ডাঙৰ সমস্যা আছিল। কৰ্মবীৰ বৰদলৈয়ে সকলো অসুবিধাৰ মাজেদি এই দায়িত্ব পালন কৰিছিল।

১৯২১ চনৰ ৩০ নৱেম্বৰ তাৰিখে গুৱাহাটীত কেইবাগৰাকীও নেতাক গ্ৰেপ্তাৰ কৰা হ'ল। কৰ্মবীৰ বৰদলৈদেৱো তেওঁলোকৰ ভিতৰত এগৰাকী আছিল। বিচাৰত তেওঁক ডেৰ বছৰৰ কাৰাদণ্ড দিয়া হ'ল। এখেতসকলৰে কেইগৰাকী-মানক গুৱাহাটী জেইলৰপৰা শিলচৰ জেইললৈ আৰু কেইগৰাকীমানক ছিলেট জেললৈ নিয়া হৈছিল। ১৯২৩ চনৰ জুন মাহত তেওঁ মুক্তি পালে। সেই সময়ত ভাৰতৰ ৰাজনৈতিক জীৱনত এটা অৱসাদ আহিছিল। মহাত্মা গান্ধী ৬ বছৰৰ কাৰণে কাৰাদণ্ডিত হৈ এৰ্‌ৱাদা জেলত বন্দী। কংগ্ৰেছৰ ভিতৰত দুটা দল—এটা দলে কংগ্ৰেছৰ কাৰ্যনীতিত সাল-সলনি নোহোৱাকৈ মহাত্মা গান্ধীক অনুসৰণ কৰি গঠনমূলক কাৰ্যনীতি লৈ কাম কৰাত লাগিছে; আন এটা দলে স্বৰাজিষ্ট কাৰ্যনীতি লৈ কাউন্সিলত সোমাই চৰকাৰৰ বিৰোধিতা কৰাত লাগিছে। মুকলি হৈ আহি কৰ্মবীৰ বৰদলৈয়েও স্বৰাজিষ্ট কাৰ্যনীতি গ্ৰহণ কৰা নাছিল। পাণ্ডু কংগ্ৰেছৰ সময়তহে তেওঁ স্বৰাজিষ্ট দলত যোগ দি মঙ্গলদৈ সমষ্টিৰপৰা নিৰ্বাচিত হৈ আসাম লেজিছলেটিভ কাউন্সিলত সোমাইছিল আৰু বিৰোধী দলৰ নেতা হিচাপে নিৰ্বাচিত হৈছিল। কৰ্মবীৰ বৰদলৈয়ে বক্তৃতা দিওঁতে বৃটিছ বুৰঞ্জীৰ-পৰা দৃষ্টান্ত উলিয়াই আবেগময়ী ভাষাৰে বক্তৃতা দিছিল। তেওঁৰ বক্তৃতাই শ্ৰোতাসকলৰ প্ৰাণ স্পৰ্শ কৰিব পাৰিছিল। অসম লেজিছলেটিভ কাউন্সিললৈ নিৰ্বাচিত হৈ স্বৰাজিষ্ট দলৰ নেতা হিচাপে পুলিচ বিভাগৰ সমালোচনা কৰোতে তেওঁ বক্তৃতা আৰম্ভ কৰিছিল গ্ৰেটবৃটেইনৰ ৰাষ্ট্ৰনায়ক চেথামৰ দুশাৰী কথা এইদৰে উল্লেখ কৰি ঃ "কেইবছৰমান আগলৈকে ভাৰতবৰ্ষই ইংলণ্ডক শ্ৰদ্ধা কৰিছিল। কিন্তু আজি এনেকুৱা কোনোবা অজলা মানুহ আছেনে যি ইংলণ্ডক শ্ৰদ্ধা কৰে? এই কৰ্মচাৰীজন কেনে যে তেওঁ মগফুৰৰ ঘৰত অসভ্য বৰ্বৰৰ দৰে বনৰীয়া বাঘৰ তুল্য চিপাহীৰ দল মেলি দিলে—তেওঁৰ চকুৰ আগত তেওঁৰ তিৰোতাহঁতৰ সতীত্ব নষ্ট কৰিবলৈ, বৰ আদৰেৰে বৰ যতনেৰে তুলি থোৱা ধৰ্মৰ পুথিখন নষ্ট কৰিবলৈ,—উঃ দুখীয়া মগফুৰে যেতিয়া চকুৰ আগত তিৰোতাহঁতৰ লাঞ্চনা দেখিও একো কৰিব নোৱাৰা হৈ সহি থাকিবলগীয়া হৈছিল সেই কথা এবাৰ ভাবক।"

আৰু এজন পুলিচ কৰ্মচাৰীয়ে তিৰোতা এজনীৰ ওপৰত কৰা অত্যাচাৰৰ কথা উল্লেখ কৰোতে তেওঁ ইংলণ্ডৰ ৰাণী বোডিছিয়াৰ ওপৰত ৰোমান সৈন্য-বাহিনীয়ে কৰা অত্যাচাৰৰ কথা সোঁৱৰাই দি 'Rome shall perish' বুলি ৰাণী বোডিছিয়াই কোৱা কথাষাৰ সোঁৱৰাই দি কৈছিল, "মই বৃটেইন ধ্বংস হৈ যাওক বুলি ক'ব খোজা নাই—তেওঁবিলাকৰ যেন হৃদয়ৰ পৰিবৰ্তন হয়, তাকেই বিচাৰোঁ।"

১৯৩০ চনৰ আৰু এটা বক্তৃতাৰ কথা মোৰ মনলৈ আহিছে। লাহোৰ কংগ্ৰেছত স্বাধীনতাৰ প্ৰস্তাৱ গৃহীত হোৱাৰ পিচত অসম প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ অধিবেশন বহিলত এগৰাকী সদস্যই প্ৰস্তাৱ এটা দাঙি ধৰি ক'লে, "দেশভক্ত ফুকন আৰু কৰ্মবীৰ বৰদলৈয়ে যি স্থলত মুক্তি আন্দোলনত যোগ দিব নোৱাৰে তেনে-স্থলত আমি কাক লৈ এই আন্দোলন চলাব পাৰিম—এইবাবেই অসম এই আন্দো-লনৰপৰা আঁতৰি থকা উচিত। নিখিল ভাৰত কংগ্ৰেছ কমিটিক এই মৰ্মে জনাই দিব লাগে।" সদস্য গৰাকীৰ এনে কথা শুনি কৰ্মবীৰ বৰদলৈ আৰু স্থিৰ হৈ বহি থাকিব নোৱাৰি থিয় হৈ ক'লে, "এনে কথা হ'ব নোৱাৰে—ফুকন, বৰদলৈৰ জানিবা মৃত্যু হ'ল সেইবুলি দেশৰ মুক্তি আন্দোলন নচলিবনে? দেশত এনে এজন ডেকা নাইনে যিজনে এই আন্দোলনৰ নেতৃত্ব লব পাৰে?" বৃটিছ বুৰঞ্জীৰ দৃষ্টান্তৰ আলম লৈ তেওঁ অসমৰ ডেকাসকলক কৈছিল, "ট্ৰাফালগাৰৰ যুদ্ধত বৃটিছ নৌবাহিনীৰ প্ৰধান এডমিৰেল নেলশ্যনৰ বুকুত গুলী লাগি জাহাজখনৰ ডেকত পৰি গৈও তেওঁ কৈছিল, 'আজি নেলশ্যন নাথাকিব পাৰে কিন্তু প্ৰতিজন সৈনিকৰপৰাই নিজৰ নিজৰ কৰ্তব্য কৰাটো ইংলণ্ডই বিচাৰিছে।' অসম মাতৃ-য়েও আজি এনে এটা সন্ধিক্ষণত প্ৰতিজন অসমীয়াৰপৰা নিজৰ কৰ্তব্য সাধন কৰাটো বিচাৰে।"

কৰ্মবীৰ বৰদলৈৰ এই বক্তৃতাৰ পিচত সভাত থকা সকলোৰে পৰিবৰ্তন হ'ল—অৱসাদৰ ভাৱৰ উৰি গ'ল—সকলোৰে মনলৈ এটা উদ্দীপনা আহিল। মুক্তি আন্দোলনৰ বাবে অসমক প্ৰস্তুত কৰিবলৈ কংগ্ৰেছৰ সংগঠন নতুনকৈ গঠন কৰা হ'ল।

এইখিনিতে ১৯৩২ চনৰ আৰু এটা ঘটনা মোৰ মনলৈ আহিছে। ১৯৩২ চনৰ এপ্ৰিল মাহৰ ১৩ তাৰিখ—মই যোৰহাট জেলত বন্দী। গুৱাহাটীত কেইজন-মান কৰ্মীয়ে জালিয়ানৱালাবাগৰ স্মৃতি-দিৱস পালন কৰিবলৈ স্থিৰ কৰি কৰ্মবীৰৰ ঘৰৰ ওচৰত এডোখৰ মুকলি ঠাইত পতাকা উত্তোলন কৰিবলৈ দিহা কৰিছে। সেই অনুষ্ঠানত বাধা দিবলৈ কেইজনমান পুলিচ কৰ্মচাৰীক আহি থকা দেখি কৰ্মবীৰে ওলাই আহি লৰি গৈ জাতীয় পতাকাৰ তলত থিয় হৈ ডাক্তৰ ভুবনেশ্বৰ বৰুৱা আৰু শ্ৰীৰজনী গোস্বামী প্ৰভৃতিৰ লগত গ্ৰেপ্তাৰ হ'ল। তেওঁ এই আন্দোলনত যোগ নিদিম বুলি ভাবিও শেষত থাকিব নোৱাৰিলে।

১৯৩৪ চনত কৰ্মবীৰ বৰদলৈ ভাৰতীয় লেজিছলেটিভ এছেম্বলীলৈ নিৰ্বাচিত হোৱাটো তেওঁৰ ৰাজনৈতিক জীৱনৰ এটা উল্লেখযোগ্য ঘটনা। এই নিৰ্বাচনটোও অসমৰ ৰাজনৈতিক বুৰঞ্জীত এটা ডাঙৰ ঘটনা আছিল। ১৯২৩ চনৰপৰা স্বৰাজিষ্ট হিচাপে দেশভক্ত ফুকনেই এই আসনখনলৈ নিৰ্বাচিত হৈ আছিল। কংগ্ৰেছে তেওঁকেই মনোনয়ন দি আছিল। কিন্তু ১৯৩৪ চনত দেশভক্ত ফুকনে এইখন আসনলৈ প্ৰাৰ্থী হ'বলৈ বিচাৰে বুলি আবেদন নিদিয়াত কুলধৰ চলিহা আৰু বৰ-

দলৈয়ে আবেদন দিয়াত অসম কংগ্ৰেছ এটা ডাঙৰ সমস্যাত পৰিছিল। প্ৰদেশ কংগ্ৰেছৰ কেইবাজনো সদস্যই স্পষ্টভাবে ক'লে, "আমিনো কেনেকৈ এখেত দুগৰাকীৰ মাজৰপৰা এজনক বাছোঁ—তাতকৈ দুজনে নিজৰ মাজত কথা হৈ এটা সিদ্ধান্তলৈ আহি আমাক সহায় কৰিব লাগে।" এনেদৰে কোবাত তেওঁলোক দুজন আন এটা খোটালীত বহি নিজৰ ভিতৰত আলোচনা কৰি কংগ্ৰেছৰ মিটিঙলৈ উভতি আহিল। চলিহা ডাঙৰীয়াই ক'লে তেখেতে নিজৰ প্ৰাৰ্থীত্ব তুলি লৈছে আৰু তেখেতেই বৰদলৈ ডাঙৰীয়াক মনোনয়ন দিব লাগে বুলি প্ৰস্তাৱ কৰিব। চলিহা-দেৱে সেইমতে প্ৰস্তাৱ কৰিলত কংগ্ৰেছ কমিটিয়েও সেই প্ৰস্তাৱ গ্ৰহণ কৰিলে। দেশভক্ত ফুকনে স্বতন্ত্ৰীয়া হিচাপে নিৰ্বাচনত যোগ দি পিচত পণ্ডিত মদনমোহন মালব্যজীয়ে গঠন কৰা দলত (নেশ্যনেলিষ্ট কংগ্ৰেছত) যোগ দিলে আৰু কংগ্ৰেছ প্ৰাৰ্থী কৰ্মবীৰ বৰদলৈৰ লগত প্ৰতিদ্বন্দ্বিতাত নামিল। যি হওক শেষত কংগ্ৰেছৰে জয় হ'ল।

তাৰ কিছুদিন পিচত ভাৰতীয় লেজিছলেটিভ এছেম্বলীৰ অধিবেশন নতুন দিল্লীত আৰম্ভ হ'ল। এই অধিবেশনতেই কৰ্মবীৰ বৰদলৈয়ে নিজৰ পাৰ্লামেণ্টৰী দক্ষতাৰ চিনাকি দিব পৰাত কৰ্মবীৰ বৰদলৈৰ যশস্যা সমগ্ৰ ভাৰততে বিয়পি পৰিল আৰু ৰাইজেও উপযুক্ত প্ৰাৰ্থীক পঠিয়াইছে বুলি গৌৰৱ অনুভৱ কৰিলে। ভাৰতৰ বাতৰি কাকতবিলাক সেই সময়ত বৰদলৈৰ প্ৰশংসাৰে মুখৰ হৈ থাকিছিল। ১৯৩৫ চনৰ ২১ জানুৱাৰীত সভাস্থগিত কৰিবলৈ যি প্ৰস্তাৱ তেখেতে দাঙি ধৰিছিল. সেই বিষয়টো আছিল শৰৎচন্দ্ৰ বসুক সেই এছেম্বলীত যোগ দিবলৈ মুক্তি দিয়া। পাৰ্লা-মেণ্টৰী ৰাজনীতিত সভাস্থগিত ৰখা প্ৰস্তাৱৰ এটা বিশেষ তাৎপৰ্য আছে। কোনো এটা বিষয়ত গুৰুত্ব দিবৰ কাৰণে এনে প্ৰস্তাৱৰ কৌশল প্ৰয়োগ কৰা হয়। শৰৎ চন্দ্ৰ বসুক সেই সময়ত বিচাৰ নকৰাকৈ বন্দী কৰি থোৱা হৈছিল। বন্দী থকা অৱস্থাতে এছেম্বলীলৈ নিৰ্বাচন প্ৰাৰ্থী হিচাপে মনোনয়ন পত্ৰ দাখিল কৰিবলৈ দিয়া হৈছিল। বন্দী অৱস্থাতে নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰি তেওঁ জিকিল আৰু তাৰ পিচত বন্দী অৱস্থাতেই তেওঁক এছেম্বলীৰ অধিবেশনত যোগ দিবলৈ 'চমন' জাৰী কৰা হ'ল—এতিয়া তেওঁক এছেম্বলীৰ অধিবেশনলৈ কিয় আহিবলৈ দিয়া নহ'ব ? এই কথাষাৰকে তেখেতে যুক্তিৰে দাঙি ধৰি অধিবেশনৰ প্ৰথম দিনাই এই প্ৰস্তাৱটো আনিছিল আৰু এই প্ৰস্তাৱটো গৃহীত হোৱাটো তেওঁৰ বাবে ৰাজনৈতিক কৃতিত্ব আছিল। মতিলাল নেহৰু, লালা লাজপত্ ৰায় আৰু টি.কে. স্বাৰৱানী আদিৰ নিচিনা পুৰণি নেতাসকলৰ দিনত যি পৰম্পৰা প্ৰতিষ্ঠিত হৈছিল এতিয়া তেওঁবিলাকৰ অবিহনে এই পৰম্পৰা নষ্ট হ'ব বুলি বহুতৰে মনলৈ আশংকা আহিছিল। এনেকি নতুনকৈ নিৰ্বাচিত হোৱা লব্ধপ্ৰতিষ্ঠ আইনজ্ঞ ভুলা ভাই দেশাইৰ নিচিনা নেতায়ো সেই পৰম্পৰা ৰাখিব পাৰিব নে নোৱাৰে, এনে সন্দেহৰ ভাবো বহুতৰে হৈছিল। ইপিনে ভুলা ভাই দেশাইও বৰদলৈদেৱক অধিবেশনৰ আৰম্ভৰ দিনাই এনে এটা

গুৰুত্বপূৰ্ণ প্ৰস্তাৱৰ দায়িত্ব দিবলৈ টান পাইছিল। কিন্তু যি হওক, বৰদলৈদেৱ সগৌৰৱে উত্তীৰ্ণ হ'ল। প্ৰস্তাৱৰ সপক্ষে ৫৮ আৰু বিপক্ষে ৫৪ ভোটত প্ৰস্তাৱটো গৃহীত হ'ল। নতুন সদস্যগৰাকীৰ এই কৃতকাৰ্যতাত সকলো আনন্দিত হ'ল।

১৯০৮ চনৰ ফৌজদাৰী সংশোধনী বিল তুলি দিয়াৰ কাৰণে বৰদলৈদেৱে অখণ্ডনীয় যুক্তিৰে যি বক্তৃতা দিছিল সেই বক্তৃতায়ো গোটেই ভাৰতবৰ্ষতে সমাদৰ পাইছিল এনেকি সেই সময়ৰ চৰকাৰৰ মুখপত্ৰ 'ষ্টেটচ্‌মেন'ৰ দৰে বাতৰি কাকতেও বক্তৃতাটো হুবহু তুলি দি সেই বক্তৃতাৰ শলাগ লৈছিল।

মানুহৰ সন্মান য'তেই লাঞ্ছিত, তাতেই বৰদলৈদেৱৰ বিদ্ৰোহ। প্ৰজা যাতে নিজ অধিকাৰৰপৰা বঞ্চিত নহয় সেয়ে আছিল তেওঁৰ জীৱনৰ লক্ষ্য। গোৱাল-পাৰা টেনান্সী বিলৰ আলোচনাত ভাগ লওঁতে তেওঁ বক্তৃতা আৰম্ভ কৰিছিল এই-দৰে ঃ "প্ৰজাৰ মাজত জন্ম, প্ৰজাৰ অন্নৰদ্বাৰা পৰিপুষ্ট, সেইবাবে প্ৰজাক সেৱা কৰিবলৈ বাধ্য।"

অসম এছোছিয়েশ্যনৰ জেনেৰেল চেক্ৰেটৰী থকাৰ দিনৰেপৰা তেওঁ ঘাঁহ-কৰৰ প্ৰতিবাদ কৰি আহিছিল। চন্দ্ৰনাথ শৰ্মাৰ লগত সদায় একেলগ হৈ গুৱাল-বিলাকৰ পক্ষ সমৰ্থন কৰি আহিছিল। সেইবাবে কাউন্সিললৈ গৈ ঘাঁহ-কৰৰ বিৰুদ্ধে তেওঁ সবল যুক্তিৰে যুঁজ দিছিল।

১৯৩৩ চনৰ মাৰ্চ মাহত গুৱাহাটী মিউনিচিপেলিটীয়ে তেওঁৰ প্ৰবল প্ৰতিবাদ সত্বেও যেতিয়া অসমৰ গভৰ্ণৰক অভিনন্দন দিয়া স্থিৰ কৰিলে তেওঁ তেতিয়া প্ৰকাশ্যে সভাত সকলোকে জনাই দিলে যে তেওঁ অকলেই ক'লা পতাকালৈ মিউ-নিছিপেলিটীৰ এই কাৰ্যৰ প্ৰতিবাদ স্বৰূপে শোভাযাত্ৰা উলিয়াব। তেওঁৰ এই নিৰ্ভীক উক্তিয়ে চৰকাৰ পক্ষক শঙ্কিত কৰি তুলিলে। তেওঁবিলাকে অভিনন্দন দিয়া কথাষাৰ বাদ দিবলৈ বাধ্য হ'ল।

অসীম সাহসী এই বীৰগৰাকীক ছিলেট জেলত থাকোঁতে তেতিয়াৰ চুৰমা উপত্যকাৰ কমিশ্যনাৰ মিঃ ৰেবন্টাৰে হেনো সুধিছিল—"এতিয়া চেতনা হ'লনে ?" এই অপমানজনক প্ৰশ্নৰ প্ৰত্যুত্তৰ তেওঁ নিজ লেখাৰেই এই বুলি দি গৈছে, "এই বৃটিছ শাসনকৰ্তাসকলৰ মনোভাৱ হৈছে আমাক সঙ্গীনৰ আগেৰে চেতনা দিয়া।"

দেশপ্ৰেম-দৰিদ্ৰ নাৰায়ণৰ সেৱাৰে যাৰ জীৱন উদ্বুদ্ধ তেওঁক বাহ্যিক আঘাতে কি দুখ দিব! মহাব্ৰতীসকলৰ কাৰণে সেই দুখেই যে অমৃত। আজি কৰ্মবীৰক সোঁৱৰণ কৰোঁতে বহু স্মৃতিৰে ভৰা বহু পুৰণি কথা মনলৈ আহি আছে—অন্তহীন সৌন্দৰ্যৰ সকলো সৌন্দৰ্য এখনি চিত্ৰপটতে ফুটাই তোলা টান।

# কৰ্মবীৰ বৰদলৈৰ সাহিত্য-প্ৰতিভা

অতুলচন্দ্ৰ হাজৰিকা

## জোৰণি

কন্দলি ৰামায়ণত পোনপ্ৰথমে ছপাৰ পোহৰ পেলাওঁতা আৰু কলিকতা বিশ্ববিদ্যালয়ৰ বাবে প্ৰথমে অসমীয়া সাহিত্যৰ এণ্ট্ৰেঞ্চ কোৰ্চ যুগুত কৰোঁতা আৰু পৰীক্ষক গুৱাহাটীৰ মাধৱচন্দ্ৰ বৰদলৈ ডাঙৰীয়াৰ পৰিয়ালটো অসমীয়া সাহিত্য-সংস্কৃতি সেৱাৰ বাবে আদৰ্শ-স্থানীয় হৈ আছে। মাধৱচন্দ্ৰৰ দুই পুত্ৰ নবীনচন্দ্ৰ আৰু গিৰিশচন্দ্ৰ আৰু দুই নাতি-নাতিনী শ্ৰীমতী নলিনীবালা দেৱী আৰু অপূৰ্ব কুমাৰ বৰদলৈয়ে চিৰচেনেহী ভাষা-জননীৰ বেদীত কম-বেছি পৰিমাণে অৰিহণা আগবঢ়াই অসমী আইক ধন্য কৰিছে। কৰ্মবীৰ নবীনচন্দ্ৰৰ কথা পিচত কোৱা হ'ব। তেওঁৰ ভায়েক গিৰিশচন্দ্ৰ বৰদলৈয়ো এজন সুখ্যাত গীতিকাৰ আছিল। তেওঁ ৰচনা কৰা গীতবোৰ এসময়ত ৰাজহুৱা সভা-সমিতিত গোৱা হৈছিল আৰু পুৰণি আলোচনীত প্ৰকাশ হৈছিল। এটা গীতৰ এটা কলি ঃ

তোমাৰ পূজাৰ মহান সভাৰ
আনিছোঁ সম্ভাৰ অসম মাতৃ
আনিছোঁ তোমাৰ অৰ্ঘ্য-পূজাৰ
বৰণৰ ভলা বিমল ভক্তি।

নবীনচন্দ্ৰৰ কনিষ্ঠ পুত্ৰ অপূৰ্বকুমাৰ বৰদলৈ এসময়ত গুৱাহাটী কামৰূপ নাট্য-সমিতিৰ এজন যশস্বী শিল্পী আৰু গীতিকাৰ আছিল। তেওঁৰ ৰচিত 'শ্ৰীবৎস-চিন্তা' নামৰ নাটক এখনো তেতিয়া কুমাৰ ভাস্কৰত অভিনীত হৈছিল। তেওঁৰ সুৰ-চানেকী সম্বলিত গীত আৰু ৰূপক ৰচনা 'বাঁহী' কাকতত প্ৰকাশ হৈছিল। কৰ্মবীৰৰ সুযোগ্যা জীয়াৰী শ্ৰীমতী নলিনীবালা দেৱী এগৰাকী যশস্বিনী কবি। অসমীয়া কাব্য-সাহিত্য তেওঁৰ কবিতাৰ সুগন্ধেৰে আমোল-মোল। পিতৃৰ সাহিত্য প্ৰতিভাৰে নলিনীবালাৰ সাহিত্য-প্ৰতিভা অনুৰঞ্জিত। ককাক মাধৱচন্দ্ৰ বৰদলৈয়ে হেনো মৃত্যু-শয্যাত এধাৰ চন্দনৰ মালা আৰু এধাৰ তুলসীৰ মালা জপ কৰি

লৈ চন্দনৰ মালাধাৰ দিছিল পুতেক নবীনচন্দ্ৰক আৰু তুলসীৰ মালাধাৰ দিছিল বৰ-নাতিনী নলিনীবালাক। এই আশীৰ্বাদী মালা দুধাৰিয়ে নবীনচন্দ্ৰ আৰু নলিনী বালাৰ পৰবৰ্ত্তী জীৱনত কেনে যাদুকৰী প্ৰভাৱ বিস্তাৰ কৰিছিল সেই কথা বিবৰি নক'লেও হ'ব।

এতিয়া মূল বিষয়ৰ পাতনি মেলা যাওক। এই কথা সঁচা যে নবীনচন্দ্ৰ বৰদলৈৰ সাহিত্য-প্ৰতিভা আজি আৰু সিমানকৈ জাকত-জিলিকা হৈ থকা নাই যদিও ই উলাই কৰিব পৰা বিধৰ নিশ্চয় নহয়। নবীনচন্দ্ৰই অসমৰ ৰাজনীতিত সোমাই নেতৃত্ব দিবলগীয়া নহ'লে আৰু তেওঁ একাণপতীয়াকৈ সাহিত্য-সংস্কৃতিত মনোনিবেশ কৰিবলৈ সুযোগ পোৱা হ'লে কৰ্মবীৰক আমি এগৰাকী অসমৰ লব্ধ-প্ৰতিষ্ঠ সাহিত্যিক হিচাপেও পাব পাৰিলোহেঁতেন। অসম সাহিত্য সভাৰ বহুৰেকীয়া সঙ্গীত অধিবেশনৰ সভাপতিৰ পদ অলংকৃত কৰিবলৈ নবীনচন্দ্ৰলৈ দুবাৰো আহ্বান আহিছিল, কিন্তু ৰাজনৈতিক কামৰ হেঁচাত তেওঁ সেই পদ গ্ৰহণ কৰিবলৈ সুৰুঙা উলিয়াব নোৱাৰিলে। লাচিতে 'দেশতকৈ মোমাই ডাঙৰ নহয়' বুলি ভবাৰদৰে কৰ্মবীৰেও হয়তো ভাবিছিল যে দেশ সেৱাতকৈ সাহিত্য বা সঙ্গীত ডাঙৰ নহয়; অৱশ্যে অসমীয়া সাহিত্যৰ প্ৰতি নিশ্চয় অশ্ৰদ্ধা নাছিল। এই কথা নকলেও হ'ব যে জীৱনত অকণমান আজৰি সময় উলিয়াব পাৰিলেই তেওঁ সাহিত্য-সংস্কৃতিৰ মালাগুটি জপিছিল—তাৰ অলেখ দৃষ্টান্ত আছে। সি যি নহওক অলপীয়া আৰু ছেগা-চোৰোকাকৈ কৰা সাহিত্য-সেৱাৰেই অসমীয়া সাহিত্যত কৰ্ম-বীৰ নবীনচন্দ্ৰই এখন সন্মানৰ আসন আৰ্জি থৈ গৈছে আৰু অসমীয়া সাহিত্যিক সমাজতো তেওঁ সদায় আমাৰ স্মৰণযোগ্য ব্যক্তি হৈ থাকিব।

সেই কালৰ প্ৰখ্যাত অসমীয়াসকলৰ দৰে নবীনচন্দ্ৰয়ো বঙলা ভাষাৰেই ছাত্ৰ জীৱনৰ পাতনি মেলিবলগীয়া হৈছিল। সেয়ে হলেও তেওঁ ব্যক্তিগত প্ৰচেষ্টাৰে অসমীয়া ভাষা-সাহিত্যৰ দক্ষতা লাভ কৰিছিল। জোনাকী যুগৰ নিপুণ ধনুৰ্ধৰসকলৰ আগশাৰীৰপৰা ফালৰি কাটি আহি নবীনচন্দ্ৰই ৰাজনীতিৰে দেশসেৱাৰ আন বাট লৈছিল; তথাপি তেওঁ সুবিধা পালেই অসমীয়া ভাষা-সংস্কৃতিৰো সেৱা কৰিছিল। কলিকতীয়া ছাত্ৰ জীৱনৰ স্মৃতি সুঁৱৰি তেওঁ এইদৰে কৈছে, "এ-এছ-এল ক্লাবৰ বালিখোলাত ভাত ৰান্ধি খাই যোৱাসকলৰ ভিতৰত ময়ো এজন। আমাৰ সেই খোলা এতিয়াও মলিন হোৱা নাই, নতুন নতুন নাৱৰীয়া আহি ইয়াক পৰিষ্কাৰ কৰি ৰাখিছে। যি উদ্দেশ্যত ইয়াৰ জন্ম, এতিয়াও ই তাক পাহৰিব পৰা নাই। এতিয়াও সি সেই উদ্দেশ্য-লক্ষ্য আগত ৰাখি চলা দেখি মই বৰ সন্তোষ পাইছো। আৰু সেই লক্ষ্য আমাৰ আগত আছে দেখিছে ইয়াত থিয় দি ক'বৰ কথাৰ অভাৱত পৰা নাই বুলি কৈছো।

"যি সময়ত বঙলা ভাষাক অতি উৎকৃষ্ট ভাষা বুলি অসমীয়াই নিজৰ ভাষাকে গণ্য নকৰিছিল, তেতিয়া 'জোনাকী' নামৰ অসমীয়া কাকত ওলাই অসমীয়া ভাষাৰ

চৰ্চা কৰিবলৈ ধৰে আৰু ইয়াৰ প্ৰতি সকলোৰে দৃষ্টি আকৰ্ষণ কৰে। তেতিয়া স্বদেশপ্ৰেমৰ ঢৌ আহি গোটেই অসম খনক লগায়। অসমীয়া ডেকা তৰপৰ মনত আত্ম-সন্মানৰ ভাব জাগি উঠে আৰু সেই ডেকাসকলে নিজৰ ভাষাৰ উন্নতিৰ অৰ্থে বদ্ধ পৰিকৰ হয়।" এইদৰে বদ্ধ পৰিকৰ হোৱাসকলৰ মাজত নবীনচন্দ্ৰ বৰদলৈ-দেৱো আছিল এজন আগৰণুৱা।

আজিকালিৰদৰে সেই যুগত বিদগ্ধ পণ্ডিতৰ সংখ্যা নিচেই তাকৰ আছিল। কলিকতা বিশ্ববিদ্যালয়ে নবীনচন্দ্ৰক অসমীয়া সাহিত্যৰ স্নাতক মহলাৰ পৰীক্ষক নিযুক্ত কৰি তেওঁৰ অসমীয়া সাহিত্য-দক্ষতাৰ স্বীকৃতি দিছিল। অসমীয়া সাহিত্যৰ উপৰিও ইংৰাজী, বঙলা আৰু উৰ্দু ভাষাতো নবীনচন্দ্ৰৰ ভাল দখল আছিল। এই কথাৰ চিনাকি দিয়ে নবীনচন্দ্ৰই শ্বেক্সপীয়েৰৰ ইংৰাজীৰপৰা ভাঙনি কৰা কেবাখনো নাটকে আৰু উৰ্দুৰপৰা ভাঙনি কৰা 'হাতেমতাই' নামৰ পুথিয়ে। বঙলা ভাষা-সাহিত্য পঠন-পাঠন কৰিও নবীনচন্দ্ৰই আনন্দ লাভ কৰিছিল। তেওঁৰ ভাষণ আৰু ৰচনাত কথাই কথাই বঙলাৰপৰা কবিতাৰ উদ্ধৃতি দিছিল। বঙালী চাৰণ কবিসকলৰ গানবোৰ তেওঁৰ কণ্ঠস্থ আছিল। তেওঁৰ কেইফাকিমান প্ৰিয় বঙলা কবিতাৰ কলি ঃ

(১) হও ধৰমেতে ধীৰ, হও কৰমেতে বীৰ
হও উন্নত শিৰ, নাহি ভয়। (ৰবীন্দ্ৰ নাথ)

(২) সাবধান, সাবধান---
আসিসে নামিয়া ন্যায়েৰি দণ্ড
ৰুদ্ৰ, দীপ্ত, মূৰ্তিমান। (মুকুন্দ দাস)

(৩) সুখ-সভ্যতা ৰমণীৰ প্ৰেম
বন্ধুৰ কোলাকুলি
সব ফেলে দিয়ে এই মহাব্ৰত
মাথায় লয়েছি তুলি।

(৪) ও মা দিন ফুৰাল
সন্ধ্যাকালে কী দীপ জ্বালিয়া যাব ॥ (ৰবীন্দ্ৰ নাথ)

জয়জয়তে এইখিনিতে কৈ থ'ব খোজো যে বৰদলৈদেৱৰ সাহিত্য-প্ৰতিভাৰ পূৰ্ণাঙ্গ সমালোচনা দাঙি ধৰাটো এই প্ৰবন্ধৰ উদ্দেশ্য নহয়। কৰ্মবীৰৰ শতবাৰ্ষিকীত সেই কাম সাহিত্য-সমালোচকসকলে যথাস্থানত কৰিলে সুখী হ'ম। মই মাথোন জন্ম-শতবাৰ্ষিকী উপলক্ষে কৰ্মবীৰৰ সমগ্ৰ সাহিত্যৰ আভাস এটা দি স্বৰ্গগত মহান নেতাগৰাকীলৈ মোৰ শ্ৰদ্ধা-তৰ্পণ আগবঢ়াইছোঁ।

এতিয়া কৰ্মবীৰ নবীনচন্দ্ৰৰ সাহিত্য সম্পদৰাজি তিনি ভাগত ভগাই আলোচনা কৰা যাওক। যথা ঃ

(১) সংগীত আৰু কবিতা
(২) নাটক আৰু অভিনয়
(৩) কথা-সাহিত্য

## সঙ্গীত আৰু কবিতা

নবীনচন্দ্ৰই হাইস্কুলৰ নবমমান শ্ৰেণীত পঢ়োঁতেই 'ধৰ্ম-সংগীত' নামেৰে এখন গীতৰ পুথি যুগুত কৰি প্ৰকাশ কৰিছিল। পঞ্চ-কবিৰদ্বাৰা প্ৰণীত এই 'ধৰ্ম-সংগীত'ৰ অন্যতম আছিল সুকবি আনন্দচন্দ্ৰ আগৰৱালা। তেতিয়াৰপৰাই তেওঁ গীত আৰু কবিতা লিখিবলৈ আৰম্ভ কৰিছিল। ভাৰতীয় শাস্ত্ৰীয় সংগীতত তেওঁৰ দখল আছিল আৰু তেওঁ অসমৰ শংকৰী গীত-মাত আদিও গাই আনন্দ লাভ কৰিছিল। জীৱনৰ আগবয়সতে তেওঁ 'জয়মতী' আৰু 'গৃহলক্ষ্মী নাটকৰ কাৰণে আৰু পিচত 'কৃষ্ণলীলা' নাটকৰ কাৰণে গীত ৰচনা কৰাৰ উপৰিও কেইটামান ওখ খাপৰ অসমীয়া জাতীয় সংগীত ৰচনা কৰিছিল। ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাক যেনেকৈ 'আমি অসমীয়া নহওঁ দুখীয়া' আৰু 'অ' মোৰ আপোনাৰ দেশ' এই দুটা গীতৰ ৰচক হিচাপে এগৰাকী প্ৰখ্যাত অসমীয়া গীতিকাৰ হিচাপে ধৰোঁ সেইদৰে কৰ্মবীৰ বৰদলৈদেৱকো 'শ্যাম বৰণীয়া অসম আই ধুনীয়া' আৰু 'ডেকা গাভৰুৰ দল' কেৱল এই দুটা গীতৰ-পৰাই এগৰাকী বৰেণ্য গীতিকাৰ হিচাপে আদৰণি জনাব পাৰোঁ। গীত দুটিৰ প্ৰথম দুটা কলি ঃ

(১)

শ্যাম বৰণীয়া অসম আই ধুনীয়া
ভাৰতৰ নুমলী জী,
বীৰ সন্তানকে কোলাত তুলিলি
আজি তোৰ বিলাই কি ?

(২)

ডেকা-গাভৰুৰ দল !
বীৰ-বীৰাংগনাৰ দল !
নতুন তেজেৰে ৰাঙলী ৰূপহী
কৰহি ধৰণী তল।

এই দুটা বিখ্যাত গীতৰ উপৰিও আৰু দহ-বাৰটামান জাতীয় গীত কৰ্মবীৰে ৰচনা কৰিছিল। তেওঁ ৰচনা কৰা জাতীয় গীতকেইটা মন-প্ৰাণ উদ্দীপক। সেই-

বোৰত তেওঁৰ নিজৰ অন্তৰৰ আবেগ-অনুভূতিবোৰ ঢালি দিছিল। অসমীয়া সংগীতৰ বুৰঞ্জীত তেতিয়াও 'জ্যোতি যুগ' নৌ এখোন। বৰদলৈদেৱে সংগীতৰ ওজা লক্ষ্মীৰাম বৰুৱাৰ 'সংগীত কোষ'ত দুই এটা গীত ৰচনা কৰি অৰিহণা যোগাইছিল। বিহগী কবি ৰঘুনাথ চৌধাৰীদেৱৰপৰা শুনিছিলো, ১৯০১ চনত কটন কলেজ প্ৰতিষ্ঠা উৎসৱত 'সাদৰী'ত থকা 'আবাহন' নামৰ কবিতাটো গীত কৰি গাইছিল কবিয়ে নিজেই আৰু গীতৰ লগত হাৰমনিয়ম বজাইছিল নবীনচন্দ্ৰ বৰদলৈয়ে। সঙ্গীত ওজা লক্ষ্মীৰাম বৰুৱাৰ পিচৰ যুগত অম্বিকাগিৰি ৰায়চৌধুৰী, উমেশচন্দ্ৰ চৌধাৰী, পদ্মধৰ চলিহা, কমলানন্দ ভট্টাচাৰ্য আৰু নবীনচন্দ্ৰৰ দেশপ্ৰেমমূলক গীতবোৰেই ১৯২১ চনৰ অসহযোগ আন্দোলনৰ জাতীয়-যজ্ঞত ঘৃতাহুতি দিছিল। নবীনচন্দ্ৰই ৰচনা কৰা—

কোন ক'ত আছ জনমভূমিৰ
ভকত সন্তান
আজি আইৰ পূজা হ'ব
আহ লৈ আহ
কোনে কি কৰিবি দান।

যাৰ আছে সোণ, যাৰ আছে ৰূপ
আজলি ভৰাই আন
যাৰ একো নাই দিয়ক মাথোন
ব্যথিত হৃদয় দান।

এই গীতটো শুনি দেশপ্ৰেমী ৰাইজে হাঁহি হাঁহি দান-বৰঙণি আগবঢ়াইছিল; আইসকলেও হাতৰ-কাণৰপৰা এপদ দুপদ অলংকাৰ সোলোকাই কংগ্ৰেছৰ কৰণিত পেলাইছিল। এই গীতবোৰ ৰচনা কৰাৰ উপৰিও সুৰ দি কৰ্মবীৰে নিজে গাইছিল আৰু আনকো গোৱাইছিল। নবীনচন্দ্ৰ নিজেও এজন সুকণ্ঠী গায়ক আছিল। ১৯১৬ চনত গুৱাহাটীত গংগাগোবিন্দ ফুকন ডাঙৰীয়াৰ সভাপতিত্বত বহা অসম এছোচিয়েশ্যনৰ বছৰেকীয়া অধিবেশনত তেওঁ পৰিচালনা কৰি গোৱা পদ্মধৰ চলিহা ৰচিত তলত দিয়া 'চেনেহী জননী বন্দে' নামৰ গীতটোৰ—

ঘেৰিছে নিতে তব অতীত কীৰ্তি, মহানন্দে কত যুগ ধৰি।

গিৰি সন্ধ্যাচল, নবগ্ৰহ, উৰ্বশী, নীলাচল, উমানন্দে চেনেহী জননী বন্দে।

আদি কথাখিনি আজি প্ৰায় আঠৈকুৰি বছৰৰ পিচতো মোৰ কাণত ৰিণি ৰিণি বাজি আছে। কৰ্মবীৰ আছিল সংগীত প্ৰাণ। তেওঁৰ ঘৰখনো আছিল সংগীতময়। তেওঁ নিজে ৰাতি নৌপুৱাওঁতেই শয্যাতে প্ৰাৰ্থনা গীত গাইছিল ঃ

প্ৰাতঃ সময়ে যশোৱা জননী
মুখ চুম্বিত শ্যাম জগাৱনেকো।

এই প্ৰাৰ্থনা গীত গোৱাৰ পিচতহে তেওঁ শয্যা ত্যাগ কৰিছিল। সভা-সমিতি, বক্তৃতা আদিত সুৰুঙা পালেই তেওঁ গদ্ গদ্ কণ্ঠেৰে ঘোষা-কীৰ্তনৰ পদ, বৰগীত আদি গাই শ্ৰোতাক মুগ্ধ কৰিছিল। ৰবীন্দ্ৰ সংগীতৰো দুই-এফাকি গাই শুনাইছিল। চৰুৰ এটা ভাত পিটিকিলেই গোটেই চৰু ভাত সিজিছে নে নাই জানিব পাৰি। তেওঁ ৰচনা কৰা জাতীয় গীতবোৰৰ এটাৰ পটভূমিৰপৰাই আন-বোৰৰ উমান পোৱা যাব। পটভূমি তেওঁৰ নিজৰ কথাৰেই দিছোঁ—"দেশক ভাল পোৱা ডেকাদলে ইহকাল পৰকাল সকলো আশা-ভৰসা জলাঞ্জলি দি সেই যুঁজত জাঁপ দি পৰিছিল। জেল, স্বৰাজ-আশ্ৰমবিলাকত কত বীৰ শিশুৱে কত ৰাতি উজাগৰে হাতত দাগুা-বিড়িলৈ, ভৰিত শিকলি লৈ ভীষণ গৰমত নিশাটো মহৰ কামোৰ খাই কেৱল মুখত 'বন্দে মাতৰম' আৰু 'মহাত্মা গান্ধী কি জয়' ধ্বনি কৰি ৰাতি পুৱাই দিছিল। কত বীৰ শিশুৱে পিঠিত বেতৰ আঘাত লৈ বহুত সময়ত অনশনত কত ৰাতি কটাই দিছিল, তথাপি দেশমাতৃকাৰ মুখলৈ চাই লক্ষ্যভ্ৰষ্ট হোৱা নাছিল। তাকে দেখি শ্ৰীহট্ট জেলত থাকোতে সেই সুকুমাৰ স্বেচ্ছাসেৱকসকললৈ চাই মোৰ মনত স্বতঃস্ফূৰ্তভাৱে জাগি উঠিছিল এটা কবিতা—যুৱকবৃন্দলৈ চাই গাইছিলো—

নমো নমো নমো সাধনা দীপ্ত
 বীৰ কৰ্মীৰ দল।
নমো নমো যাৰ চৰণ পৰশে
 পূত ধৰণী তল।
অত্যাচাৰীৰ বিষম লাঞ্ছনা
 কত বিনিদ্ৰ ৰাতি।
কত অপমান কত অত্যাচাৰ
 ল'লা বীৰ মূৰ পাতি। ইত্যাদি।

এইদৰে মোৰ অন্তৰৰ ভক্তি নিবেদন কৰি ঈশ্বৰক প্ৰাৰ্থনা কৰিছিলো তেওঁ-লোকৰ কল্যাণৰ অৰ্থে এইসকলেই কংগ্ৰেছৰ উৎকৃষ্ট দান। এইসকল স্বাধীন-চেতা আজিও আছে।"

এতিয়া সংগীতৰ কথা এৰি কবিতালৈ আহোঁ। নবীন বৰদলৈৰ গীতবোৰো যে একোটা সুন্দৰ কবিতা সেই কথা নুই কৰিব নোৱাৰি। গীত বাদ দি কবিতা হিচাপেও নবীনচন্দ্ৰই ভালেমান কবিতা ৰচনা কৰিছিল। কলেজীয়া জীৱনতে তেওঁ 'কবিতা পুথি' নামেৰে এখন পুথি ৰচনা কৰিছিল ১৮৯৯ চন মানত। সি অৱশ্যে প্ৰকাশ নহ'ল। তেওঁৰ কেইবাটাও কবিতা তেতিয়াৰ 'জোনাকী', 'আসাম বান্ধৱ', 'চেতনা' আদি কাকতত প্ৰকাশ হৈছিল। সেইবোৰৰ নটা কবিতা পুৰণি আলোচনীৰপৰা বুটলি আনি তেওঁৰ জীয়াৰী শ্ৰীযুতা নলিনীবালা দেৱীৰ সংগৃহীত 'তীৰ্থযাত্ৰী'ত অন্তৰ্ভুক্ত কৰা হৈছে। নবীনচন্দ্ৰৰ মূল কবিতাৰ পুথিখন হাতেলিখা অৱস্থাতে বিলুপ্ত হ'ল। অসহযোগ আন্দোলনত পুলিচৰ গৰাহত পৰি থানথিত

হেৰোৱাৰ বাবে বহু লিখকৰ ৰচনা আৰু কাকত-পত্ৰৰ পাণ্ডুলিপি নষ্ট হৈছে। বৰদলৈদেৱে 'প্ৰেম পত্ৰ' নাম দি দুটা দীঘল কবিতা পূৰণি 'আসাম বান্ধৱ'ত প্ৰকাশ কৰিছিল। সেই কবিতাৰ ইতিবৃত্ত তেওঁ এইদৰে দিছে—"বহু শতাব্দীৰ পূৰ্বে ফৰাচী দেশৰ এজন ডাঙৰ মানুহৰ ছোৱালী এজনীৰ তেওঁৰ শিক্ষকৰ লগত গুপ্ত প্ৰণয় হয়। শিক্ষকজন অলপ তল শ্ৰেণীৰ মানুহ আছিল। এই কথা ব্যক্ত হ'লত ডাঙৰীয়াজনে আত্মগৌৰৱত বৰ আঘাত পাই ছোৱালীজনীক এটা কনভেন্টত ( Convent ) বন্দী কৰি থলে আৰু শিক্ষকজনক মানুহ লগাই অস্ত্ৰাঘাত কৰাই বহুত অপমান কৰালে। ছোৱালীজনীয়ে আৰু এই জীৱনত বিয়া নকৰালে। বহুদিন এইদৰে থকাৰ পিচত দুয়োৰো এবাৰ চিঠি-পত্ৰ লিখা-লিখি হৈছিল। এই বিষয়ে ফৰাচী ভাষাত এটা বৰ সুন্দৰ কবিতা আছে। লিখকে সেই গল্পটিলৈ স্বাধীন ভাবেৰে এই কবিতাটি লিখিছে।" বৰদলৈদেৱৰ স্বৰ্গাৰোহণৰ পিচত মই কবিতা দুটা 'আসাম বান্ধৱ'ৰ পৰা নকল কৰি শ্ৰীদীননাথ শৰ্মা সম্পাদিত 'আৱাহন' কাকতলৈ পুনৰ্মুদ্ৰনৰ বাবে পঠিয়াই দিছিলো। শিক্ষকে ছাত্ৰীলৈ লিখা কবিতাটো যথা সময়ত প্ৰকাশ হ'ল, কিন্তু তাৰ সমিধান স্বৰূপে ছাত্ৰীয়ে লিখা আনটো দীঘল কবিতা বাদ পৰিল। সেইটো কবিতা এতিয়া পাবলৈ নাই।

বৰদলৈদেৱৰ সকলো ৰচনাৰে ঘাই সুৰ দেশপ্ৰেম আৰু ভক্তি হ'লেও কবিতাত ইয়াৰ ব্যতিক্ৰম দেখা যায়। কবিতাৰাজিত প্ৰকৃতি নাইবা আন বিষয়ৰো পৰিলক্ষিত হয়। যেনে 'ধুমুহা' নামৰ কবিতাত ধুমুহাৰ সাৱলীল বৰ্ণনা আছে, মধুৰ তাৎপৰ্যও আছে।

প্ৰথমে গৰ্জন মাত ভয়ংকৰ
খঙৰ পাচত জুৰ।
বৈ আছে এনে স্বভাৱৰ গুণে
সুন্দৰ জগত পুৰ॥

উপদেশমূলক 'লাহে লাহে' কবিতাত কবিয়ে কৈছে—

লাহে লাহে আগবাঢ়া কৰি মন ডাঠ
আধৰুৱা এষাৰো নেৰিবা
তোমাৰ অধীন আজি বহু পুথি-পাঁজি
সময়ত আপুনি দেখিবা।

'শিশুৰ হাঁহি' আৰু 'শিশুৰ প্ৰথম বেজাৰ' নামৰ কবিতা দুটাত শিশুৰ প্ৰতি তেওঁৰ ভালপোৱাৰ ভাব ফুটি ওলাইছে।

ক'ত পালি তই ৰূপহী মইনা
এনে সুকোমল হাঁহি
ৰিব্ ৰিব্ কৰি বকি বকি থাকি
হাঁহি পেলা মন মুহি।
তোৰ সি হাঁহিত ফুটি উঠে ফুল
স্বৰগৰ জোন তৰা
তোৰ সি হাঁহিৰ জেউতিক লৈ
ধৰা জেউতিৰে ভৰা।

থোৰতে এই বিষয়ে ইমানকে ক'ব পাৰি যে কৰ্মবীৰ বৰদলৈদেৱ এজন ৰোমাণ্টিক-ধৰ্মী জাতীয়তাবাদী কবি হিচাপেও আমাৰ নমস্য। 'কেনাৰাম চোল' নামে এটা ব্যঙ্গাত্মক কবিতা 'বাঁহী'ত প্ৰকাশ হৈছিল। এই কবিতাটো আৰু আন এটা বিখ্যাত কবিতা 'অসমী আই' 'তীৰ্থযাত্ৰী'ত বাদ পৰিছে।

## নাটক আৰু অভিনয়

(১) জয়মতী (প্ৰথম দশকত অভিনীত)
(২) গৃহলক্ষ্মী (১৯১১ চনত প্ৰকাশিত)
(৩) কৃষ্ণলীলা (১৯৩২ চনত প্ৰকাশিত)
(৪) তৰুণ কাঞ্চন (ছেক্সপীয়েৰৰ Troilus and Cresida)
(৫) বিষাদ কাহিনী ( ,, King Lear)
(৬) দন্দুৰী দমন ( ,, Taming of the Shrew)
(৭) ভ্ৰান্তি বিনোদ ( ,, As you like it?)

কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ অসমৰ নাট্য-জগততো এখনি আছুতীয়া আসন আছে। তেওঁ যি সময়ত নাট্যকাৰ আৰু অভিনেতা হিচাপে অসমৰ নাট্য-জগতত প্ৰবেশ কৰিছিল, সেই সময়ত অসমীয়া নাটক আৰু ৰঙ্গমঞ্চৰ চালুকীয়া অৱস্থা। ঘাইকৈ পূজাৰ সময়ত ডেকাদলে অস্থায়ী নাটশাল সাজি অভিনয় কৰিছিল। গুৱাহাটীত স্থায়ীভাৱে কুমাৰ ভাস্কৰ নাট্য মন্দিৰ সজাৰ আগতে অঘৰী নাটশালে ঠায়ে ঠায়ে ভুমুকি মাৰিছিল। এনে অঘৰী নাটশালৰ লগতে নবীনচন্দ্ৰ বৰদলৈয়ো সক্ৰিয়ভাৱে জড়িত আছিল। পিচত অৱশ্যে ওকালতি আৰু ৰাজনীতিয়ে তেওঁক নাটশালৰপৰা আঁতৰাই আনিছিল। এই কথা কৃতজ্ঞতাৰে স্মৰণ কৰিব পাৰি যে বৰ্তমান কুমাৰ ভাস্কৰ নাট্য মন্দিৰ থিয় হৈ উঠিছে নবীনচন্দ্ৰ বৰদলৈয়ে দান কৰা তেওঁৰ নামৰ উগ্ৰতাৰা দেৱালয়ৰ পট্টাৰ মাটিত। কৰ্মবীৰ বৰদলৈদেৱ কামৰূপ নাট্য সমিতিৰ অন্যতম পৃষ্ঠপোষক আছিল। তেওঁৰ পুতেক উমেশ আৰু অপূৰ্ব এই নাট্য সমিতিৰ সক্ৰিয় সদস্য আৰু অভিনেতা আছিল। পুতেকহঁতৰ যোগেদি তেওঁ এই নাট্য সমিতিৰ সততে খা-খবৰ ৰাখিছিল।

গুৱাহাটীৰ অঘৰী নাটশালতে এদিন নবীনচন্দ্ৰ আৰু দাৰ্শনিক লিখক ৰাধানাথ ফুকনে যুটীয়াভাৱে ৰচনা কৰা 'জয়মতী' নাট মঞ্চত তোলা হৈছিল। নবীনচন্দ্ৰই সেই অভিনয়ৰ নায়ক গদাধৰৰ চৰিত্ৰ ৰূপায়িত কৰিছিল। ফুকন ডাঙৰীয়াই আমাক পত্ৰযোগে লিখি জনাইছিল যে নাটখনৰ গীতবোৰ ৰচনা কৰিছিল তেওঁ আৰু ৰচনবোৰৰ অধিকাংশই ৰচনা কৰিছিল নবীনচন্দ্ৰ বৰদলৈয়ে। এইখনেই জয়মতী কুঁৱৰীৰ ওপৰত লিখা প্ৰথম অসমীয়া নাটক। তদুপৰি যুটীয়াভাৱে ৰচনা কৰা হ'লেও এইখনেই নবীনচন্দ্ৰৰ ৰচনাৰ প্ৰথম নাটক।

জয়মতী

তাৰ পিচতে বৰদলৈয়ে লিখা 'গৃহলক্ষ্মী' নামৰ দ্বিতীয়খন নাটক প্ৰকাশ হৈছিল ১৯১২ চনত। এই শতিকাৰ দ্বিতীয় দশকত 'গৃহলক্ষ্মী' নাট অসমৰ বহু মঞ্চত অভিনীত হৈছিল। নাটখনি বৰ্তমানে দুষ্প্ৰাপ্য। ভালদৰে বিচাৰ-খোচাৰ কৰি চালে ক'ৰবাত চুকে-কোণে পোৱা যাব পাৰে। ল'ৰাকালতে গুৱাহাটীৰ নাটঘৰত মই 'গৃহলক্ষ্মী'ৰ অভিনয় দেখা পাইছিলোঁ। সেই অভিনয়ৰ যিকণ ক্ষীণ স্মৃতি আজি মোৰ মনত পৰে তাৰ সহায়তে ক'ব পাৰোঁ যে হেমচন্দ্ৰ বৰুৱাই 'কানীয়া কীৰ্তন' লিখিছিল কানিক বিষয়বস্তু কৰি আৰু নবীনচন্দ্ৰই মদক বিষয়-বস্তু কৰি লিখিছিল 'গৃহলক্ষ্মী'। 'গৃহলক্ষ্মী' এখন সামাজিক ঘৰুৱা নাট। এজন মদাহী স্বামীয়ে ঘৰ এখনত কেনেদৰে অশান্তিৰ সৃষ্টি কৰিছিল আৰু তেওঁৰ সহন-শীলা সহধৰ্মিণীয়ে গৃহলক্ষ্মীস্বৰূপে কেনেদৰে স্বামীৰ মনলৈ পৰিবৰ্তন আনিছিল, সেই কথাকে নাটখনিত ৰূপায়িত কৰা হৈছে। নাটখন ৰচনাৰ সময়ত গান্ধীৰ মদ নিবাৰণ আন্দোলনৰ জন্ম হোৱা নাছিল। তেতিয়াই যে কৰ্মবীৰৰ অন্তৰত সমাজৰ অনিষ্টকাৰক এই বিহপানীটোপাৰ অপকাৰিতালৈ দৃষ্টি আকৰ্ষিত হৈছিল 'গৃহলক্ষ্মী'য়ে তাৰে সাক্ষ্য বহন কৰিছে।

গৃহলক্ষ্মী

নবীনচন্দ্ৰ বৰদলৈ শ্ৰীহট্টৰ জেলত থাকোঁতেই ছেক্সপীয়েৰৰ তিনিখন নাটকৰ অসমীয়ালৈ ভাঙনি কৰে। নাটকেইখনৰ নাম ওপৰত দিয়া হৈছে। 'তৰুণ কাঞ্চন' নামৰ নাটখন মাথোন 'আৱাহন'ত ছোৱা-ছোৱাকৈ প্ৰকাশ হৈছিল। বাকী কেইখনে ছপাৰ পোহৰ দেখা নাই, দেখিবৰ আগন্তুকো নাই।

নবীনচন্দ্ৰ বৰদলৈৰ শ্ৰেষ্ঠ নাটকখন হৈছে 'কৃষ্ণলীলা' (কৈশোৰ খণ্ড); এইখন নাটকেই কৰ্মবীৰ বৰদলৈক নাট্যকাৰ হিচাপে প্ৰতিষ্ঠা কৰিবলৈ যথেষ্ট। নাটখন পৌৰাণিক, ভক্তিমূলক, কিছু পৰিমাণে যাত্ৰাধৰ্মী। বিষয়বস্তু ঘাইকৈ কংসবধ, কুবলয় বধ আদি কীৰ্তনত থকা মনোৰম অধ্যায়ৰ কথাও ইয়াত পোৱা যায়। ভাগৱত পুৰাণৰ কাহিনীৰ ওপৰত ভেজা লৈ নাটখন ৰচনা কৰা হৈছে। কিন্তু নাটখন ৰচনা কৰা হৈছিল জেলৰ ভিতৰত। সেই কাৰণে নাট্যকাৰে হাতে ঢুকি পোৱাতে ভাগৱত, কীৰ্তন আদি পুথিবোৰ নাছিল নিশ্চয়। সেই বাবে নাটখনৰ কাহিনীৰ কোনো কোনো ঠাইত আউল লাগিছে। আজিৰ প্ৰবন্ধত দোষবোৰ খুচৰি চোৱা আমাৰ উদ্দেশ্য নহয়। মুঠতে এই কথা ক'ব পৰা যায় যে 'কৃষ্ণ-লীলা' এখন সফল ভক্তিমূলক নাট। ইয়াৰ যোগেদি 'কৃষ্ণ ভগৱান স্বয়ং' এই ভাবটো ফুটাই তুলিবৰ বাবে যত্ন কৰা হৈছে। নাটকৰ গীতবোৰ সুৱলা আৰু সুললিত। অমিত্ৰাক্ষৰ ছন্দত লিখা এই নাটত নাট্যকাৰ বৰদলৈৰ অভিনয়-

কৃষ্ণলীলা

প্ৰতিভা আৰু কবি-প্ৰতিভাৰ চিনাকি গীতবোৰত আৰু বচনবোৰত পোৱা যায়। দুই এটা চানেকী তলত তুলি দিছোঁ।

(১) ৰূপালী যমুনা ধল জোনাকত জলমল
বৈ যায় সুবিমল ৰূপালী ৰহণে হাঁহি
পিউ পিউ পাপিয়াৰ কুঁহু কুঁহু কোকিলৰ
কেতেকীৰ সুধাধাৰ বতাহত আহে ভাহি
মধুময় বসন্তৰ সুখ শোভা মনোহৰ
প্ৰেমে প্ৰাণ জৰজৰ আহাঁ প্ৰিয় ৰসময়
তোমাৰ পৰশ লাগি জীৱন উঠিছে জাগি
প্ৰভু লোৱা উপহাৰ জীৱনৰ সুধাধাৰ।

(২) কৃষ্ণ। গোপিনীসকল সখী, জীৱাত্মা-ৰূপিনী
সমস্ত ব্ৰহ্মাণ্ড লীলাভূমি তোমাসাৰ
প্ৰত্যেক জীৱই হিয়া মোকলাই চালে
দেখা পাব গোপিনী ৰূপিনী জীৱাত্মাক।
প্ৰত্যেক উশাহ জীৱাত্মাৰ হাকুলি
বিকুলি মাথো, মিলিবলৈ পৰমাত্মা
মহাকালৰূপী সহ। মোৰ সতে সখী
যি মহামিলন আজি গোপ-গোপিনীৰ
সি যে পৰমাত্মা জীৱাত্মাৰ অপূৰ্ব
সংযোগ। পূৰ্ণৰ লগত পূৰ্ণৰ মিলন
বিৰহবিহীন অনন্ত অনন্ত যুগব্যাপী।

(৩) কৃষ্ণ। এই প্ৰেমপূৰ্ণ
মৰম চেনেহ ভৰা বুকৰ উমত
সংসাৰ পাহৰি নিৰ্ভয়ে কটালোঁ ৰাতি।
স্বৰগৰ অমৃত সুৰদি আপোনাৰ
স্তন্য কৰি পান ডাঙৰ দীঘল হলোঁ।
মাতৃস্তন্য কি অমৃত কি পবিত্ৰ কিবা
প্ৰেমৰ নিজৰা। নিজ ৰক্ত প্ৰেমৰূপে
হই বিগলিত মন্দাকিনীৰূপে বৈ
সন্তানক জীৱন যোগায়। অমৃতময়ী
তুমি সেই মা মোৰ। তুচ্ছ তীৰ্থভূমি
তুচ্চ তপজপ আমাৰ মনত। এই
মাতৃৰ চৰণ জগতৰ সাৰ তীৰ্থ।

(৪) শ্ৰীদাম। এৰি দে দুৱাৰ এৰি দে দুৱাৰ
এৰি দে দুৱাৰ দুৱৰী
বহু আশা কৰি আহিছোঁ আমি
চাম চকু ভৰি শ্ৰীহৰি।
ৰাজদৰশন নালাগে আমাক
গৰখীয়া আমি দুখীয়া
প্ৰাণৰ পৰাণ মোহন কানুক
দেখুৱা, দুৱৰী দেখুৱা।

তাহানিৰ গুৱাহাটী সন্মিয়া সন্মিলনীৰ অধিবেশনত দুবাৰো এই নাটৰ কেইটামান দৃশ্য বৰদলৈদেৱৰ পৰিচালনাত অভিনীত হৈছিল।

## কথা-সাহিত্য

(১) হাতেমতাই
(২) অনিতা গেৰিবল্ডি
(৩) ঈছপৰ সাধু
(৪) বিষাদ-শান্তি
(৫) শেৱালি (উপন্যাস)
(৬) ভাষণসমূহ

'হাতেমতাই'খন মূল উৰ্দুৰপৰা অনূদিত। এইখন আৰু 'অনিতা গেৰি-বল্ডি' পুথিৰ আকাৰত তাহানিয়েই প্ৰকাশ হৈছিল; এতিয়া প্ৰায় দুষ্প্ৰাপ্য। 'ঈছপৰ সাধু' এখনো লিখিছিল। সবিশেষ নেজানো। বহুতে হয়তো নেজানে আৰু আনকি 'স্মৃতিতীৰ্থ'তো উল্লেখ কৰা হোৱা নাই যে বৰদলৈদেৱে কৰ্মব্যস্ত জীৱনৰ মাজতে অসমীয়া গাঁৱলীয়া জীৱনৰ পটভূমিত 'শেৱালি' নামৰ উপন্যাস এখন ৰচনা কৰি হোৱা-হোৱাকৈ অম্বিকাগিৰিৰ 'চেতনা' আলোচনীত প্ৰকাশ কৰি-ছিল। সেই 'চেতনা' কাকতে তেওঁ শ্ৰীহট্ট জেলৰপৰা জীয়াৰী নলিনীবালা দেৱীলৈ লিখা 'বিষাদ-শান্তি' নামৰ এলানি চিঠিও প্ৰকাশ হৈছিল। কুমলীয়া নাতি পুতলীৰ অকাল মৃত্যু হোৱাত বৰদলৈদেৱে শোকত জৰ্জৰিত হৈছিল যদিও গীতাৰ অমোঘ বাণীৰ সহায়ত ধৈৰ্য ধৰি পুত্ৰশোকাতুৰা কন্যাক বুজনিৰ শান্তিজল ছটিয়াই এই চিঠিবোৰ লিখি পঠিয়াইছিল। তত্ত্বমূলক প্ৰতিখন চিঠিত অন্তৰৰ ধৰ্মীয় ভাবৰ গভীৰ উপলব্ধি থকাৰ উপৰিও উচ্চ সাহিত্যৰো উপাদান আছে। পুথিৰ আকাৰত ছপাই উলিয়াব পাৰিলে ই নিশ্চয় অসমীয়া পত্ৰ-সাহিত্যৰ জেউতি চৰালেহেঁতেন। ইচ্ছা কৰিলে এতিয়াও 'শেৱালি' আৰু 'শোক-শান্তি' পুথিৰ আকাৰত

ছপাই উলিয়াব পাৰি। জোনাকী, বাঁহী, আসাম বান্ধৱ, চেতনা, মিলন আদিত সিঁচৰতি হৈ থকা প্ৰবন্ধ, কবিতা আদিও একত্ৰে উলিয়াব পৰা হলে ভাল হ'ল-হেঁতেন। কিন্তু মেকুৰীৰ ডিঙিত টিলিঙা আঁৰিব কোনে ?

তলত তেনে প্ৰবন্ধৰ অসম্পূৰ্ণ তালিকা দিয়া হ'ল ঃ

(ক) পুৰণি অসমীয়া ভাষা আৰু সাহিত্য
আসাম বান্ধৱ—১ম বছৰ ৮১, ১০৮

(খ) কবি শ্ৰীশঙ্কৰদেৱ
চেতনা—১ম বছৰ ২৯, ২৭৩, ৩৩৫, ৩৫১

(গ) দীপিকা ছন্দ আৰু শ্ৰীযুত পদ্মনাথ শৰ্মাৰ প্ৰতিবাদ
বাঁহী—৮ম বছৰ ৩৭৪

(ঘ) বৈষ্ণৱ কবি শ্ৰীমাধৱদেৱ
মিলন—৩য় বছৰ ২৩৪

(ঙ) অসমত বঙাল খেদা আন্দোলন
আৱাহন—৭ম বছৰ, ৫ম সংখ্যা।

বৰদলৈ-ফুকন যি যুগৰ মানুহ সেই যুগত 'মাইক' নাছিল, 'টেপ ৰেকৰ্ডাৰ' নাছিল। টেপ কৰি ৰখাৰ ব্যৱস্থা থকা হ'লে বৰদলৈ-ফুকনৰ বিভিন্ন সভাৰ ভাষণবোৰ আজি আমি সংৰক্ষিত অৱস্থাত পালোহেঁতেন আৰু সেইবোৰ নিশ্চয় আমাৰ সাহিত্যৰো দামী আৰু নামী সম্পদ হ'লহেঁতেন। যি এবাৰ সেই ভাষণ শুনিছিল তেওঁহে ক'ব পাৰিব সেইবোৰৰ মূল্য আৰু মাদকতা কিমান। বৰদলৈ-দেৱে দেশৰ বিভিন্ন সমস্যা আৰু বিশেষকৈ শঙ্কৰ-মাধৱৰ তিথিত দিয়া বক্তৃতা-বোৰ অতিশয় মৰ্মস্পৰ্শী আৰু তথ্যসমৃদ্ধ হৈছিল। বক্তৃতাৰ মাজে মাজে খাপ খুৱাই ইংৰাজী, বঙলা আদি সংযোগ কৰাৰ উপৰিও ঘোষা-কীৰ্তন আদিৰপৰা উদ্ধৃতি দি আৰু বৰগীত আদি গাই তাৰ মূল্য বহুগুণে বৃদ্ধি কৰিছিল।

## উল্লেখযোগ্য ভাষণ আৰু ৰচনাসমূহ

(ক) অসম ছাত্ৰ সন্মিলনৰ সভাপতিৰ অভিভাষণ (শিৱসাগৰ অধিবেশন)
(খ) কলিকতা এ.এছ. ক্লাবৰ ভাষণ
(গ) কংগ্ৰেছৰ সোণালী জয়ন্তী অধিবেশনৰ ভাষণ
(ঘ) ছিলং আৰু দিল্লীৰ ব্যৱস্থাপক সভাৰ বক্তৃতা
(ঙ) গুৱাহাটী কাৰ্জন হলত মাধৱদেৱৰ তিথিত দিয়া ভাষণ

ইয়াৰ ভিতৰত ছাত্ৰ সন্মিলনৰ মূল ভাষণ আৰু সামৰণি ভাষণ আমাৰ দ্বাৰা সংকলিত 'ভাষণমালা'ত সম্পূৰ্ণকৈ পোৱা যাব। অসমত বঙাল খেদা আন্দোলন নামৰ প্ৰবন্ধটো বঙলা ভাষাত লিখা, প্ৰকাশ হৈছিল কলিকতাৰ আনন্দ-

ৰাজাৰ পত্ৰিকাত। তাৰ অসমীয়া অনুবাদ পোৱা যাব পূৰণি 'আৱাহন' কাকতত। বাকীবোৰৰ অংশবিশেষ অ'ত ত'ত সিঁচৰতি হৈ আছে নাইবা একেবাৰে বিলুপ্ত হৈছে।

ছাত্ৰ সন্মিলনৰ মূল্যবান অভিভাষণখন গুণাগুণৰ বিষয়ে বিবৰি প্ৰবন্ধ ভাৰাক্ৰান্ত নকৰোঁ। ভাব, ভাষা সকলোফালৰপৰাই এই ভাষণ অতি বিতোপন। এতিয়া পাঠকে নিজেই চাকি চাই ৰস আস্বাদন কৰক। মই মাথোন ইমানকে ক'ব খোজোঁ যে এই আবেগ-অনুভূতি আৰু জাতীয় ভাবেৰে চহকী এই ভাষণখনি কৰ্মবীৰৰ শ্ৰেষ্ঠ ৰচনাৰ নিদৰ্শন আৰু লেখত ল'বলগীয়া অসমীয়া ভাষণসমূহৰ অন্যতম।

বৰদলৈদেৱে ডায়েৰীও লিখিছিল। নলিনীবালা দেৱী ৰচিত 'স্মৃতিতীৰ্থ'ত অংশবিশেষ তুলি দিয়া হৈছে। মূল ডায়েৰীখন কি হ'ল জনা নেযায়। কৰ্মবীৰে ছেগা-চোৰোকাকৈ বুৰঞ্জী গৱেষণাও কৰিছিল। সেইবোৰ পূৰণি আলোচনীৰ পাততে জহি-সৰি গ'ল বুলি ক'ব পৰা যায়।

## বৰদলৈৰ বাণী

দেৱতাৰ ফুল দেৱতাক নিবেদন কৰাৰ নিচিনাকৈ মযো কৰ্মবীৰৰ ৰচনা আৰু বচনৰ অমূল্য বাণীসমূহ বাছি উলিয়াই প্ৰবন্ধৰ সামৰণি মাৰি এইধাৰি মুকুতামালা পুণ্যস্মৃতিত নিবেদন কৰিলোঁ। এই বাণীসমূহেই কৰ্মবীৰৰ প্ৰকৃত মানুহজনক চিনি পোৱাত সহায় কৰিব বুলি আমাৰ বিশ্বাস।

১। মোৰ জনমভূমি! তুমি মোৰ স্নেহশীলা আইৰো জননী।

২। আমাৰ প্ৰাণত আদ্যাশক্তি আয়ে চিৰশান্তি দিব।

৩। সুজলা-সুফলা মাতৃমূৰ্তি মূৰ্ত। ভক্তই তাক দেখা পায়।

৪। দুখুনী জনমভূমি আই মোৰ! তুমিয়ে স্বৰ্গ, তুমিয়ে মোক্ষ, তুমিয়ে মোৰ জগদ্ধাত্ৰী।

৫। চিতোৰেশ্বৰীয়ে মহাৰাণা প্ৰতাপসিংহক দেখা দিছিল, ই কবিৰ কল্পনা নহয়।

৬। শত ৰাজকীৰ্তিৰে, শত গৌৰৱেৰে মণ্ডিত শিৱসাগৰ যে অসমীয়াৰ বৰ গৌৰৱৰ ঠাই।

৭। ভাৰতবৰ্ষ তপস্যাৰ ভূমি হ'লেও কৰ্মৰো ভূমি।

৮। মহাভাৰত অপূৰ্ব গ্ৰন্থ। এই গ্ৰন্থত সম্পূৰ্ণকৈ ভাৰতীয় সংস্কৃতিয়ে বিকাশ লাভ কৰিছে।

৯। সকলো শিক্ষাৰ আগতে ভাৰতীয় শিশুৰ মহাভাৰত আৰু ৰামায়ণৰ শিক্ষা হ'ব লাগে।

১০। ভয় নাই, ভয় নাই, গোবিন্দই ৰক্ষা কৰিব।

১১। মই সাত বছৰ বয়সত প্ৰায় এমাহে ৰামায়ণ পঢ়ি শেষ কৰোঁ। সেইদিনা আয়ে ধুমধামকৈ সবাহ পাতি মানুহক জলপান খুৱাইছিল।

১২। সকলোৰে জাতীয় ভাবত উদ্বুদ্ধ হৈ ক্ষুদ্ৰ স্বাৰ্থ আৰু সংকীৰ্ণ পক্ষ-পাতিতা এৰিলেই দেশৰ মঙ্গল হ'ব।

১৩। সীতা-সাবিত্ৰীৰ আদৰ্শৰে ভাৰতবৰ্ষৰ ছোৱালীৰ নৈতিক জীৱন গঢ়ি উঠক।

১৪। মই এজন মানুহ। এই আত্ম-সন্মান ভাব ডাঙৰ সৰু সকলোৰে গাত আছে বুলিয়েই ইংলণ্ডই আজি ইমান উন্নতি কৰিব পাৰিছে।

১৫। আমাৰ দেশৰ মানুহৰ যে আত্ম-সন্মানবোধ কম সেই কথা নুই কৰিব নোৱাৰি।

১৬। যেতিয়া মই জালিয়ানৱালাবাগৰ নিষ্ঠুৰ অত্যাচাৰৰ কথা শুনিলোঁ, বিশ্বকবি ৰবীন্দ্ৰনাথৰ নাইট উপাধি বৰ্জনৰ কথা শুনিলোঁ, মই তেতিয়া চাহাবী চলন-ফুৰণ এৰি পেলালোঁ। (A slave is always a slave) দাস সদায় দাসেই।

১৭। বৃটিছ শাসনকৰ্তাসকলৰ মনোভাৱ আছিল আমাক সঙ্গীনেৰে শিক্ষা দিয়া।

১৮। আমাৰ কানীয়াকেইটা নাথাই মৰি গ'লেও দেশখন চলিব পাৰিব।

১৯। টেঁটুত গলগ্ৰহ হৈ বাহিৰৰ ঢোকা-ভেজাৰে সদায় চলি থাকিবৰ ইচ্ছা নাই। সেই কাৰণে আমাক পেট্ৰলৰ টকাখিনি লাগে।

২০। অসমীয়া জাতি বুৰঞ্জী আৰু সাহিত্যৰে চহকী এটা সুকীয়া জাতি।

২১। মোৰ দেশৰ ছাত্ৰবিলাকক লৈয়েই মোৰ জীৱনৰ খেলা।

২২। জীৱনৰ সকলো শিক্ষাৰ ওপৰৰ শিক্ষা অহিংসা দেৱ ভাৱ।

২৩। মোৰ দেশৰ ধ্ৰুব প্ৰহলাদ স্বৰূপ তপস্বী বালকসকল! মোৰ অন্তৰৰ গভীৰ শ্ৰদ্ধা মই বিনয় নম্ৰ মস্তকে তোমালোকক জনাওঁ।

২৪। বৰ ভাল পাওঁ মই মোৰ দুখীয়া ভাই-ভনীবিলাকৰ সহজ-সৰল জীৱন।

২৫। আটাইতকৈ ভাল পাওঁ মোৰ সাতপুৰুষীয়া ভগা পঁজাটিক।

২৬। জাতীয় গৌৰৱেৰে মোৰ দেশ মণ্ডিত।

২৭। বহু শতাব্দীৰ পিচত একোজন মহাজন মহামানৱ আহি জগতত এছাটি পোহৰ দি তাৰ ৰশ্মি দিগ্ দিগন্তত বিকীৰ্ণ কৰি শত শতাব্দী ব্যাপ্ত কৰি থৈ যায়।

২৮। জাতীয় উন্নতিৰ পৰিপন্থী, সম্প্ৰদায় আৰু শ্ৰেণীগত হিংসা-দ্বেষ, প্ৰেমৰ মন্দাকিনী ধাৰাত ভাহি যাওক।

২৯। চাহ বাগিচা এখন চহৰৰ নিচিনা।

৩০। মানৱৰ ভিতৰত নৰনাৰায়ণৰ মূৰ্তি বিলাতত উপলব্ধি কৰিলোঁ।

৩১। কিহৰ বুঢ়া দেখিছা হে? তোমাৰ দৰে জুহালৰ কাষত বহি উম লৈ থাকিলেহে হ'ব, মই নোৱাৰোঁ তেনেকৈ থাকিব।

৩২। হেৰা, বিহু খাবলৈ আনক মাতা নামাতা—মোৰ সন্ন্যাসী ল'ৰা দুটাক (অমিয়কুমাৰ দাস আৰু হেমচন্দ্ৰ বৰুৱা) মাতিবলৈ নাপাহৰিবা দেও।

৩৩। ভাৰতত সত্ত্ব, ৰজ, তম তিনিও গুণবিশিষ্ট মানুহ চিৰকাল আছিল, আজিও আছে।

৩৪। হিন্দুৱেই হওক বা মুছলমানেই হওক, লুণ্ঠনকাৰী আৰু গুণ্ডাবিলাক লুণ্ঠনকাৰী আৰু গুণ্ডাই।

৩৫। জ্ঞান-বুদ্ধিৰে যিটো কৰ্তব্য বুলি জানা সেইটো কৰ্তব্য বুদ্ধিৰে কৰি যাব লাগে।

৩৬। ভাৰত মোৰ ত্যাগৰ ঠাই। কোনো দিনেই আলস্যৰ ঠাই নাছিল।

৩৭। মোৰ সকলো গৰ্ব চূৰ্ণ কৰি তোমাৰ চৰণ তললৈ টানি নিয়া প্ৰভু।

৩৮। ডেকা-গাভৰুৰ দল, নতুন তেজেৰে ৰাঙলী ৰাপহী কৰহি ধৰণী তল।

৩৯। কেতিয়াবা যদি পৃথিবীত শান্তি হয় সি হ'ব বহল একতাৰপৰা।

৪০। জগতৰ পাপ অমংগল সকলো দূৰ কৰি শান্তি আনা প্ৰভু।

# অহিংস যুদ্ধৰ অন্যতম সেনাপতি

**নীলমণি ফুকন**

মহাত্মাই যেতিয়া অসহযোগ আন্দোলন আৰম্ভ কৰিলে তেতিয়া দেশে কিয়, কংগ্ৰেছ মহাসভায়ো 'অসহযোগ অহিংস যুদ্ধ' বস্তুটো কি ভালদৰে বুজিব নোৱাৰি একৰকম আচৰিত হৈছিল। আচৰিত হ'বৰ কথাও। যেকলেই ইংৰাজ জাতিয়ে ভাৰতক সাম্ৰাজ্যবাদী জাতি এটাৰ শাসন-শোষণৰ নিৰাপদ ঠাই কৰিবলৈ পশ্চিমীয়া সভ্যতাৰ আদৰ্শত এদল লোক গঢ়ি তুলিবলৈ ইংৰাজীৰ মাধ্যমেৰে শিক্ষা দিব লাগে যিটো দলে তেতিয়া নিজৰ 'জাতি-ভাই'তকৈয়ো পশ্চিমীয়া শাসক জাতিকেই অনুকৰণ কৰি, তেওঁলোকহে যেন বেছি আপোন এনে অনুমান কৰিব বোলা বিধৰ ওপৰ খাপৰ শিক্ষিত লোকৰ নেতৃত্বতেই কংগ্ৰেছ মহাসভা চলিছিল। দেশৰ শাসক জাতিৰ মাইহাঙৰপৰা পেলাই দিয়া এমুঠি 'প্ৰসাদ' খাবলৈ পালেই যেন অমৃত খোৱাৰ তৃপ্তি পোৱা যায়—এইদৰে ভবা একৰকম মানসিক ৰোগগ্ৰস্ত বেছিভাগ লোকৰ হাততেই কংগ্ৰেছ মহাসভাখন চলি আছিল। তাৰ ভিতৰতেই আঙুলিমূৰত লেখিব পৰা যি কেইজন মেধাবী, দূৰদৰ্শী, জাতীয়প্ৰাণৰ নাড়ীজ্ঞান বুজিব পৰা নেতা আছিল, তেওঁলোকৰ বাবেই কংগ্ৰেছে এনে এটা আন্দোলনৰ মাজেদি বৃটিছ সিংহৰ লগত অলপ থপিয়াথপি কৰিবলৈ সাহ কৰিব পাৰিছিল। এই সন্ধিক্ষণত দক্ষিণ আফ্ৰিকাৰ উগ্ৰ সাম্ৰাজ্যবাদী শ্বেতাঙ্গসকলৰ লগত 'ভাৰতীয় কুলি' এটাই এনে এটা আন্দোলনৰ মাজেদি ভাৰতীয় 'কুলি' দলক ৰক্ষা কৰিবলৈ যি মন্ত্ৰ উলিয়াইছিল সেই গায়ত্ৰী মন্ত্ৰকে বোধহয় তেতিয়াই মনে মনে জপি আহি মহাত্মা গান্ধী ভাৰতত উপস্থিত হয়হি। তেওঁৰ 'ৰাজনৈতিক গুৰু' মহামতি গোখলেৰ আহ্বান পাই গান্ধীয়ে নিজেও এই কামত আৰু বেছি অনুপ্ৰেৰণা লাভ কৰে। এই অভিনৱ পন্থাৰে বোম্বাইৰ অপাৰ সাগৰৰ তীৰত সেই পশ্চিম দেশলৈকে মুখ কৰি অসহযোগ আন্দোলনৰ সঙ্কল্প তেওঁ এই বুলি ঘোষণা কৰে—"মোৰ এই আন্দোলনত কোনো এজনেও যদি যোগদান নকৰে আৰু এই আন্দোলন পৰিহাৰ কৰিলে কোনোৱে যদি কয়—তোমাৰ দুহাতত চন্দ্ৰ-সূৰ্য আনি দিম, তেতিয়া মই তাক প্ৰত্যাখ্যান কৰিম, আৰু কোনেও মোৰ লগত সহযোগ নকৰিলেও দিনে-ৰাতিয়ে ক'ম যে মোৰ এই আন্দোলন অকলেই চলাম, ব্যৰ্থ হ'বলৈ নিদিওঁ।"

এদিনৰ, মখ্‌মলৰ কোট-পেণ্ট পিন্ধা বেৰিষ্টাৰ মিঃ এম. কে. গান্ধী ১৯২১ চনত এই অসহযোগ আন্দোলনৰপ নেতাস্বৰূপে কৌপিনধাৰী বিষ্ণুৰে লোকালোক অন্ধকাৰ ভেদ কৰিবলৈ হাতত সুদৰ্শন চক্ৰৰ পোহৰতে যোৱাৰ দৰে হাতত সূতা কটা যঁতৰ লৈ খৰম পিন্ধি খোজ কাঢ়ি ফুৰা চাৰ্চিলৰ 'উলঙ্গ ফকীৰ' জনক 'বাকিংহাম পেলেচ'ৰ খট্‌খটীয়েদি সসাগৰা পৃথিবীৰ ৰাজেশ্বৰ সম্ৰাট পঞ্চম জৰ্জে আগবঢ়াই আদৰি নিছিল।

বিপ্লৱ কথাটোৱেই সময় সাপেক্ষ; কাজেই সময়েই বিপ্লৱৰ নেতাজনকো লগতেই ধুমুহাৰ দৰে হিলদল ভাঙি লৈ আহে। এইজন ব্যাৰিষ্টাৰে 'মহাত্মা গান্ধী' স্বৰূপে আবিৰ্ভাৱ হৈ আকৌ ইতিহাসেও কল্পনা কৰিব নোৱাৰা বিনা ৰক্তপাতে অহিংস যুদ্ধ দি ভাৰতৰ কিয়, সমস্ত জগতৰ জাতি গোষ্ঠীক কেৱল ৰাজনৈতিক পৰাধীনতাই নহয়, সামাজিক আৰু অৰ্থনৈতিক পৰাধীনতা, তাতোকৈ মহাপাপ 'বৰ্ণভেদ' অস্পৃশ্যতাৰপৰা মুক্ত কৰি মানৱ ধৰ্ম প্ৰতিষ্ঠাপিত কৰি গ'ল। আজি মহামানৱৰ মহান আত্মাৰ পৰশ বিচাৰি মানৱাত্মাই ঢাকুৰি ফুৰিবলগীয়া হৈছে।

অসমৰো তিনিজন পশ্চিমীয়া সভ্যতাৰ আদৰ্শত বিশ্বাস ৰাখি চলা লোকে এইজনা মহাত্মাৰ দৈৱিক সংস্পৰ্শৰ ফলস্বৰূপে অসমত অসহযোগ আন্দোলনত জপিয়াই পৰে, আৰু মহাত্মাৰ আদৰ্শ কাৰ্যপন্থাই চুম্বকে টানি নিয়াৰ দৰে টানি লৈ যায়। তেওঁলোক হ'ল, বিলাতী ধৰণ-কৰণত বিলাসীতাৰ মাজত চলন-ফুৰণ কৰা বেৰিষ্টাৰ প্ৰাতঃস্মৰণীয় দেশনেতা টি. আৰ. ফুকন, হাইকোৰ্টৰ এডভোকেট নবীন-চন্দ্ৰ বৰদলৈ আৰু সেই সময়ত নোপোৱাই পোৱা হাকিম পদত অধিষ্ঠিত কুলধৰ চলিহা হাকিম চাহাব। এই ত্ৰিমূৰ্তিয়েই অসমত অসহযোগ আন্দোলনৰ একৰকম 'ত্ৰিবেণী সঙ্গম' আনিলে। এই সঙ্গমত তেওঁলোকৰ পৌৰিহিত্যতেই অসমৰ তৰুণ শক্তি, নাৰী শক্তি, নিৰক্ষৰ জনতাৰ নিষ্ক্ৰিয় হৃদয়ত এটি নৈতিক সাহস আৰু জাগৃতি আহি তেওঁলোকক সচেতন আৰু স্বাধীন জীৱনৰ বাবে উদ্বেলিত কৰি তোলে। এই সঙ্গমত তেওঁলোকে লানি-নিচিগাকৈ ধাউতিৰে গৈ স্নান-পান-অৱগাহন কৰি সুস্থ দেহা, সুস্থ মন আৰু নিজেও বুজিব নোৱাৰা এটি আধ্যাত্মিক আৰু নৈতিক বল লাভ কৰিলে আৰু যেন সেই মুহূৰ্ততেই মানুহৰ জীৱনত সৰ্ববিধ পৰাধীনতাৰপৰা মুক্তি পোৱা কথাষাৰৰ মৰ্ম তেওঁলোকে সিৰাই সিৰাই প্ৰতি টোপা ৰক্তত অনুভৱ কৰি উঠিলে।

এই তিনিজন দেশবৰেণ্য ত্যাগী নেতাৰ নেতৃত্বৰ বাবেই অসমত আজিও দেশৰ নেতৃত্ব কংগ্ৰেছৰ হাতত। সেই বাবেই এই নেতৃত্ব বৰ্তমান দেশৰ এই সন্ধি-ক্ষণত অনেক ঠাইতকৈ অনেক দূৰ সুস্থিৰ হৈ থকা বুলি ক'ব পাৰি। তিনিওজনৰেই এই নেতৃত্ব বহন কৰোঁতে নিজৰ সা-সম্পত্তি সৰ্বস্বান্ত হৈছিল। সকলোৰে জনা কথা, সেই সময়ত সকলো বিষয়তে পিচ পৰা অসমত এযোৰ ফটা জোতাৰে অসমৰ ইমূৰৰপৰা সিমূৰলৈ ভ্ৰমণ কৰি বিলাতলৈ প্ৰতিনিধিদল পঠিয়াবলৈ সাহ কৰি ধন

তোলা তৰুণ শক্তিৰ প্ৰতীক চন্দ্ৰনাথ—লক্ষ্মীধৰ, ৰোহিনীকান্ত, হেমচন্দ্ৰ, যিসকল আজি স্বৰ্গগামী হ'ল, তেওঁলোকৰ লগৰ সহকৰ্মী, গান্ধীৰ আদৰ্শ আৰু সাংগঠনিক কামত ভগ্ন-স্বাস্থ্যলৈয়ো সানন্দে, নিষ্ঠাৰে, নীৰৱ হিচাপে কাম কৰি অলপতে স্বৰ্গগামী হোৱা পদ্মভূষণ অমিয় কুমাৰ দাস, বিশেষকৈ আজিৰ তৰুণ শক্তিৰ মূৰ্তমান প্ৰতীক হৈ প্ৰেৰণা যোগাই আছিল। আনহাতে মহাত্মা আৰু সন্ত বিনোবাজীৰ অন্তৰ্দৃষ্টিত পৰা অসমৰ নাৰী শক্তিক ভূৰি ভূৰি প্ৰশংসা কৰা নাৰী শক্তিও প্ৰাতঃস্মৰণীয়া পদ্মশ্ৰী চন্দ্ৰপ্ৰভা শইকীয়ানী প্ৰমুখ্যে কেইগৰাকীমান মহিলাৰ নেতৃত্বত মহাত্মাৰ জ্বলন্ত ভাষাত 'অবলা'ৰ ঠাইত 'শক্তিৰূপিণী' হৈ উঠে। ক'বলৈ হ'লে আজি অসমত গান্ধী দৰ্শন আৰু ভূদান যজ্ঞৰ আভ্যন্তৰীণ মৰ্ম বুজা আনজন স্বনামধন্য দেশসেৱক ডাঃ হৰেকৃষ্ণ দাসদেৱৰ কন্যা সুযোগ্যা বিদূষী অমলপ্ৰভা দাস (সমস্ত ভাৰতে জনা সন্ত বিনোবাৰো 'অমল বাইদেউ')ৰ নীৰৱ নেতৃত্বত সক্ৰিয়ভাৱে অসমৰ মহিলা শক্তিয়ে আদৰ্শভ্ৰষ্ট নহৈ আজিও গ্ৰামদান 'তুফান' তুলিছে; 'লোকযাত্ৰা'ৰ নেতৃত্বলৈ তেওঁ ভাৰতৰ সকলো ঠাইতে সহযাত্ৰীৰ দল সৃষ্টি কৰিবলৈ সক্ষম হৈছে। এই 'আদ্যাশক্তি'ৰ আকৰ্ষণত অসমৰ সৰ্বোদয়প্ৰেমী কৰ্মীসকলেও তেওঁলোকৰ 'পাচবল' হৈ অসমত মহাত্মাৰ আদৰ্শ, সন্ত বিনোবাৰ ভূদান-যজ্ঞ, 'জাতিৰ মাতা' কস্তুৰিবাৰ সংগঠনবিলাক আৰু আন আন গান্ধী আদৰ্শমুখী গ্ৰামোদ্যোগবিলাক সঞ্জীৱিত কৰি ৰাখিছে।

আমি যিজন অমৰ আত্মাৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে তেখেতৰ জীৱন-স্মৃতি বিষয়ে দুআষাৰ লেখিবলৈ আহুত হৈ, এই প্ৰবন্ধ লেখিছোঁ, তাৰ বাবে আমি নিজকেই কৃতাৰ্থ মানিছোঁ। সেইবাবে ওপৰত বহলাই লেখা কথাখিনিৰ লগত এইজন দেশনেতাৰ জীৱনীও ওতঃপ্ৰোতভাৱে সোমাই আছে ভাবিহে বহলাই লেখা হ'ল। আমাৰ মনে ধৰে, কৰ্মবীৰ বৰদলৈ, দেশভক্ত ফুকন, দেশনেতা চলিহাদেৱৰ নিচিনা সমাজৰ সকলোপ্ৰকাৰে শীৰ্ষস্থানীয় পাশ্চাত্য আদৰ্শত শিক্ষিত নেতাসকলে মহাত্মাৰ মহান আদৰ্শত দীক্ষিত হৈ জপিয়াই নপৰাহেঁতেন, অসমত মহাত্মাৰ স্বাধীনতা আন্দোলনে আপেক্ষিকভাৱে উচ্চস্থান লভিব নোৱাৰিলেহেঁতেন। নবীনচন্দ্ৰ বৰদলৈ অসমৰ এটি অতি সম্ভ্ৰান্ত পৰিয়ালৰ সন্তান। তেখেতৰ প্ৰাতঃস্মৰণীয় পিতৃদেৱতা মাধৱ চন্দ্ৰ বৰদলৈ ডাঙৰীয়া সেই কালৰ এজন চৰকাৰী উচ্চ বিষয়া আৰু ৰাজ-সন্মানেৰে সন্মানিত লোকেই নাছিল, অসমীয়া সমাজ আৰু সংস্কৃতিৰ সৰ্বপ্ৰকাৰ পৃষ্ঠপোষকো আছিল। সুখৰ কথা, তেওঁৰ জীৱদ্দশাতেই নিজৰ পাঁচ-ছজন সুযোগ্য পুত্ৰই উচ্চ বিষয়ববাব লৈ শিক্ষা-দীক্ষাত শ্ৰেষ্ঠ আসন লাভ কৰিছিল। তেখেতৰ অন্যতম পুত্ৰ কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈয়ে দেশৰ অবিসম্বাদী নেতাস্বৰূপে দেশৰ মুক্তি যুদ্ধত মহান যোদ্ধাৰূপে অবতীৰ্ণ হৈছিল। সমস্ত দেশৰে সুযোগ্যা কন্যা, ভগিনী, মাতৃস্বৰূপা, কোকিলকণ্ঠা, ভাষা আৰু ভাৱৰ সমানে লহৰ তোলা, কাব্য ৰস বোওৱা, দাৰ্শনিক আৰু তাত্ত্বিকভাৱক কাব্যিক ব্যঞ্জনাৰে ৰসোত্তীৰ্ণ কৰা পদ্মশ্ৰী নলিনী বালা দেৱী এইজন বৰেণ্য দেশনেতাৰ দুহিতা। দেশবাসীৰ বৰেণ্যা, মাতৃ-স্বৰূপা, নাৰীশক্তি, নৈতিক আৰু আধ্যাত্মিক সৌন্দৰ্যৰ প্ৰতীক এইগৰাকী মহিলাই আজিও দেশবাসীক তেখেতৰ লেখনী নিঃসৃত কাব্যামৃত পান কৰিবলৈ দি জাতীয় জীৱন সঞ্জীৱিত কৰি ৰাখিছে।

কৰ্মবীৰ বৰদলৈয়ে সোণ-ৰূপৰ চৰুত হাত দিয়েই জন্ম গ্ৰহণ কৰিছিল। তেখেতৰ পিতৃদেৱতা ৰায়বাহাদুৰ মাধৱচন্দ্ৰ বৰদলৈ ডাঙৰীয়াৰ ধনে-জনে এটি ৰজনজনীয়া পৰিয়াল আছিল। তেওঁৰ সন্তানসকলৰ ওপৰত লক্ষ্মী-সৰস্বতী উভয়ৰে শুভদৃষ্টি পৰিছিল। অভাৱ একো নাছিল। কেউজন পুত্ৰই উচ্চ-বিষয়বাব খাই একো একোটি পৰিয়াল হৈ প্ৰকাণ্ড বাৰীখন মাধৱ বৰদলৈৰ টোল কৰি তুলিছিল। আজিও তাত তেওঁৰ নাতি-পুতিয়ে মূৰ জিলিকাই আছে। তেওঁৰ এই বৰ মাজু পুত্ৰই মহাত্মাৰ আন্দোলনত নেতৃত্ব গ্ৰহণ কৰি উচ্চ ন্যায়ালয়ৰ ওকালতিকো নেওচি স্বাধীনতাৰ যুদ্ধত জপিয়াই পৰিছিল। তেওঁৰ তালযুৰীয়া সহকৰ্মী দেশভক্ত তৰুণ ৰাম ফুকনৰ লগতে পাণ্ডু নগৰত, সেই কালত স্বপ্নতো ভাবিব নোৱাৰা (খৰচৰ ফালৰপৰা চালে) কংগ্ৰেছ মহাসভা অধিবেশনখন মৰসাহ দি সকলো কাম পৰিপাটিকৈ সমাধা কৰিছিল। বিশেষকৈ তেওঁলোকৰ নেতৃত্বত তৰুণ দলৰ সেৱাৰ-কামে প্ৰতিনিধিসকলৰ মনত আনন্দ দিয়াৰ কথা অসমৰ পক্ষে অভূতপূৰ্ব, অবিস্মৰণীয় ঘটনা বুলি ক'ব লাগিব। এই ঘটনা স্মৰণ কৰিলেই প্ৰাণত জাতীয় সন্মান আৰু গৌৰববোধ আপোনা-আপুনি আহি পৰে। কিন্তু সেই সময়ৰ অসহযোগ আন্দোলনত যোগ দিয়া পূৰ্বতে বেৰিষ্টাৰ তৰুণ ৰাম ফুকন, উচ্চ ন্যায়ালয়ৰ এড্‌ভোকেট নবীনচন্দ্ৰ বৰদলৈ খ্যাতনামা আইনজীৱী আছিল। সদায় তেওঁলোকৰ নিচেই কম উপাৰ্জন বুলি ক'বলৈ হ'লে, মানুহৰ মুখত হেজাৰ-পোন্ধৰ শৰ কম নোলায়। মৰসাহ দি সেই কংগ্ৰেছ অধিবেশন মাতি আনি লাখৰ ওচৰা-উচৰি ধাৰ হোৱাত ধাৰ মাৰোতে নিজৰ সা-সম্পত্তি সৰ্বস্বান্ত হ'ল। ঈশ্বৰৰ ইচ্ছা, দেশৰ ঘাই বস্তু জাতীয় জীৱনৰ প্ৰাণ ভৱিষ্যৎ বংশধৰসকলৰ সঞ্জীৱনীসুধা দেশৰ স্বাধীনতা (যি স্বাধীনতা হিন্দু ধৰ্মৰ প্ৰতীক পুণ্য শ্লোক মালব্যই ধৰ্মতকৈয়ো ডাঙৰ বুলি কৈছিল আৰু এই বিশ্বাসতেই প্ৰাতঃস্মৰণীয় গড়মূৰ সত্ৰাধিকাৰ পীতাম্বৰ দেৱগোস্বামীদেৱে তেতিয়াৰ ডেকা অধিকাৰ কৃষ্ণচন্দ্ৰ দেৱগোস্বামীৰ আৰু শিষ্যবৰ্গৰ কেইজনমানক লৈ যোৰহাটৰ বৰভেটা জেলৰ প্ৰকাণ্ড প্ৰকাণ্ড দীঘল কাৰাগাৰবিলাক যেন চাৰি-হাতী পৰিবেষ্টিত গড়মূৰ সত্ৰতহে পৰিণত কৰিলে) সংগ্ৰামত অংশ গ্ৰহণ কৰি আমি সেই সময়ত নিজেও এজন সামান্য কয়দী হৈ আছিলো। পূজা-পাটলৰ পিচত যেতিয়া ৰাজনৈতিক কিম্বা অন্যান্য বন্দীসকলে দুপৰীয়া গড়মূৰ অধিকাৰ প্ৰভুৰ ওচৰত ধৰ্ম বিষয়ে ব্যাখ্যা, উপদেশ আৰু নৈতিকতাৰ বিষয়ে তলমূৰ কৰি মনোযোগ দি শহাকণীয়া হৈ শুনিবলৈ ধৰে, তেতিয়া আমি নিজে তাত যোগদান দি এনে লাগিছিল যেন গড়মূৰ সত্ৰতহে অধিকাৰ প্ৰভুৰ বৈঠকত ধৰ্ম সম্বন্ধে দুআষাৰ শুনি আত্মতুষ্টি লাভ কৰিছিলো। আজি স্মৰণ পথত সেই কথা অহা বাবে লেখা হ'ল।

তালযুৰীয়া 'তৰুণ' 'নবীন' মৃত্যুৰ দিনলৈকে তৰুণ আৰু নবীন হৈয়ে আছিল। বয়সে যদিও তেওঁলোকক পিচ লৈছিল তেওঁলোকৰ মাখিছালতো আঁচোৰ

দিব নোৱাৰিছিল। 'বাৰ্দ্ধক্যং জড়ৃসা বিনা' কথাষাৰৰ তেওঁলোকেই একৰকম বিশদ ব্যাখ্যা দিছিল। দেশভক্তৰ মুখত সদায় বিৰিঙি থকা 'ঈষৎ হাস্য' চকুযোৰ যথাৰ্থতে 'পদ্মলোচন' আছিল। তৰুণৰামৰ হাঁহিমুখ, তিৰবিৰ কৰি থকা চকুযোৰে সদায় তেওঁৰ বাগনীতাতকৈয়ো মনোমোহা আছিল। এইজন 'প্ৰিয়দৰ্শন' পুৰুষেই এতিয়াও কামদা কামাখ্যাৰ পদ-প্ৰান্তত শিলা হৈ সুদূৰ ভৱিষ্যতলৈ চাই ঈষৎ হাস্যবদনে সুদূৰ অসমৰ সুদূৰ ভবিষ্যতৰ যেন এটি সোণালী সপোন দেখি বিভোৰ হৈ আছে। সেইদৰে, তেওঁৰ একৰকম ৰাজনৈতিক যমজ কৰ্মবীৰ বৰদলৈয়েও অশ্বক্ৰান্তৰ পাদ-পীঠত যেন ধ্যানস্থ হৈ অসমৰ ভৱিষ্যৎ শুভকামনা কৰি বিভোৰ হৈ আছে। 'দেশভক্ত' যিদৰে সদায় হাস্য-বদন আছিল, 'কৰ্মবীৰে'ও নামে-গামে মিলাকৈ সেইদৰে কঠোৰ কৰ্মক্ষেত্ৰৰ সিংহপুৰুষ আছিল। মুখেই যদি মানুহজনৰ অন্তঃকৰণৰ দাপোণ—তেওঁৰ মুখত সদায় এটা দৃঢ় প্ৰতিজ্ঞাৰ যেন নিদৰ্শন দেখিবলৈ পোৱা গৈছিল। তেওঁ যেতিয়া কোনো এটা গুৰুতৰ বিষয়ত আলাপ-আলোচনাৰ পিচত এটা সিদ্ধান্তলৈ আহি বাওঁহাতৰ তলুৱাত সোঁহাতৰ মুঠিটোৰে হেঁচা মাৰি বহল থুঁতৰিটো টনটনীয়া কৰি তুলি দাঁত দুপাৰি একৰকম কামুৰি চকুযোৰেৰে ঘোৰ মূৰ্তি ধৰি 'কিয় নহ'ব' বুলি একোটা সিদ্ধান্ত লয়, তেতিয়া 'সিংহ পুৰুষ' বুলিলে যথাৰ্থতে, কেনে এজন কন্নডিলীয়া পুৰুষে বৰালি বুকুৱা হেজাৰ-বিজাৰ জনতাৰ বুকু একোখন শিলৰ পটা যেন কৰি তোলে, সেই কথা তেওঁক তদৱস্থ অবস্থাত দেখা দৰ্শকেহে অনুভৱ কৰিব পাৰিছিল। তেওঁ কোনো কথাতেই পৰাজয় স্বীকাৰ কৰা নাছিল, কোনো বিৰোধকো প্ৰতিবন্ধক বুলি ভবা নাছিল, কোনো দুৰ্দমনীয় ক্ষমতাৰ ওচৰত আঁঠু নলৈছিল। সুখত যিটো আনন্দ, দুখৰ বিমৰ্ষতাকো তেনে আনন্দতেই ৰূপান্তৰিত কৰিব পাৰিছিল। এইদৰে তেখেতৰ নানা গুণাৱলী আৰু ব্যক্তিগত জীৱনৰ চিত্ৰাঙ্কণ কৰি এখন হুবহু চিত্ৰ অঙ্কণ কৰি আজি দেশবাসীৰ আগত এই শুভ মুহূৰ্তত প্ৰদৰ্শন কৰিব পৰা শিল্পীৰ যোগ্যতা আমাৰ থকাহেঁতেন তাক অঙ্কন কৰি দেখুৱাই আমাৰ নিজৰ জীৱনো ধন্য হ'ল বুলি সুখী হলোহেঁতেন।

শেষত ক'ব খোজো, স্বনামধন্য এই কৰ্মযোগী পুৰুষজনক ছাত্ৰ জীৱনৰ-পৰাই আমি নিজৰ ক্ষুদ্ৰ কৰ্মক্ষেত্ৰত সেৱক হিচাপে সান্নিধ্য লাভ কৰিছিলো। আমি নিজে তেখেতক নিজৰ সহোদৰ জ্যেষ্ঠ বুলি জ্ঞান কৰিছিলো। সেইদৰে, তেখেতেও আমাক কনিষ্ঠৰূপে মৰম-চেনেহ কৰিছিল, সজ উপদেশ দিছিল। আমাৰ ৰাজ-নৈতিক জীৱনতো তেখেতে নিশ্চয় প্ৰভাৱ পেলাইছিল। আচৰিত কথা, তেখেতৰ মৃত্যুৰ যিটো ঘটনাই কাৰণ হৈ উঠিছিল সেই ঘটনাত আমিও উপস্থিত আছিলো। সেইদিনা আমি শ্বিলঙলৈ যাওঁতে নংপু জংচনত অপেক্ষা কৰি থকা সময়ত শ্বিলঙৰ পৰা তেখেতো নামি আহিছিল। সেই সময়ত ইফালৰপৰা যোৱা মটৰৰ লগত সংঘৰ্ষত তেখেত কিছু পৰিমাণে আহত হয়। লগৰ কেইজনো আহত হয়। লগৰীয়া কেইজনৰ সৈতে যেতিয়া তেখেত নংপু পালেহি তেতিয়া নংপু আস্পতাললৈ তৎক্ষণাত

নিয়াত লগৰ বেছিকৈ আঘাত পোৱাকেইজনক ডাক্তৰে চাই-মেলি আহত ঠাইবিলাকত ঔষধ-পাতি দিলে। তেখেতৰ আঘাত সামান্য আছিল। কেইবা ঠাইতো ওপৰে ওপৰে গাৰ ছাল আৰু অলপ মঙহ বিদৰি যোৱাত তেজ ওলায়। ডাক্তৰে তেখেতক তাতে ৰাখি গুৱাহাটীলৈ ফোন কৰি এম্বুলেঞ্চসহ ডাক্তৰক মাতিবলৈ স্থিৰ কৰাত তেওঁ কয়—"মই তেনে কোনো আঘাত পোৱা নাই। তুমি যি হয় অলপ দৰৱ-পাতি লগাই মোক যাবলৈ দিয়া। মই যাবলৈ পাৰিম। কোনোৰকম অসুবিধা নহ'ব। মিছাকৈ আতঙ্কৰ সৃষ্টি নকৰিবা।" এই কথা কোৱাৰ পিচতে তেওঁক ডাক্তৰে যাবলৈ দিয়ে। আমিও শ্বিলং অভিমুখে যাত্ৰা কৰোঁ। দুদিনৰ পিচত শ্বিলঙৰপৰা উভতি গুৱাহাটীত তেখেতক চাবলৈ গৈ জানিব পাৰিলো, তেখেতৰ অৱস্থা সংকটজনক। ডাক্তৰে কাকো তেওঁক দূৰৰপৰা চাবলৈকো দিয়া নাই আৰু তেওঁ উখহি-পাখহি চিনিব নোৱাৰা হৈ আছে। মাত-বোল নাই। আমি অত্যন্ত কষ্ট পাই গুৱাহাটী এৰিলো। আহিয়েই তেওঁৰ মৃত্যুৰ শোকাবহ খবৰ পালো। মৃত্যুৰ হাততো তেওঁ যেন নিজেহে ইচ্ছা কৰি আত্ম-সমৰ্পণ কৰিছিল। আজি তেওঁৰ জন্ম-শতবাৰ্ষিকীৰ পবিত্ৰ দিনত তেওঁৰ পবিত্ৰ স্মৃতিত অনুভৱ কৰিছো, যথাৰ্থতে তেওঁৰ যেন 'ইচ্ছামৃত্যু' হ'ল। আজি দেশে অনুভৱ কৰিছে তেওঁ যেন আজি মৃত্যুঞ্জয়ী পুৰুষ; দেশৰ এই সন্ধিক্ষণত আকৌ যেন আমাৰ চকুৰ আগত থিয় হৈ কৈছে—"স্বাধীনতা বিপন্ন হৈছে যদিও জাতীয় চেতনা নেহেৰুৱাবা। দেখিবা, অসম্ভাৱিতৰূপে আত্ম-বিশ্বাসৰ বলত আকৌ দৈৱশক্তি লাভ কৰিবা। জানিবা, মহামানৱ মহাত্মাৰ মহান আত্মাই আকৌ এটি আধ্যাত্মিক বা নৈতিক বিপ্লৱৰ মাজেদি আজিৰ দানবীয় সংঘাটৰ মাজৰপৰাই পুনৰ মানৱীয় কেন্দ্ৰীভূত সভ্যতাৰ গন্তব্য পথ পৰিষ্কাৰ কৰি দিবলৈ ভূ-ভাৰতৰ বিশাল বক্ষত অতৰ্কিতে এটি আলোড়ন দি তেওঁৰ অসমাপ্ত ৰামৰাজ্যৰ প্ৰতিচ্ছবি ভাৰতত কিয়, বিশ্বৰ আগত দাঙি ধৰিব। মানৱ জাতিৰ দিব্য দৃষ্টিৰ সেয়ে অঞ্জন হ'ব। তেতিয়া এই পৃথিৱীয়েই 'বুদ্ধবিহাৰ' হৈ উঠিব, যীচুৰ প্ৰেম মন্দাকিনী মানৱ আত্মাৰ হৃদয়ত ফল্গুৰ স্ফটিক ধাৰে বৈ যাব। আৰবৰ বিশাল মৰুভূমিৰ মৰুপ্ৰাণ শীতলাই উদাৰ আকাশেদি মলয়াৰ বা বলি যোৱাৰ দৰে মানৱজাতিৰ ভাতৃত্ব আজান ধ্বনিৰে মুখৰিত কৰি তুলিব। এই তিনি ধৰ্মৰ একৰকম 'ত্ৰিত্বৰা'—অহিংস-প্ৰেম-ভাতৃত্বই এখেন জগত, একেটাই মানৱগোষ্ঠী বা পৰিয়াল হৈ উঠিব। আকৌ সহযোগ-সহভোগ-সহঅৱস্থানৰ মাজেদি এই পৃথিৱীতেই বৈকুণ্ঠ-বেহেস্ত-স্বৰ্গৰাজ্য স্থাপন হ'ব। যিজন কৰ্মবীৰৰ জন্ম-শতবাৰ্ষিকীৰ উপলক্ষে আমাৰ নিজৰো জীৱনৰ একৰকম শেষ মুহূৰ্তত পঞ্চাশৰৈ বছৰ বয়সত—সমস্ত জীৱনৰ অনুভূতিৰ মাজৰপৰা এইখিনিয়েই মনোভাৱ প্ৰকাশ কৰিবলৈ যিটো সুবিধা পালো, সেইজন কৰ্মযোগী অমৰ আত্মাই আজি যেন তেওঁৰ বিশেষ কৰ্মক্ষেত্ৰ, জন্মভূমি জন্মদাত্ৰী অসম জননীক অসমা-সমমা-কামদা-কামৰূপক আকৌ যেন সোণৰ অসম কৰি তোলে।

# কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ

দেবেশ্বৰ শৰ্মা

ভাৰতৰ ইতিহাসৰ যি গুৰুত্বপূৰ্ণ যুগত কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ জন্ম আৰু কৰ্মময় জীৱন অতিবাহিত হৈছিল সেই যুগটো যেনে বৈচিত্ৰ্য আৰু ঐতিহ্যপূৰ্ণ ঠিক তেখেতৰ জীৱনটোও তদনুৰূপ বুলি ক'লেও বঢ়াই কোৱা নহয়। তেখেতৰ সমুদায় জীৱন যাপনৰ ধৰণ-কৰণ, চলন-ফুৰণ, ভাৱ-ভঙ্গি সকলোখিনি বিশ্লেষণ কৰিলে এই যুগটোৰ এটা প্ৰকৃত ছবি দেখিবলৈ পোৱা যায়। মই যিকেইবছৰ তেখেতৰ সান্নিধ্যত কংগ্ৰেছৰ স্বেচ্ছাসেৱক হিচাপে দেশৰ সেৱা কৰিবলৈ সুযোগ আৰু সুবিধা পাইছিলো, সেই কেইবছৰৰ অভিজ্ঞতাৰ কথা দুই-চাৰিটাহে মোৰ মনত থকাৰপৰা ৰাইজৰ আগত দাঙি ধৰিবলৈ প্ৰয়াস পাইছো।

১৯১২ চনত মেট্ৰিকুলেশ্যন পৰীক্ষা পাছ কৰি কটন কলেজত পঢ়িবলৈ যোৱাৰপৰাই 'তৰুণ ফুকন' আৰু 'নবীন বৰদলৈ' এই নাম দুটা আমাৰ ছাত্ৰসকলৰ প্ৰায়বিলাকৰে আদৰৰ আৰু শ্ৰদ্ধাৰ নাম আছিল। ১৯১৯ চনৰ ৰৌলট আইন, জালিয়ানৱালাবাগৰ নৃশংস হত্যাকাণ্ড আৰু পঞ্জাবৰ অত্যাচাৰ লৈ যি আন্দোলনৰ জুই দাওঁ-দাওঁকৈ ভাৰত জুৰি জ্বলি উঠিছিল সেই জুয়ে অসমকো ভালকৈ গৰম কৰি তুলিছিল। এই আন্দোলনতে মই কৰ্মবীৰ বৰদলৈৰ সান্নিধ্যলৈ আহিবলৈ সুবিধা পাইছিলো। তেতিয়াৰপৰা তেখেতৰ তিৰোধানৰ সময়লৈকে প্ৰতিবছৰেই প্ৰায়ে তেখেতক লগ পাওঁ; আৰু থোৰতে ক'বলৈ গ'লে প্ৰতিবাৰেই তেখেতক লগ পাই কথা-বাৰ্তা হোৱাৰ আগমুহূৰ্তলৈকে মই যিটো মানুহ, যেন তেখেতৰ লগত আলাপ-আলোচনাৰ পিচত তেখেতৰ লগ এৰি আহোঁতে, মোৰ মানসিক অৱস্থা অলপ উন্নত হোৱা যেন অনুভৱ কৰি মই সদায়েই নিজে আনন্দ অনুভৱ কৰিছিলো।

তেখেত প্ৰশান্ত চিত্তৰ, অতি উদাৰমনা আৰু বহল অন্তঃকৰণৰ মানুহ আছিল। তেখেতৰ চিন্তাধাৰা আধুনিক আছিল অথচ আধ্যাত্মিক ভাব গভীৰ আছিল। কেতিয়াবা কোনো লোকে তেখেতৰপৰা কোনো প্ৰকাৰৰ সাহায্য পাবলৈ ওচৰ চাপিলে তেখেতে কেতিয়াও বিমুখ নকৰিছিল আৰু সাধ্যমতে সদায়ে সকলোকে সহায় কৰিছিল। যদিও তেখেত এজন উচ্চ থাপৰ বিচক্ষণ উকীল আছিল, তেখেতৰ

নিজৰ মনটো বৰ সবল আছিল, আৰু মানুহক বিশ্বাস কৰিছিল। আনক সহায় কৰোতে পিচত যে তেখেত নিজে কেনেকৈ চলিব, সেই কথা নাভাবিছিল। তেখেতৰ এনে প্ৰকৃতিৰ মই ভালেমান উদাহৰণ দেখিবলৈ পাইছিলো। তাৰ এটা মাত্ৰ উল্লেখ কৰিলো।

১৯২৬ চনত কংগ্ৰেছৰ গুৱাহাটী অধিবেশনত দেশভক্ত ফুকন অভ্যৰ্থনা সমিতিৰ সভাপতি আৰু কৰ্মবীৰ বৰদলৈ সম্পাদক আছিল। কংগ্ৰেছৰ যাৱতীয় আয়োজনৰ কাৰণে বিভিন্ন কমিটিবিলাক পাতি নিৰ্দিষ্ট কাম ভগাই দিয়া হৈছিল। যেনে—খোৱা-বোৱাৰ ব্যৱস্থা কৰা কমিটি, প্ৰতিনিধি আৰু দৰ্শকবৃন্দ থকা-মেলাৰ ব্যৱস্থা কৰা কমিটি, পানী যোগানৰ কমিটি, পোহৰ যোগানৰ কমিটি, পাইখানাৰ সু-ব্যৱস্থা আৰু চাফা কৰা, তদন্ত বিষয়ক কমিটি, স্বেচ্ছাসেৱকৰ কমিটি ইত্যাদি ইত্যাদি।

১৯২৬ চনত গুৱাহাটী কংগ্ৰেছ অধিবেশনৰ স্বেচ্ছাসেৱক দলৰ সৰ্বাধিনায়ক এই লিখকক নিৰ্বাচিত কৰা হৈছিল। সেই দিনত চৰকাৰ কংগ্ৰেছৰ দোৰ্ঘোৰ বিৰোধী আছিল আৰু যাতে কংগ্ৰেছ অধিবেশন কৃতকাৰ্যতাৰে সম্পন্ন হ'ব নোৱাৰে, সেই উদ্দেশ্যে সকলো বিষয়তে বাধাৰ সৃষ্টি কৰিছিল। যিয়েই কংগ্ৰেছ অধিবেশনৰ যোগাৰ যন্ত্ৰত সহায় কৰিছিল বা কৰা বুলি সন্দেহ কৰিছিল, তাকে চৰকাৰী চাকৰীয়াল কিম্বা চৰকাৰৰ ধেমাধৰাসকলে নানা প্ৰকাৰে ভীতি প্ৰদৰ্শন কৰিছিল।

এই কংগ্ৰেছ অধিবেশনলৈ দৰ্শক স্বৰূপে বৃটিছ পাৰ্লেমেণ্টৰ সভ্য পেথিক লৰেন্স আৰু তেখেতৰ পত্নীও আহিছিল। গুৱাহাটীৰ কমিছনাৰ বাৰ্ণছ চাহাবে গুৱাহাটীৰ চাৰ্কিট হাউচত তেওঁলোকক থাকিবলৈ অনুমতি নিদিলে। এই সকল কথাটোৰপৰাই বুজিব পৰা যায় যে কংগ্ৰেছ অধিবেশনখন অকৃতকাৰ্য কৰিবলৈ চৰকাৰে কেনেকৈ উঠি-পৰি লাগিছিল। কিন্তু প্ৰবল প্ৰতাপী বৃটিছ চৰকাৰে কংগ্ৰেছ অধিবেশনৰ যি বাধা-বিঘিনি ঘটাব নোৱাৰিলে, বতৰৰ দুৰ্যোগ—পুহমহীয়া নেৰা-নেপেৰা কিন্-কিনীয়া বৰষুণ আৰু ফেৰ-ফেৰীয়া বতাহে অধিবেশনৰ যথেষ্ট ব্যাঘাত জন্মাই ক্ষতি সাধন কৰিলে। গুৱাহাটী কংগ্ৰেছ অধিবেশনৰ সকলোবিলাক কাৰ্যকৰী কমিটিয়ে দেহে-কেহে খাটি সকলো যা-যোগাৰ সুচাৰুৰূপে কৰিছিল। কিন্তু প্ৰায় সকলোবিলাক কামৰ বোজাৰ বেছিভাগেই স্বেচ্ছাসেৱকসকলে বহন কৰিবলগীয়া হৈছিল। কিয়নো সেই দিনত কংগ্ৰেছৰ কামত দিন মজুৰি নিয়োগ কৰা কোনেও চিন্তাই কৰিব নোৱাৰিছিল। আনকি বানপানী ওলাই গ'লে বোৱা কৰলৈ কঠিয়াও স্বেচ্ছাসেৱকেই দুই-তিনিমাইল কান্ধেৰে কঢ়িয়াই আনি যোগান ধৰি সহায় কৰিছিল। কংগ্ৰেছৰ বাৰ্ষিক অধিবেশন এখনৰ সাধাৰণ সম্পাদকে অভ্যাগতসকলক লগ পাই আদৰণি জনোৱাৰপৰা সাধাৰণভাৱে সা-সুবিধাৰ চোৱা-চিতাকে লৈ সকলো যা-যোগাৰতে চকু দিয়াৰ আদি কিয়মান অসংখ্য

কাম যে কৰিব লাগে, সেই কথা গাতে লাগি থকা মানুহৰ বাহিৰে আনে উপলব্ধি কৰিব পৰাই সম্ভৱ নহয়। ইমান কৰ্মব্যস্ততাৰ মাজতো স্বেচ্ছাসেৱকসকলে সময়মতে খাবলৈ পাইছিল নে নাই, আৰু বৰষুণত তিতি তিতি কেনেকৈ তেওঁলোকে সকলো কাৰ্য সম্পাদন কৰিছিল বৰদলৈয়ে প্ৰতিদিনেই অন্ততঃ এবাৰ নহয় এবাৰ মোক বিচাৰ কৰি লৈ তেওঁবিলাকৰ বিষয়ে সুধিছিল। আন কোনো এজন নেতৃস্থানীয় লোকেই স্বেচ্ছাসেৱক-সকলৰ সা-সুবিধাৰ নিমিত্তে এনেদৰে উৎকণ্ঠাৰ সৈতে খবৰ কৰাৰ কথা অসমত কিম্বা ভাৰতৰ অন্য প্ৰদেশতো মই অন্ততঃ লগ পোৱা মনত নপৰে।

কংগ্ৰেছৰ শেষৰ দুদিন নেৰা-নেপেৰা বৰষুণ আৰু ফেৰ-ফেৰীয়া বতাহত থৈলা কাপোৰৰ চালৰ আৰু বেৰৰ, উৰুখা বহাবিলাকত প্ৰতিনিধি আৰু দৰ্শকবৃন্দই থাকিব নোৱাৰি দিহা-দিহি শুচি গ'ল আৰু অভ্যৰ্থনা সমিতিয়ে ভাৰাৰ বাবদ পাবলগীয়া টকা আৰু পাব বুলি যি হিচাব কৰা হৈছিল তাৰ চাৰিভাগৰ এভাগো পোৱা নহ'ল। এই অৱস্থাত কংগ্ৰেছ অধিবেশনৰ কৰ্মকৰ্তাসকলৰ মুখ শুকাই গ'ল। স্বেচ্ছাসেৱকসকল নিজ নিজ জিলালৈ উভতি যাব লাগে। তেওঁবিলাকৰ বাট খৰচ দিবলৈ কংগ্ৰেছ অধিবেশনৰ পুঁজিত ধন নাছিল। এইটো কথা বিশেষকৈ মন কৰিবলগীয়া যে ধনীসকলে সেই দিনত কংগ্ৰেছৰ নামে জুইত খেৰ এডালো নিদিছিল। ধনৰ অভাৱত মই পৰামৰ্শ আগবঢ়াইছিলো যে অতিথিসকললৈ বুলি আমি যি চাউল তুলিছিলো তাৰ ভালেখিনি চাউল বাহি হ'ল। তাৰে কিছু চাউল স্বেচ্ছাসেৱকসকলক দিয়া হওক। তেওঁবিলাকে বাটত জিৰণি লৈ ভাত এমুঠি ৰান্ধি-মেলি খাই যাব পাৰিব। মোৰ যিমান দূৰ মনত পৰে গোপীনাথ বৰদলৈ অৰ্থ সংগ্ৰহ কমিটিৰ সভ্য আছিল। তেখেতে মাত লগালে, "চাউল দিব নোৱাৰো, বিক্ৰী কৰিব লাগিব।" মই নিৰুপায় হৈ কৰ্মবীৰ বৰদলৈক গোটেই কথাটো জনাইছিলো। তেতিয়া তেখেতে জেপৰপৰা এশ টকাৰ নোট এখন উলিয়াই দি ক'লে, "দেবেশ্বৰ, মোৰ হাতত আজি ইমানেই মাত্ৰ সম্বল আছে। তোমাক ইয়াকে দিলো। তুমি যি পাৰা কৰাগৈ। মোৰ ঘৰত কলিকতাৰ আলহীও আছে। তেওঁবিলাকৰ কাৰণে মই ধাৰ কৰি যি পাৰো কৰিম।" বৰদলৈদেৱৰ হাতত যে তেতিয়া আৰু টকা নাছিল এই কথা অবিশ্বাস কৰিবৰ কোনো কাৰণেই নাছিল। তেওঁ কেতিয়াও মিছা কথা নকৈছিল। এই সামান্য ঘটনাটোৰপৰাই কৰ্মবীৰ বৰদলৈ যে কিমান উদাৰচিতীয়া আৰু সহৃদয়পূৰ্ণ মানুহ আছিল, তাক বঢ়িয়াকৈ জানিব পাৰি।

তেখেত এগৰাকী নিৰ্ভীক আৰু অত্যন্ত সাহসী লোক আছিল। কেতিয়াও কোনো কথাতে সত্য আৰু ন্যায়ৰপৰা আঁতৰি নগৈছিল, তেহেলে তেখেতৰ যিমানেই ক্ষতি হওক লাগিলে। ১৯২১।২২ চনৰ গান্ধীজীৰ নেতৃত্বত অসমৰ অসহযোগ আন্দোলনত কৰ্মবীৰ বৰদলৈৰ অৱদান অবিস্মৰণীয়। ব্ৰহ্মপুত্ৰৰ উত্তৰ আৰু দক্ষিণ

দুয়ো পাবে আবেগ আৰু উদ্দীপনাময় বক্তৃতাৰে তেখেতে গান্ধীজীৰ অসহযোগৰ বাণী ৰাইজৰ মাজত প্রচাৰ কৰিছিল আৰু দেশৰ স্বাধীনতা যুদ্ধত যোগ দিবলৈ প্রেৰণা যোগাইছিল। সেই সময়ত তেখেতে যোৰহাটৰ ডালেকেইখন ৰাজহুৱা সভাত বক্তৃতা দিছিল। এই সকলো সভাতে মানুহে কাহ পৰি নিজান যোৱা নিস্তব্ধতাৰে তেখেতৰ ভাষণ অত্যন্ত মনোযোগেৰে সৈতে শুনিছিল। মই নিজেও অনুভৱ কৰিছিলো আৰু অনেক বন্ধু-বান্ধৱৰপৰাও মই এই কথা শুনিছিলো যে কৰ্মবীৰ বৰদলৈৰ গাত এটা আকৰ্ষণীয় শক্তি আছিল। যিয়েই তেখেতৰ সান্নিধ্যলৈ আহিছিল তেৱেঁই প্রভাবান্বিত হৈছিল।

কংগ্রেছ প্রচাৰ-কাৰ্যত এবাৰ কৰ্মবীৰ বৰদলৈ আৰুময়ে নাহৰকটীয়াৰপৰা পাঁচ মাইল উত্তৰ-পুবে জয়পুৰলৈ গৈছিলোহক। পুৱাতে জয়পুৰৰ মৌজাদাৰ ৰাজখোৱাৰ বাহৰ পালোগৈ আৰু তাতে আমাৰ দুপৰীয়া খোৱা-বোৱাৰ ব্যৱস্থা কৰা হৈছিল। সেই যুগত অনেক ক্ষেত্রত ঘৰলৈ অতিথি আহিলে সিধা যোগান দিয়া হয়। অতিথিয়ে নিজে ৰান্ধি খায়। গৃহস্থই চৰুৰ ভাত দিবলৈ ভাল নাপায় বা শঙ্কা কৰে, আৰু অনেক ক্ষেত্রত অতিথিয়েও গৃহস্থৰ চৰুৰ ৰন্ধা খাবলৈ দ্বিধাবোধ কৰে। উল্লেখ কৰিব পাৰি এইদৰে ১৯৩০ চনত এবাতি বিমলাপ্রসাদ চলিহাৰ ঘৰত মই অতিথি থাকোতে তেওঁৰ মাতৃয়ে মোৰ পিনৰপৰা আপত্তি নথকা সত্ত্বেও মোক ভিতৰৰ চৰুৰ ভাত দিয়া নাছিল। তেখেতে কৈছিল ঃ "যেয়ে য'তে খাই মৰেগৈ মৰক; মই মোৰ চৰুৰ ভাত বামুণক দিব নোৱাৰো।" মৌজাদাৰৰ ঘৰত, স্বাভাবিকতে, কৰ্মবীৰ বৰদলৈয়ে মই ভাত ৰান্ধিব পাৰিমনে বুলি সোধাত মই পাৰিম বুলি গাত ল'লো। গাত ল'লো হয়, মই হ'লে তাৰ আগেয়ে এদিনৰ ব্যতিৰেকে ঘৰতে বা পৰতে কেতিয়াও ভাত ৰন্ধাৰ কথা মনত নপৰে। আগেয়ে যে এদিন ৰন্ধাৰ কথা উল্লেখ কৰিছো, সেইদিনাও ঘটনা হৈছিল। শিৱসাগৰৰ কালুগাৱঁৰ এঘৰত দুপৰীয়া মোক ৰান্ধি খাবলৈ দিছিল। মোক যিমান চাউল লাগে তাতকৈ বেছি ধুই দিছিল। কিন্তু মই ইতিপূৰ্বে ক'ৰবাত শুনিছিলো যে নিজৰ হাতৰ মুঠিৰে তিনিমুঠি চাউল ৰান্ধিলেই মানুহজনক আতি যায়। মই যেতিয়া তিনি মুঠি চাউল ৰান্ধিবাঢ়ি ল'লো, ভাত নিচেই তাকৰ দেখালে আৰু গৃহস্থয়ো মোৰ কাণ্ড দেখি অবাক হ'ল, আৰু মোক আকৌ ভাত ৰান্ধিবলৈ কোৱাত মই আৰু ভাত নাৰান্ধিলো। আলুগুটি দুটা আৰু হাঁহ কণী এটাকে সিজাই তাকে ভাতৰ লগত খাই ভোক গুচালো। সেইদিনা জয়পুৰৰ মৌজাদাৰৰ ঘৰত যি চাউল ৰান্ধিছিলো, কিছু সময় জাল দিয়াৰ পিচত দেখিলো ভাত লেউ-লেউৱা হৈ আছিল আৰু এটোপা পানীও কাঢ়িব নোৱাৰিলো। এই লেউ-লেউৱা পিঠা যেন ভাত যেতিয়া ভাওৰ কাঁহী এখনত বাঢ়ি বৰদলৈৰ আগত দিলো, মই মনতে দুখ আৰু লাজ পাইছিলো। ভাত দেখি বৰদলৈয়ে হাঁহি হাঁহি ক'লে, "তুমি বোধকৰো ভাত ৰান্ধি পোৱাই নাই। আই, বাই-ভনী, জীয়ৰী পূৰ্ণ হৈ থকা ঘৰত মুনিহ মানুহৰ অৱস্থা প্রায়ে এনেকুৱাই হয়।

মই কিন্তু কেতিয়াবা এনেকুৱা লেউ-লেউৱা (গলা) ভাত খাই বৰ ভাল পাওঁ। ঘৰতো কেতিয়াবা ৰান্ধনিক এইদৰে ভাত ৰান্ধিবলৈ কওঁ।" তেখেতে প্ৰশান্ত চিত্তে, অতি আনন্দমনেৰে ভাত খাই উঠি গ'ল। তেখেতৰ আচৰণৰপৰা মই অলপো অনুভৱ কৰিব নোৱাৰিলো যে ভাতখিনি বেয়া হোৱাৰ বাবে তেখেতৰ মনত অলপো বিসঙ্গতিভাৱে ঠাই পাইছিল বুলি। এই ক্ষুদ্ৰ ঘটনাটোৱে মোৰ মনত তেখেতৰ সহাস্য মুখৰ, প্ৰশান্ত চিত্তৰ এনে এটা সাঁচ বহুৱালে যি আজিও মোৰ মনত সেউজীয়া হৈ আছে আৰু ময়ো উল্লেখ কৰাৰ উদ্দেশ্য এয়ে যে কোনো বিষয়তে সেই মানুহগৰাকীক সৰু-সুৰা কথাই ত্যক্ত কৰিব নোৱাৰিছিল।

বৰদলৈ ডাঙৰীয়া যে এগৰাকী বিচক্ষণ উকীল আছিল, সেই বিষয়ে অসমত কাৰো অবিদিত নহয়। যোৰহাটৰ দক্ষিণ-পশ্চিম কোণে মহবন্ধা চাহ কোম্পানীৰ একে থুপতে পাঁচখন চাহ বাগান আছিল। ইয়াৰ গাতে লগাকৈ ঠেঙাল সম্প্ৰদায়ৰ গাওঁ ভালেকেইখনমান আছে। এইটো মৌজাৰ নামেই ঠেঙাল মৌজা। ইন্দ্ৰেশ্বৰ বৰমেধি আৰু ৰত্ন শৰ্মাৰ নেতৃত্বত এই ঠেঙাল সম্প্ৰদায়ৰ ১২ খনমান গাঁৱৰ মুনিহ-তিৰোতাই ঐকান্তিকতাৰেসৈতে আৰু সক্ৰিয়ভাৱে অসহযোগ আন্দোলনত যোগ দিছিল। কোনোবা দুষ্ট মানুহে মহবন্ধা বাগানৰ চাহনী বেৰি থোৱা কাঁটাতাঁৰ কাটি চুৰ কৰি নিয়ে। এই কথা তেতিয়া যোৰহাটৰ ইংৰাজ ডেপুটি-কমিচনাৰক চাহ বাগানৰ ইংৰাজ মেনেজাৰে আহি লগালে। এই ঠেঙাল সম্প্ৰদায়ৰ মাতব্বৰ কেইজনমানক জব্দ কৰিবৰ অভিপ্ৰায়ে গবৰ্ণমেণ্টৰপৰা স্পেচিয়েল কনিষ্টবল পাতি হুকুম জাৰী কৰিলে। স্পেচিয়েল কনিষ্টবলৰ কৰ্তব্য আছিল এই বাগানৰ কাঁটাতাঁৰ ৰক্ষণাবেক্ষণ কৰা আৰু যাতে তাঁৰ কোনেও চুৰ কৰি নিব নোৱাৰে তাৰ দিহা কৰা। যদি কাঁটাতাঁৰ কেনেবাকৈ চুৰী হয় এওঁবিলাকৰ ৬ মাহ পৰ্যন্ত জেইল হ'ব পাৰে। এই মানুহকেইজনক অসহযোগ আন্দোলনত যোগ দিয়াৰ বাবেই কেৱল মাত্ৰ বৈৰিতা কৰি ইংৰাজ মেনেজাৰকেইজনে মানুহকেইজনক এইদৰে দৌৰাত্ম্য কৰিবলৈ বিচাৰিছিল।

এই মানুহকেইজনে স্পেচিয়েল কনিষ্টবলৰ দায়িত্ব ল'বলৈ অস্বীকাৰ কৰিলত তেওঁবিলাকৰ ওপৰত পুলিচ আইন মতে জজ আদালতত গোচৰ তৰা হ'ল। সেই গোচৰৰ আচামী পক্ষৰ ওকালতি কৰিবলৈ আমি কৰ্মবীৰ বৰদলৈদেৱক অনুৰোধ কৰিলো। বৰদলৈয়ে কোনো ফিজ নোলোৱাকৈ আহি ওকালতি কৰিলেহি আৰু তেখেতৰ জেৰাত ইংৰাজকেইজনৰ কুকুৰে কাঁইট নোখোৱা অৱস্থা হ'ল। গোচৰত আচামী কেইগৰাকীয়ে খালাচ পালে আৰু স্পেচিয়েল কনিষ্টবলৰ দায়িত্ব বহনৰ-পৰাও অব্যাহতি পালে।

১৯২১ চনৰ ডিচেম্বৰ মাহত অসহযোগ আন্দোলনত মোক এৰেষ্ট কৰি যেতিয়া যোৰহাট জেলত আৱদ্ধ কৰেগৈ, অসমৰ আন ভালেমান নেতৃস্থানীয় লোকৰ

উপৰিও কৰ্মবীৰ বৰদলৈদেৱক মই যোৰহাট জেলত লগ পাওঁগৈ। সেই সময়ত যোৰহাট জেলত মোৰ যিমান দূৰ মনত পৰে, অসমৰ বিভিন্ন জিলাৰ দুশতকৈয়ো অধিক ৰাজনৈতিক বন্দী আছিল। নকলেও হ'ব যে জেলৰ ভিতৰতো আমাৰ অবিসম্বাদী নেতা আছিল বৰদলৈদেৱেই। ৰাতিপুৱা শুই উঠি প্ৰাৰ্থনা সভাত তেখেতে বন্দনা লগাই দিয়াৰেপৰা আৰম্ভ কৰি সন্ধ্যা আকৌ নিজ নিজ ঠাইত বন্দী কৰালৈকে তেখেতে আমাৰ ৰাজনৈতিক বন্দীসকলক উৎসাহ দি প্ৰফুল্লিত কৰি ৰাখিছিল। এসময়ত তেখেতৰ জ্যেষ্ঠ পুত্ৰ উমেশ বৰদলৈ—ভোলু—যিজন পিচত ডাইৰেক্টৰ অব্ হেলথ্ চাৰ্ভিচাৰ হৈছিলগৈ, আৰু গুৱাহাটীৰ হেম বৰুৱা, সুৰেশ ভট্টাচাৰ্য, মহেন্দ্ৰ ফুকন, কৃষ্ণ বৰুৱা আদি সাতজনমান ডেকাক যোৰহাট জেললৈ বদলি কৰি লৈ আহিছিল। মই জেলত থকা কালতেই কৰ্মবীৰ বৰদলৈৰ স্বাস্থ্য ভঙ্গ হৈ ক্ষীণাই গৈছিল। মোৰ অনুমান তেখেতৰ টি-বি হৈছিল বুলি ডাক্তৰে সন্দেহ কৰিছিল। জেইল চুপাৰিণ্টেণ্ডেণ্টৰ অনুমতিক্ৰমে ডাক্তৰে কাঁহী আৰু বানবাটিত ঘৰৰপৰা বৰদলৈৰ নিমিত্তে দুপৰীয়া আৰু গধূলি আহাৰ যোগাইছিল। বৰদলৈয়ে দুপৰীয়া পাল পাতি দিনে এজনকৈ মহেন্দ্ৰ ফুকন, সুৰেশ ভট্টাচাৰ্য, মোক তেখেতৰ পুতেকৰ লগত খাবলৈ দিছিল। কিছুদিনৰ পিচত তেখেতক যোৰহাট জেলৰপৰা শিলচৰ জেললৈ বদলি কৰা হ'ল আৰু যিজন ডাক্তৰে ঘৰৰপৰা আহাৰ যোগান ধৰিছিল, তেখেতক কোকোৰাঝাৰলৈ বদলি কৰাই তাতে মেলেৰীয়া জ্বৰত ভোগাই মৃত্যু ঘটালে। তেখেতৰ সতি-সন্ততি আজিও আছে যদিও মই লগ পোৱা নাই। সেই ডাক্তৰজন বৰ ভাল মানুহ আছিল আৰু আমাক বৰ মৰম কৰিছিল। বৰদলৈদেৱে জেলত আমাৰ এজনক লগত লৈ খাইহে সুখ পাইছিল। কৰ্মবীৰ বৰদলৈ সৰ্বভাৰতৰে মুক্তিযোদ্ধা, অকল অসমৰে নহয়। সকলো কথা লিখি মই প্ৰবন্ধৰ কলেবৰ বঢ়াবলৈ নিবিচাৰো। মুঠতে যিপিনৰপৰাই চোৱা যায় বৰদলৈ এগৰাকী বৰ উদাৰচিতীয়া আৰু সিংহ পুৰুষ আছিল। কৰ্মবীৰ বৰদলৈ এগৰাকী ক্ষণজন্মা বীৰ পুৰুষ আছিল।

# কৰ্মবীৰ বৰদলৈৰ কবি-প্ৰতিভা

ডক্টৰ হেমন্তকুমাৰ শৰ্মা

'অসমৰ মুকুটবিহীন ৰজা' কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ ভাওৰীয়া ভাৰতৰ স্বাধীনতা আন্দোলন যজ্ঞৰ এগৰাকী প্ৰধান হোতা, নিভাঁজ দেশপ্ৰেমিক, ওজস্বী বক্তা আৰু নিৰ্ভীক সেনানী হিচাপেই বিশেষভাৱে পৰিচিত। পৰাধীন ভাৰত জননীক বিদেশী শাসকৰ কৱলৰপৰা মুক্ত কৰাই তেওঁৰ জীৱনৰ প্ৰধান লক্ষ্য আছিল যদিও সাহিত্য-সঙ্গীতৰ প্ৰতিও তেওঁৰ আছিল গভীৰ অনুৰাগ। সেইহে ব্যস্ততাময় ৰাজনৈতিক জীৱনৰ মাজতো যেতিয়াই আজৰি পাইছিল তেতিয়াই সাহিত্য-সঙ্গীত চৰ্চা কৰিছিল। ছাত্ৰ অৱস্থাৰপৰা তেওঁ অসমীয়া, বঙলা, হিন্দী, ইংৰাজী, উৰ্দু আদি ভাষাৰ বিভিন্ন গ্ৰন্থ পঢ়িছিল আৰু সময়ে সময়ে অসমীয়া কবিতা, নাটক আদি ৰচনাত মনোনিবেশ কৰিছিল। ছিলেট জেলত থাকোঁতেই তেওঁ ছেক্সপীয়েৰৰ 'Troilus and Cressida', 'King Lear', আৰু 'Taming of the Shrew' নাটক ক্ৰমে 'তৰুণ-কাঞ্চন', 'বিষাদ-কাহিনী' আৰু 'দন্দুৰী-দমন' নাম দি অসমীয়ালৈ ভাঙনি কৰে। বৰদলৈক অসমীয়া গহীন সামাজিক নাটকৰ প্ৰৱৰ্তক বুলিব পাৰি। তেওঁৰ তেনে নাটক হ'ল 'গৃহলক্ষ্মী' (১৯১১)। ইয়াৰ উপৰি তেওঁ পৌৰাণিক নাটক 'কৃষ্ণলীলা' (১৯৩৩), ঐতিহাসিক নাটক 'জয়মতী' আৰু উপন্যাস 'প্ৰশান্ত-শান্তি' ৰচনা কৰে। 'হাতেমতাই' বৰদলৈৰ মূল উৰ্দুৰপৰা অনূদিত গল্প পুথি। ইয়াৰ উপৰি তেওঁ ভালেমান দেশপ্ৰেমমূলক গীত আৰু কবিতা ৰচনা কৰে। বৰদলৈয়ে যদি ৰাজনীতিত নালাগি কেৱল সাহিত্য চৰ্চাতেই মনপুতি লাগিলহেঁতেন, তেনেহ'লে অসমীয়া ভাষা-জননীয়ে তেওঁৰপৰা প্ৰচুৰ সাহিত্যিক সম্ভাৰ লাভ কৰিব পাৰিলেহেঁতেন। তথাপি নানা প্ৰতিকূল অৱস্থাৰ মাজতো তেওঁ যি কেইখন গ্ৰন্থ ৰচনা কৰিলে তাতেই তেওঁৰ সাহিত্য প্ৰতিভাৰ সম্যক পৰিচয় পোৱা যায়। এই প্ৰবন্ধত বৰদলৈৰ কবি-প্ৰতিভা সম্পৰ্কেহে আলোচনা কৰা হ'ল।

বৰদলৈয়ে ছাত্ৰাৱস্থাৰপৰাই গীত আৰু কবিতা ৰচনা কৰিছিল। সেই ৰচনাসমূহত ভাবৰ গাম্ভীৰ্য, ভাষাৰ লালিত্য আৰু অনুভূতিৰ বৈচিত্ৰ্য অনুভৱ কৰা যায়। বৰদলৈৰ সুযোগ্যা কন্যা শ্ৰীমতী নলিনী দেৱীৰ ভাষাত—"ছাত্ৰাৱস্থাৰপৰাই

বৰদলৈৰ গীতি-সাহিত্যৰ প্ৰতি আৰু বিশেষকৈ মাতৃ-ভাষাৰ প্ৰতি প্ৰবল অনুৰাগ আছিল। ডেকা বয়সতে ৰচনা কৰা গীতবিলাকত তেওঁৰ সুৰলা ৰচনা-ভংগী, কবিত্ব-শক্তি আৰু সঙ্গীতানুৰাগৰ পৰিচয় পোৱা যায়। সঙ্গীতত বৰদলৈৰ বিশেষ ৰাপ আৰু ব্যুৎপত্তি আছিল। তেওঁ ৰচা 'জয়মতী' নাটকৰ গান 'প্ৰেম মিলনে নবীনা নবীনে', 'শুভ লগ্নে পূৰ্ণবীৰ্যে উদ্ধাৰা ধৰণী, উঠা বীৰমণি' ইত্যাদি সেই সময়ৰ ৰচনাৰ সুন্দৰ চানেকি।" (স্মৃতিতীৰ্থ)।

বৰদলৈৰ ভালেমান গীত আৰু কবিতা সমসাময়িক আলোচনী 'জোনাকী', 'বিজুলী' আদিত প্ৰকাশ পাইছিল। সেইবোৰ আৰু আন কেইটামান গীত-কবিতাৰ সংগ্ৰহ 'তীৰ্থযাত্ৰী' ১৯৫৯ চনত প্ৰকাশ পায়। পুথিখনি 'জাতীয় সঙ্গীত' 'কৃষ্ণলীলাৰ গীত' আৰু 'কবিতা-ভাগ' এই তিনিখণ্ডত বিভক্ত। 'জাতীয় সঙ্গীত' খণ্ডত সন্নিবিষ্ট গীত-কবিতাসমূহত বৰদলৈৰ স্বদেশ-প্ৰাণতাৰ সুৰ আৰু তেজোদ্দীপ্ত আহ্বান-ধ্বনি প্ৰবাহমান। 'আহ্বান' কবিতাত কবিয়ে ডেকা-গাভৰু, বীৰ-বীৰাঙ্গনাৰ দলক 'নতুন তেজেৰে ৰাঙলী ৰূপহী কৰহি ধৰণী তল' বুলি উদাত্ত কণ্ঠেৰে আহ্বান জনাইছে। কাৰণ কবিয়ে উপলব্ধি কৰিছে--

যুগ-যুগান্ত পাৰ হৈ গ'ল
মাতৃ অনাথা তোৰ।
পৰ পদাঘাত কতনো সহিবি
নপৰিল তাৰ ওৰ॥

সেই কাৰণে তেওঁ আশা কৰে--

বুকুত বাজক বীণ অগনিৰ,
কদ্ধ হিয়াৰ তপত কধিৰ,
বৈ যাওক আজি তৰুণ বোলেৰে
বোলাই ধৰণী তল॥

'ভিক্ষা' কবিতাত কবিয়ে জন্মভূমিৰ পূজাৰ কাৰণে দান আগবঢ়াবলৈ ভক্ত সন্তানসকলক এইদৰে আহ্বান জনাইছে--

কোন ক'ত আছ জনমভূমিৰ
ভকত সন্তান
আজি আইৰ পূজা হ'ব
আহ লৈ আহ
কোনে কি কৰিবি দান।
যাৰ আছে সোণ যাৰ আছে ৰূপ
আঁজলি ভৰাই আন,
যাৰ একো নাই দিয়ক যাথোন
ব্যথিত হৃদয় দান॥

দেশ ৰক্ষাৰ বাবে বৰদলৈয়ে কেইবা যুগ আগতে কৰা আহ্বানৰ প্ৰতিধ্বনি ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ গীততো শুনিবলৈ পোৱা যায়। জ্যোতিপ্ৰসাদেও 'কোন ক'ত আছ আহ, আহ সমনীয়া' বুলি 'মাতৃপূজাৰ ভাগ ল'বলৈ' জনতাক আহ্বান জনাইছিল। এনে আহ্বানৰ সুৰ বিপ্লৱী কবি অম্বিকাগিৰি, প্ৰসন্নলাল আদিৰ কবিতাতো পোৱা যায়। চীনৰ ভাৰত আক্ৰমণৰ পিচত দেশৰ প্ৰতিৰক্ষাৰ বাবে "ধন-সোণ যাৰ যি আছে মুক্তহস্তে দান কৰক"—এনে আহ্বান ধ্বনিৰে ভাৰত-আকাশ আন্দোলিত হৈ উঠিছিল।

দেশৰ মান ৰক্ষাই হ'ল কবিৰ জীৱনৰ একমাত্ৰ পণ। তেওঁ আশা কৰে ভাৰতৰ সকলো সন্তানে জীৱন তুচ্ছ কৰি হলেও জন্মভূমিৰ মুক্তিৰ কাৰণে যুঁজ কৰিব। আজি শত-সহস্ৰ নবীন পূজাৰীয়ে 'ভক্তি-কুসুমেৰে নৈবেদ্য সজাই' আৰু 'তৰুণ তেজেৰে কৰণি ৰঙাই' মাতৃ-মন্দিৰত যেন পূজাৰ মন্ত্ৰ জপি আছে। সেয়েহে কবিৰ বিশ্বাস যে প্ৰথমে হয়তো বিদেশী শাসকে 'যমৰ নিচিনা দূত' হৈ টাঙোনেৰে মুক্তিৰ যুঁজাৰুসকলৰ মূৰ ফালিব পাৰে, 'বুট' জোতা মাৰি দেহা তেজেৰে ৰাঙলী কৰিব পাৰে, নাইবা ফাটেকত বন্দী কৰিও থ'ব পাৰে; কিন্তু এনে এটি দিন আহিব যিদিনা বিদেশী শাসকে ভাৰতবাসীক পূৰ্ণ স্বাধীনতা দিবই লাগিব আৰু সিদিনা ভাৰতৰ প্ৰতি ঘৰে ঘৰে জাতীয় পতাকা উৰি থাকিব।

নীল আকাশত জোনৰ দৰে
ভাৰতৰ পতাকা উৰ।
প্ৰতি ঘৰে ঘৰে অতি পয়োভৰে
বিজয় নিচান উৰ॥
কোটি সন্তানৰ প্ৰেমৰ চানেকি
তিনি বৰণীয়া উৰ।
সহস্ৰ লাঞ্ছনা অপমান ঠেলি
বিজয় জয়ন্তী উৰ॥

(জাতীয় সঙ্গীত)

যিসকল লোকে দেশৰ মুক্তিৰ কাৰণে বিদেশীৰ নানা অপমান-অত্যাচাৰ মূৰ পাতি লৈছে, কবিয়ে সেই সাধনা-দীপ্ত বীৰ কৰ্মীৰ দলক অন্তৰৰ প্ৰণাম জনাইছে 'বন্দনা' কবিতাত এইদৰে—

নমো নমো নমো সাধনা-দীপ্ত
বীৰ কৰ্মীৰ দল,
নমো নমো যাৰ চৰণ পৰশে
পূত ধৰণী তল।

বৰদলৈৰ 'শ্যাম বৰণীয়া অসম আই ধুনীয়া ভাৰতৰ নুমলী জী' নামৰ গীতটি সুৰৰ ফালৰপৰা যেনেকৈ নিভাঁজ অসমীয়া, তেনেকৈ কবিৰ অসমী আইৰ প্ৰতি থকা অকৃত্ৰিম ভালপোৱাৰো উজ্জ্বল চানেকি।

'কৃষ্ণ-লীলা' খণ্ডৰ গীতসমূহ (সাতোটা) বৰদলৈৰ 'কৃষ্ণলীলা' নাটকৰপৰা সন্নিবেশ কৰা হৈছে। এই শ্ৰেণীৰ গীতত প্ৰকাশ পাইছে—এফালে শুভ্ৰ জোনাকত জিলমিলাই থকা যমুনাৰ ৰূপালী বালিৰ সৌন্দৰ্য তথা মনোৰম প্ৰাকৃতিক চিত্ৰ আৰু আনফালে কৃষ্ণৰ বিৰহত আতুৰ গোপ-গোপীসকলৰ কাৰুণ্য তথা দেহ-তৰ্পণৰ ভাব। প্ৰাঞ্জল ভাষাত এনে ভাব প্ৰকাশ কৰিব পৰাত কবিৰ বৰ্ণনা-দক্ষতা ফুটি ওলাইছে—

ৰূপালী যমুনা জল
জোনাকত জলমল
বৈ যায় সুবিমল
ৰূপালী বৰণে হাঁহি।
পিউ পিউ পাপিয়াৰ
কুঁহু কুঁহু কোকিলৰ
কেতেকীৰ সুধাধাৰ
বতাহত আহে ভাহি॥
মধুময় বসন্তৰ
সুখ শোভা মনোহৰ
প্ৰেমে প্ৰাণ জৰজৰ
আহা প্ৰিয় ৰসময়,
তোমাৰ পৰশ লাগি
জীৱন উঠিছে জাগি
লোৱা প্ৰভু উপহাৰ
জীৱনৰ সুধাধাৰ।

* * *

হিয়াৰ গোপন ভাষা
যত সুখ যত আশা,
তোমাতে কৰিলোঁ সমৰ্পণ,
জনমে জনমে ধৰি
হিয়াৰ সঁফুৰা ভৰি
তোমালৈ সাচিলোঁ মৰম।

'কৃষ্ণলীলা' নাটকৰ বাকী গীতসমূহো ভাব, ভাষা আৰু ছন্দৰ ফালৰপৰা ওখ থাপৰ আৰু অসমীয়া গীতি-সাহিত্য-মালাৰ উজ্জ্বল মণি-মুকুতা স্বৰূপ। ইয়াৰ গোপ-গোপীসকলৰ বিৰহব্যঞ্জক গীতকেইটি বৰ মৰ্ম্মস্পৰ্শী। কৃষ্ণৰ অনুপস্থিতিত আতুৰ হৈ গোপ-শিশুসকলে বিনাই কৈছে--

আহা আহা কানু,
দেখা দিয়া ভাই এবে প্ৰাণ যায়
বিৰহে কাতৰ তনু।
ইমান মৰম বেথা,
একে তিলকতে সকলো এৰিলা
পাহৰি সকলো কথা। ইত্যাদি

গোপ-শিশুসকলৰ দৰে গোপীসকলৰ বিৰহ-বেদনাও কবিয়ে মৰ্ম্মস্পৰ্শী ভাষাৰে প্ৰকাশ কৰিছে--

প্ৰিয়তম কি ক'ম দুখৰ কথা,
বিৰহ বেদনা অসীম যাতনা
অসীম মৰম বেথা।
মন-প্ৰাণ সঁপি দিলোঁ
কান্দি ৰাতি-দিন হ'ল জ্যোতিহীন
চকুৰে নেদেখা হলোঁ।

কবিৰ বৰ্ণনাই কৃষ্ণ-বিৰহত আকুল বৃন্দাবনবাসীৰ কাৰুণ্যৰ চিত্ৰ অঙ্কিত বৈষ্ণৱ কবিৰ গীতবোৰলৈকেহে মনত পেলায়। এই প্ৰসঙ্গত মহাপুৰুষ মাধৱদেৱৰ গীত এটি উল্লেখ কৰা হ'ল। গীতটোত কৃষ্ণ-বিৰহাকুলা গোপীৰ কাৰুণ্য কিমান মৰ্ম্মস্পৰ্শীভাৱে প্ৰকাশ পাইছে!

গোকুলে আজু গোপাল বিনে ভয়ো আন্ধিয়াৰি।
উগত সুৰ দূৰ গয়োৰে মুৰাৰি॥
হামাৰি জীৱন দূৰ গয়োৰে গোবিন্দ।
নয়নে নেদেখো আৰ পদ অৰবিন্দ॥
ৰবি বিনে দিন নোহে জল বিনে মীন।
হৰি বিনে গোপীৰ জীৱন ভেল ক্ষীণ॥
ধৰণী লুটিয়া গোপী কোকাৰে সঘন।
কহয় মাধৱ গতি নন্দেৰ নন্দন॥

বৰদলৈৰ কেইটিমান গীতত বৈষ্ণৱ কবিসকলৰ গীত-পদৰ দৰে মানৱ জীৱনৰ ক্ষণ ভঙ্গুৰত্ব, মায়াবাদ আৰু ঈশ্বৰ-বিশ্বাসৰ কথা ঘোষিত হৈছে। মানুহ

ক'ৰবাৰা সংসাৰলৈ আহিছে কোনেও নাজানে, মানুহৰ সুন্দৰ শৰীৰটোও সপোনৰ দৰে ক্ষন্তেকীয়া। মানুহ সংসাৰত নিকাৰ ভুগিলেও মায়াৰ দ্বাৰা মোহিত হৈ থাকে। গতিকে মায়াৰ বান্ধোন ছিঙি হৰিক ভজিবলৈ কবিয়ে সংসাৰী লোকক উপদেশ দিছে।

মায়াৰ বান্ধোন সোলোকাই থৈ
হৰি নাম লোৱা মুখেৰে।

কবিৰ এনে চিন্তাধাৰাই বৈষ্ণৱ প্ৰভাৱৰে ইঙ্গিত দিয়ে।

'কবিতা ভাগ'ত অন্তৰ্ভুক্ত 'ল'ৰা-ছোৱালী' আৰু 'শিশুৰ হাঁহি' কবিতাত কবিৰ শিশুৰ প্ৰতি থকা গভীৰ স্নেহ প্ৰকটিত হৈ উঠিছে। বনৰ হৰিণাৰ দৰে সহজ-সৰল শিশুৰ হাঁহিতেই যেন অমৃত নিগৰে—

শিশুৰ আনন্দময় সৰল হাঁহিত হয়
অমৃতৰ ধাৰা বৰিষণ।

আপ্ত বাক্যৰ দৰে সংস্কৃততো এষাৰি কথা আছে—'অমৃতং শিশু-ভাষিতম্।'

শিশুৰ হাঁহিয়ে অকল ঘৰখনেই শুৱনি নকৰে, সৰগৰ জোন-তৰা, প্ৰকৃতিৰ ফুল-পাত সকলোকে যেন সুন্দৰ কৰি তোলে। শিশুৰ আধা ফুটা মাতো ঘোৰ নিষ্ঠুৰ লোক বা সন্তাপীৰ মানত 'মোহিনী ঔষধ' স্বৰূপ। কবিৰ ভাষাত—

আ দোনবাই আ দোনবাই
হাঁহিৰ লহৰী তাত,
সেইহে জোনৰে তয়ো একণিকা
শুনি হাঁহে তোৰ মাত।

আন এটি শিশু-কবিতা 'শিশুৰ প্ৰথম বেজাৰ' ইংৰাজী কবিতা Child's First Grief অৰ সুন্দৰ অসমীয়া ভাঙনি। ইয়াত ভায়েকৰ মৃত্যুত শিশু ককায়েকৰ অন্তৰৰ শোক উথলি উঠিছে। 'ধুমুহা' কবিতাত প্ৰকৃতিৰ ভঙা-পতা ৰীতিৰ লগতে কবিৰ আশাবাদৰো ইঙ্গিত আছে। 'প্ৰকৃতিৰ বাগিচা' কবিতাত কবিয়ে প্ৰকৃতিৰ বহিঃ ৰূপৰ বৰ্ণনা দি বিশ্বস্ৰষ্টাৰ প্ৰেম-মহিমাৰ গুণ গাইছে।

তোমাৰ প্ৰেমৰ চিন অনন্ত জগত
প্ৰেমময় তোমাৰ সম্পদ।

'চিৰ প্ৰৱসুৱা' কবিতাত প্ৰৱসুৱা কবিৰ জন্মস্থানৰ প্ৰতি থকা মৰমৰ ভাব প্ৰকাশ পাইছে। 'সিংহ আৰু নিগনি'ত ছন্দোবদ্ধভাৱে নিগনিৰ্বাৰা সিংহই উপকাৰ পোৱা সাধুটো বৰ্ণনা কৰি শেষত এইদৰে উপদেশ দিছে—

অতএৱ কোনো কালে কাকো কেতিয়াও
নিঘিণাবা নিঃকিন বুলি,
ভাঙৰেও প্ৰাণ পায় নীচ সহায়ত
নিৰুপায় থেতিয়া সমুলি।

এইদৰে 'লাহে লাহে' কবিতাতো একে উপদেশৰেই সুৰ শুনিবলৈ পোৱা যায়---

লাহে লাহে আগবঢ়া কৰি মন ডাঠ
আধৰুৱা এষাৰো নেৰিবা,
তোমাৰ অধীন আজি বহু পুথি-পাঁজি
সময়ত আপুনি দেখিবা।

'প্ৰেম-পত্ৰ' পুথিখনৰ শেষ কবিতা। ফৰাচী দেশৰ এজন শিক্ষক আৰু তেওঁৰ ছাত্ৰীৰ মাজত হোৱা গুপ্ত প্ৰণয় আভিজাত্যাভিমানী পিতৃৰ তাড়নাত কেনেকৈ চিৰ বিচ্ছেদত পৰিণত হ'ল--এই করুণ কাহিনীটিকে লৈ 'প্ৰেম-পত্ৰ' কবিতাটো ৰচনা কৰা হৈছে। কবিয়ে বিৰহীৰ অন্তৰ-বেদনা আবেগপূৰ্ণ ভাষাত অন্তৰ পৰশি পোৱাকৈ প্ৰকাশ কৰিব পাৰিছে আৰু তাতেই ওলাই পৰিছে বৰদলৈৰ বৰ্ণনা দক্ষতাৰ সুন্দৰ পৰিচয়।

আগতেই কোৱা হৈছে যে বৰদলৈ ডাঙৰীয়া জীৱনৰ সৰহ কাল ৰাজনীতি তথা স্বাধীনতা আন্দোলনত ব্যাপৃত আছিল। সেই কাৰণে প্ৰতিভা থকা সত্ত্বেও তেওঁ সাহিত্য সৃষ্টিত বিশেষভাৱে মনোনিৱেশ কৰিবলৈ সুবিধা নাপালে। সেইহে অন্যান্য ৰচনাৰ দৰে তেওঁৰ কবিতা-গীতৰ সংখ্যা সৰহ নহয়। দুই এটি কবিতাত ছন্দৰ অমিলো পৰিলক্ষিত হয়। তথাপি গীত আৰু কবিতাসমূহত বিভিন্ন ভাবৰ উচ্ছ্বাসৰ লগতে ছন্দৰ বৈচিত্ৰ্যও লক্ষ্য কৰা যায় আৰু সেয়ে কবিতাসমূহ উপভোগ্য কৰি তুলিছে। মুঠতে সংখ্যাৰ ফালৰপৰা কম হলেও বৰদলৈ ডাঙৰীয়াৰ গীত-কবিতাসমূহক অসমীয়া কাব্য জগতত এখনি বিশেষ স্থান দিব পাৰি।

# কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ

## পূৰ্ণচন্দ্ৰ শৰ্মা

অসমৰ ৰাজনৈতিক পটভূমিত ; বিশেষকৈ ১৯১০ চনৰ পিচৰ দুটা দশকত কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ ছবিখন জিলিকি আছে। অসমৰ ৰাজনীতিৰ গঢ় দিওঁতাসকলৰ ভিতৰত তেখেত অন্যতম। সেই কালৰ যুৱকসকলৰ মনত তেখেতৰ স্মৃতি উজ্জ্বল হৈ আছে আৰু থাকিব।

ল'ৰালি কালতে শুনিছিলো অসমৰ উঠি অহা এমুঠি উকীলৰ ভিতৰত বৰদলৈয়ে কলিকতা উচ্চ ন্যায়ালয়ত ওকালতি কৰি আছে, কিন্তু দেখা পোৱাৰ সৌভাগ্য আমাৰ হোৱা নাছিল। মোৰ পিতৃদেৱতাৰ সমবয়স্ক আৰু ভাল পৰিচয় থকা হেতু আমাৰ ঘৰুৱা জীৱনতো কৰ্মবীৰ বৰদলৈৰ নাম কেতিয়াবা উল্লেখ হৈছিল। তেতিয়াই জানিবলৈ পাইছিলো যে বৰদলৈ এগৰাকী উচ্চমানবিশিষ্ট উকীল আৰু মোৰ নিজৰো ভৱিষ্যত ওকালতি কৰাৰ আকাংক্ষা থকাত চিনাকি হোৱাৰ সুযোগলৈ অপেক্ষা কৰিছিলো।

১৯১৭ চনত কটন কলেজত পঢ়িবলৈ গৈ কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মাৰ প্ৰভাৱত পৰিছিলো আৰু তেখেতৰপৰাই জানিছিলো যে অসম এছোচিয়েশ্যনৰপৰা বৰদলৈ আৰু প্ৰসন্ন কুমাৰ বৰুৱাক বিলাতলৈ পঠিয়াব মণ্টেগু-চেমচ্‌ফোৰ্ডৰ প্ৰস্তাবিত ভাৰতৰ স্বায়ত্ত-শাসনৰ খচৰাত অসমক অন্তৰ্ভুক্ত কৰিবলৈ আৰু তাৰ কাৰণে শৰ্মাই ধন সংগ্ৰহ কৰোতে আমি ছাত্ৰবিলাকেও যৎসামান্য অৰিহণা দি সমৰ্থন জনাব লাগে। বিলাতলৈ যোৱাৰ আগতে কাৰ্জন হলত (বৰ্তমান বৰদলৈৰ স্মৃতি ৰক্ষা কৰা তেখেতৰ নামৰ হলটো) এখন সভালৈ আমি গৈছিলো আৰু সেই সভাত বৰদলৈদেৱে ইংৰাজীতে এটি ভাষণ দিয়ে। ভাষণৰ মৰ্ম আছিল অসমক ভুল বুজি ভাৰতৰ স্বায়ত্ত-শাসনৰ প্ৰস্তাৱৰ বহিৰ্ভূত কৰি ৰাখিছে আৰু তাৰে প্ৰতিবাদ কৰিবলৈ তেখেতসকল বিলাতলৈ যাব। সভালৈ মোৰ আৰু মোৰ লগতে যোৱা ছাত্ৰকেইজনৰ মন আছিল বৰদলৈদেৱৰ ইংৰাজীত ভাষণ দিয়াৰ ক্ষমতা চোৱা। আমি সন্তুষ্ট হৈছিলো আৰু বিশ্বাস হৈছিল অসমৰ সঁজাতিৰ বাহুনি সন্তোষজনক।

বিলাতলৈ গৈ বৰদলৈয়ে কৃতিত্বৰে অসমৰ হক কথা দাঙি ধৰিছিল আৰু কৃতকাৰ্য হৈছিল। উলটি অহাৰ পিচত একেটা হলতে তেখেতক অভিনন্দন জনোৱা

হৈছিল আৰু সেই সভাতো আমি উপস্থিত আছিলো। কৰ্মবীৰ বৰদলৈ অসমৰ এজন খ্যাতনামা উকীল আছিল আৰু গুৱাহাটীত জজ আদালততে তেখেতে ওকালতি কৰিছিল। উকীল হ'বৰ আকাংক্ষা থকাত মই কেতিয়াবা সেই আদালতত উকীল-সকলৰ ওকালতি চাবলৈ আৰু শুনিবলৈ আহিছিলো আৰু মাজে মাজে বৰদলৈদেৱক ওকালতি কৰা দেখিছিলো। ইতিমধ্যেই মোৰ পিতৃদেবতাৰ পৰিচয়ত বৰদলৈদেৱে নগাঁৱলৈ আহোঁতে মোক চিনি লৈছিল আৰু কেতিয়াবা মোৰ প্ৰায় সমবয়স্ক তেখেতৰ দুই পুত্ৰ ডাঃ উমেশচন্দ্ৰ বৰদলৈ আৰু অপূৰ্বকুমাৰ বৰদলৈৰ লগতো ফুৰা-চকা কৰা দেখিছিল।

১৯২১ চনৰ অসহযোগ আন্দোলন। এই আন্দোলনত আমি বৰদলৈদেৱৰ ঘনিষ্ঠতালৈ অহাৰ সুযোগ পাওঁ। এই আন্দোলন আৰম্ভ কৰা সকলৰ ভিতৰত অসমত প্ৰধানকৈ কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা আৰু কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ আছিল। ২২ জানুৱাৰীত উজান বজাৰৰ নাট্যমন্দিৰৰ সভাত বৰদলৈ আছিল প্ৰধান বক্তা। ভাবপ্ৰবণ বৰদলৈয়ে জালিয়ানৱালাবাগৰ হত্যাকাণ্ডৰ কাহিনী চলচলীয়া চকুৰে ফুটা-নুফুটা মাতেৰে বৰ্ণনা কৰিছিল আৰু ছাত্ৰ শক্তিলৈ আহ্বান জনাইছিল। আগৰেপৰা চন্দ্ৰনাথ শৰ্মাই জাকত দি থোৱা আমি ছাত্ৰসকলে অসহযোগত নামিবলৈ সংকল্প দৃঢ় কৰি লৈছিলো। ইয়াৰ এদিন পিচতে পলাশবাৰীত হোৱা ৰাজহুৱা সভাতো বৰদলৈদেৱেই আছিল প্ৰধান বক্তা আৰু তেখেতৰ ওজস্বিনী ভাষণত পলাশবাৰীৰ ৰাইজে আন্দোলনত অৰিহণা যোগাইছিল।

১৯২১ চনৰ অসহযোগ আন্দোলনৰ আৰম্ভণীতে কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মাই এডাল যেন জোঁৰ লৈ ডেকা মনৰ চাকিবিলাকৰ শলিতাত জুই দি গৈছিল আৰু তাৰ পিচে পিচে বৰদলৈ আৰু তৰুণ ৰাম ফুকনে সেই জুই বঢ়াই উজ্জ্বল কৰি অসমৰ ইমূৰৰপৰা সিমূৰলৈকে অসহযোগৰ বা বোৱাইছিল। কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা নৰিয়া পাটীত পৰি থাকি পিচলৈ মৃত্যু মুখত পৰিল কিন্তু বৰদলৈ আৰু ফুকনে অসমৰ আন্দোলন শক্তিশালী কৰিছিল আৰু অসমৰ ঘৰে ঘৰে বৰদলৈ আৰু ফুকনৰ নাম উচ্চাৰিত হৈছিল।

উজনি অসমতো সেই কালত কুলধৰ চলিহাই নেতৃত্ব দিছিল। সমগ্ৰ অসমতে এই তিনিও গৰাকীয়েইহে অসমৰ নেতা বুলি পৰিচয় দিছিল। জিলা পৰ্যায়ত কৃষ্ণনাথ শৰ্মা, কণকচন্দ্ৰ শৰ্মাৰদৰে নেতাও বিৰল আছিল আৰু সকলো কামতে বা কথাতে বৰদলৈদেৱে সেই সকলোৰে লগত আলোচনা কৰিহে কৰ্মব্যৱস্থা কৰিছিল।

এই আটাইকেগৰাকী নেতা বন্দী হৈ শ্ৰীহট্ট দেশত থকা কালত মোৰ পিতৃ-দেৱতাৰ বিয়োগত বৰদলৈদেৱেই এখন চিঠি দি মোক সান্ত্বনা দিছিল। তাৰ পিচত তেখেতক মই গুৱাহাটীত লগ পাই আছিলো।

অসহযোগ আন্দোলনত বৰদলৈদেৱৰ ত্যাগ অসীম। ইয়াৰ আগৰেপৰা বৰদলৈদেৱ বঙ্গদেশৰ যুগান্তৰ দলৰ পৃষ্ঠপোষকতা কৰা বুলি তেখেতৰপৰাই জানিবলৈ পাইছিলো। অসহযোগৰ লগে লগে উকীল হিচাপে সুপ্ৰতিষ্ঠিত হোৱা বৰদলৈদেৱে যথেষ্ট ধন উপাৰ্জন কৰা ওকালতি বন্ধ কৰিব লগা হয় আৰু বহু মূল্যবান বিদেশী কাপোৰ অগ্নিত দাহ কৰে। '২১ চনৰ আগষ্ট মাহত মহাত্মা গান্ধী অসমলৈ অহা কালৰ আগতেই বৰদলৈ আৰু ফুকনে অসমত চূড়ান্ত অসহযোগৰ কাৰণেই প্ৰস্তুতি

চলাইছিল। এইখিনিতে উল্লেখ কৰিব পাৰি যে বৰদলৈদেৱে মোৰ পিতৃদেৱতাকো মহাত্মাৰ লগত পৰিচয় কৰি দিছিল, কাৰণ মোৰ পিতৃদেৱতা চৰকাৰী চাকৰিত থাকিও স্বাধীনতাকামী আৰু সদায় স্বদেশী পৰিধান কৰিছিল বুলি বৰদলৈৰ প্ৰিয় আছিল।

১৯২৬ চনৰ পাণ্ডু কংগ্ৰেছৰ অভ্যৰ্থনা সমিতিৰ প্ৰধান সম্পাদকহে অতি পাৰদৰ্শিতাৰে তেখেতে কাৰ্য পৰিচালনা কৰিছিল। মোৰ দায়িত্ব আছিল নেতাসকলৰ শিবিৰত পানী আৰু পোহৰ যোগান আৰু সেই সূত্ৰে গৈ কেতিয়াবা মোক সতৰ্ক কৰি দিছিল যাতে কৰ্তব্যৰ ত্ৰুটি নহয়। কিন্তু সেই কংগ্ৰেছ অধিবেশনেই ফুকন আৰু বৰদলৈক ঋণগ্ৰস্ত কৰিলে দুয়োৰো ৰাজহুৱা জীৱনত কেতিয়াবা কেতিয়াবা ত্যক্ততাৰ সৃষ্টি হৈছিল আৰু ইয়াক দেখি আমি দুখ পাইছিলো।

১৯২৮ চনত এটা হত্যাৰ মোকৰ্দমা সংক্ৰান্তত মই বৰদলৈৰ কাষ চাপিছিলো। মোকৰ্দমাটো জজ পেটাৰ্চন চাহাবৰ চেচন আদালতত। এই মোকৰ্দমাৰ শুনানীৰ কিছুদিন আগতে ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা আৰু বৰদলৈদেৱেই সেই মোকৰ্দমাৰ আচামী দুজনক জামিনত দিয়াইছিল। কিন্তু বিচাৰৰ সময়ত বৰদলৈয়ে এনে এটা ফিজৰ পৰিমাণৰ কথা ক'লে যে আচামীকেজনে তেখেতক উকীল ধৰিব নোৱাৰিলে। ফিজ তেনে পৰিমাণৰ বিচৰাৰ কাৰণ যে পেটাৰ্চন চাহাবৰ আদালতত সেই মোকৰ্দমাই বহুত দিন ল'ব আৰু সিমান দিনলৈ আবদ্ধ হ'বলৈ সেই পৰিমাণৰ ফিজ নহ'লে তেখেতৰ বহু ক্ষতি হ'ব। হয়, পিচত সেই মোকৰ্দমাত ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা আৰু মই দুয়ো আচামী পক্ষ সমৰ্থন কৰোতে ২৪ দিন লাগিছিল আৰু সিমান দিনৰ কাৰণে বৰদলৈদেৱে কোৱা ফিজ অতি কমেইহে আছিল। শেষত আমি দুয়ো নতুন উকীলেই যেতিয়া সেই মোকৰ্দমা চলাবলৈ ল'লো, দ্বিতীয় দিনা বৰদলৈদেৱ জজৰ আদালতত জজ চাহাবৰ পিচফালে থিয় হৈ আমালৈ চাই হাত দাঙি আমাক উৎসাহিত কৰাৰ ভঙ্গী দি আমাক উদগনি দিছিল।

১৯২৯ চনত বৰদলৈদেৱৰ নগাৱঁলৈ আহোতে চিৰনমস্য গড়মূৰীয়া সত্ৰাধিকাৰ পীতাম্বৰদেৱ গোস্বামীয়ে তেখেতৰ বাহৰত ৰাতিৰ ভোজনলৈ বৰদলৈ, বৃন্দাবন চন্দ্ৰ গোস্বামী আৰু মোক আমন্ত্ৰণ জনোৱাত আমি সেই প্ৰভুৰ লগতে ওচৰতে বহি ভোজন কৰি কৰি বহু আলোচনা কৰিছিলো।

কৰ্মবীৰ বৰদলৈ ভাৰতৰ ভিতৰতে এগৰাকী আগশাৰীৰ দেশপ্ৰেমী আৰু ত্যাগী পুৰুষ আছিল আৰু তেওঁৰ প্ৰভাৱ কুৰি শতিকাৰ তৃতীয় দশকত অসমৰ চুকে-কোণে বিয়পি পৰিছিল। সেই শ্ৰেণীৰ নেতা আজি অসমত নাই। ফুকন, চলিহা, বৰদলৈ, চন্দ্ৰনাথ শৰ্মাৰ শাৰীৰ লোকৰ অভাৱতে আজি অসমৰ দুৰৱস্থা। ভৱিষ্যতৰ পুৰুষে যেন এইসকলক নাপাহৰে যে সেইসকল পুৰুষৰ অবিহনে অসমৰ ৰাজনীতি নগাভূমিৰদৰেই কিজানি হ'ব লগা হ'লহেঁতেন।

# কৰ্মবীৰ নবীনচন্দ্ৰ

দেবেন্দ্ৰনাথ শৰ্ম্মা

পৃথিবীৰ বিভিন্ন জাতিৰ আৰু দেশৰ মুক্তি-আন্দোলনৰ পুৰোভাগত যিসকল বীৰ্য্যৱান, সৰ্বস্বত্যাগী পুৰুষক আমি দেখিবলৈ পাওঁ তেওঁলোক সকলোৱেই অবিস্মৰণীয় কীৰ্তি অৰ্জন কৰি অমৰত্ব লাভ কৰিছে। ভাৰতৰ মুক্তি-সংগ্ৰামতো জাতিৰ পিতা মহাত্মা গান্ধীৰ আৰু তেওঁৰ অনুগামীসকলৰ ত্যাগ আৰু অৱদানে অকল যে ভাৰতৰ জনসাধাৰণকহে পুনৰ্জীৱিত কৰিছে তেনে নহয়, সেয়ে বিশ্বৰ পৰাধীন আৰু নিৰ্য্যাতিত জাতিসমূহৰ স্বাধীনতা লাভৰ চেতনাকো বিশেষভাৱে অনুপ্ৰাণিত কৰিছে। এই মহানত্যাগী প্ৰাতঃস্মৰণীয় পুৰুষসকলৰ জীৱন-ভৰা সাধনাই সাধাৰণ মানুহক দিছে আত্ম-মহিমাৰ উদ্দীপনা। এই উদ্দীপনা আৰু অনুভূতিয়েই দাসত্বৰ শিকলি চিঙিবলৈ তেওঁলোকৰ অন্তৰত সঞ্জীৱনী শক্তিৰ সঞ্চাৰ কৰিছে। মহামানৱ মহাত্মা গান্ধী আৰু তেওঁৰ আদৰ্শত অনুপ্ৰাণিত অনুগামীসকলৰ ত্যাগ আৰু নিষ্ক্ৰিয় প্ৰতিৰোধ শক্তিত অনুপ্ৰাণিত হৈ ভাৰতৰ নিৰ্য্যাতিত, নিপীড়িত মানৱ সমাজে আত্ম-শক্তিত সংহত হৈ এক অভিনৱ পন্থাৰে স্বাধীনতা লাভ কৰিছে। ভাৰতৰ স্বাধীনতা লাভত এছিয়া আৰু আফ্ৰিকাৰ পৰাধীন আৰু লাঞ্ছিত জাতিসমূহৰ স্বাধীনতা লাভৰ বাবে ইতিহাসৰ এক নতুন অধ্যায় সৃষ্টি হৈছে। মানৱ সভ্যতাৰ এই নৱ-অভিব্যক্তিৰ মূলত গান্ধীজীৰ জীৱন-আদৰ্শ আৰু তেওঁৰ সাধনা শক্তিস্বৰূপে নিহিত হৈছে। মহামানৱ মহাত্মাৰ অন্যতম ঐকান্তিক অনুগামী—অসমৰ কৃতীসন্তান কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ।

ভাৰতৰ স্বাধীনতা বিশ্বজগতত এক যুগ-বিপৰ্য্যয়কৰ অভাৱনীয় ঘটনা। প্ৰকৃততে ভাৰতৰ মুক্তিয়েই এছিয়াৰ পৰাধীন জাতিসমূহৰ মুক্তিৰ পথ প্ৰশস্ত কৰিছে। এছিয়াত সাম্ৰাজ্যবাদী শক্তিৰ মূল ঘাটি—ভাৰতবৰ্ষ। ইংৰাজ জাতিয়েই আছিল সমগ্ৰ এছিয়াৰ সকলো সাম্ৰাজ্যবাদীসকলৰ ধাৰক, বাহক আৰু পোষক। ভাৰতৰ ঘাটিক কেন্দ্ৰ কৰিয়েই য়ুৰোপৰ শ্বেতাঙ্গ জাতিসমূহে এছিয়াৰ বিভিন্ন দেশসমূহৰ ওপৰত জবৰদস্তী প্ৰাধান্য চলাবলৈ সক্ষম হৈছিল। পশু-শক্তিৰ ঔদ্ধত্যত কৃষ্ণাঙ্গ জাতিসমূহৰ অভিভাৱকত্বৰ নামত নিজৰ আভিজাত্যৰ অসহনীয় স্পৰ্দ্ধাৰ প্ৰভাৱত মনুষ্যত্বৰ অৱমাননাত তেওঁলোকে জগতৰ বায়ুমণ্ডলক বিষাক্ত কৰি তুলিছিল।

ভাৰতৰ মুক্তিত এছিয়াৰ সাম্ৰাজ্যবাদী শক্তিৰ প্ৰধান ঘাটি বাগৰি পৰে। ভাৰতৰ মুক্তিত মনুষ্যত্বৰ উজ্জীৱনমূলক প্ৰাণপদ-বতাহ এছিয়াৰ সকলো ঠাইতেই প্ৰবাহিত হয় আৰু অৱশেষত আফ্ৰিকাৰ উপকূল ভাগকো সেয়ে স্পৰ্শ কৰে। কৃষ্ণাঙ্গ জাতি-সমূহৰ ওপৰত প্ৰভুত্ব কৰাৰ দায়িত্ব ভগৱানে শ্বেতাঙ্গ জাতিসমূহৰ ওপৰত ন্যস্ত কৰিছে—এই স্পৰ্দ্ধাৰ অৱসান ঘটে। ভাৰতৰ মুক্তিৰ লগত এছিয়া আৰু আফ্ৰিকাৰ পৰাধীন আৰু নিৰ্যাতিত মানৱ সমাজৰ স্বাধীনতা লাভৰ সম্পৰ্ক এনেদৰেই জড়িত। ভাৰতৰ স্বাধীনতা আন্দোলনৰ ই এক উল্লেখযোগ্য বৈশিষ্ট্য।

এই বিশিষ্টতাৰ উপৰিও ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ কিছুমান বৈচিত্ৰ্যই জগতৰ ইতিহাসত উল্লেখযোগ্য ঠাই অধিকাৰ কৰিছে। ভাৰতে মহাত্মা গান্ধীৰ দৰে মহামানৱক নিজৰ স্বাধীনতা সংগ্ৰামৰ নেতাৰূপে লাভ কৰিবলৈ সক্ষম হৈছিল। বিশ্ববৰেণ্য সৰ্বজনমান্য নেতাক জাতীয় আন্দোলনৰ নেতৃস্বৰূপে পোৱাৰ সৌভাগ্য বিশ্বৰ আন কোনো জাতিৰ ভাগ্যত ঘটা নাই। গান্ধীজীয়ে সৰ্বপ্ৰথম ৰাজনৈতিক ক্ষেত্ৰত অহিংস আন্দোলনৰ অৱতাৰণা কৰে। মহাত্মা গান্ধীৰ অহিংস-নীতিয়ে জাতিৰ সুপ্ত শক্তিক ভাৰতৰ মুক্তি সংগ্ৰামত সংহত আৰু সুসংগঠিত কৰে। গান্ধীজীৰ অহিংস সংগ্ৰামত তেওঁৰ অনুগামীসকলৰ সাধনা, ত্যাগ আৰু কৰ্মপ্ৰৱণ-তাই ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ প্ৰাণবল দুৰ্দম কৰি তুলিছিল। এই অনুগামী-সকলৰ অন্যতম শ্ৰেষ্ঠ দেশপ্ৰেমিক বীৰ আছিল কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ।

সাম্ৰাজ্যবাদী শাসনৰ মূল শক্তি স্বৰূপে কাম কৰিছিল দেশৰ জনসাধাৰণৰ শাসনাধিষ্ঠ কৰ্তৃত্বৰ প্ৰতি থকা আনুগত্য। দেশৰ স্বাৰ্থ, জাতিৰ স্বাৰ্থ সম্পৰ্কে বিশেষ সম্যক চেতনাবোধ নাছিল—দেশৰ অগণিত জনসাধাৰণৰ। বিদেশী প্ৰভু-সকলক আনুগত্য দেখুৱাটোৱে জনসাধাৰণৰ বেছিভাগৰে কৰ্তব্য আছিল বুলি বিবেচিত হৈছিল। মহাত্মা আৰু তেওঁৰ অনুগামীসকলৰ আত্মত্যাগ আৰু অৱদানে বিদেশী সাম্ৰাজ্যবাদী শাসকসকলৰ প্ৰতি থকা এনে অন্ধ আনুগত্যৰপৰা জনসাধাৰণক মুক্ত কৰিবলৈ সক্ষম হৈছিল। অসমত মহাত্মা গান্ধীৰ অহিংস আন্দোলনত নিজক বিলাই দিয়া পোনপ্ৰথম নেতা হৈছে—কৰ্মবীৰ নবীনচন্দ্ৰ। কৰ্মবীৰ বৰদলৈয়ে জীৱনৰ সকলো ঐহিক সুখ-সম্ভোগ, ধন, মান আৰু পদ-মৰ্যাদা আদি সকলোকে জলাঞ্জলি দি আত্মত্যাগী ভোলানাথৰ দৰে অহিংস সংগ্ৰামৰ নীতিক বহন কৰি ভাৰতৰ স্বাধীনতা সংগ্ৰামত যি ত্যাগ, যি নিৰ্যাতন ভোগ কৰিছে সি আচলতে বৰণীয়ই নহয়—মহিমামণ্ডিতো। জাতিৰ স্বাধীনতা স্পৃহাৰ মনোমূলত, বহ্নিময় পৰিমণ্ডলত কৰ্মবীৰ নবীনচন্দ্ৰৰ আসন প্ৰতিষ্ঠিত। য'ত মানৱ-মহত্ত্বৰ উদ্দীপিত বৃহত্তম স্বাৰ্থৰ উদ্দেশ্যত আত্মত্যাগৰ য'ত প্ৰাণধৰ্মৰ উজ্জীৱন, জাতি, ধৰ্ম, সম্প্ৰদায়, গোষ্ঠী নিৰ্বিশেষে মানৱ মহিমাৰ য'ত উদাৰ প্ৰভাৱ—তাতেই আমি কৰ্মবীৰ নবীন-চন্দ্ৰ বৰদলৈৰ ত্যাগ আৰু নিৰ্যাতিত জীৱনৰ অস্তিত্ব অনুভৱ কৰোঁ।

কৰ্মবীৰ নবীনচন্দ্ৰ জীৱিতাৱস্থাত যি আছিল, যিবোৰ সাফল্য অৰ্জন কৰি অসমী আইৰ মুখ উজ্জ্বল কৰিছিল তাতোকৈ তেওঁ আছিল অনেক বেছি। বৃটিছ সাম্ৰাজ্যবাদী শাসকে অসম প্ৰদেশখনক ফ্ৰণ্টিয়াৰ বা সীমান্তৰূপে ৰখাৰ যি কু-অভিসন্ধি কৰি শাসন-সংস্কাৰৰপৰা অসমক বঞ্চিত কৰি ৰাখি সৰ্বভাৰতীয় ৰাজনৈতিক অধিকাৰৰপৰা নিম্নস্তৰত ৰখাৰ যি অপচেষ্টা চলাইছিল তাক ব্যৰ্থ কৰিবলৈ কৰ্মবীৰ নবীনচন্দ্ৰৰ স্মৰণীয় মহৎ কৰ্ম-কৃতিত্ব অকল সমসাময়িক সাফল্য তাৎপৰ্যতাৰেই প্ৰদীপ্ত নহয়—ই অসমীয়া জাতিৰ ভৱিষ্যত ঐক্য আৰু সংহতি বিধানৰ স্বপ্ন-মহত্ত্বত প্ৰেৰণাৰ পাথেয়ও।

পৰাধীন ভাৰতৰ পৰিবেশত এই সকলো কাম কৰিবলগীয়া হোৱাত তেওঁ প্ৰতি পদক্ষেপত বাধা পাইছিল। কিন্তু স্বাধীন ভাৰতৰ উজ্জ্বল চিত্ৰ তেওঁৰ চকুৰ আগত বাস্তৱৰ দৰে স্পষ্ট আৰু স্বচ্ছ আছিল বুলিয়েই কৰ্মক তেওঁ সিদ্ধিৰ সীমা-বন্ধনতে আবদ্ধকৈ নাৰাখি বৃহত্তৰ ভূমিকাত ন্যস্ত কৰি আগত ভৱিষ্যতৰ গৰ্ভক ফলপ্ৰসূ কৰাৰ সপোন দেখিছিল। অসমক ভাৰত-সভাত যথোচিত মৰ্যাদাৰ আসনত প্ৰতিষ্ঠিত কৰি কৰ্মবীৰে জীৱনাৱস্থাতেই দেশবাসীৰ সন্মান আৰু শ্ৰদ্ধা লাভ কৰি-ছিল সঁচা, কিন্তু পিচৰ স্বাধীন দেশবাসীৰ ওচৰত কৰ্মবীৰ বৰদলৈ অকল সন্মানীয় নেতাই নহয়—প্ৰাতঃস্মৰণীয় মহান নেতাৰূপেও পূজিত।

কৰ্মবীৰ বৰদলৈৰ মহত্ত্ব বিশ্লেষণত আমি দেখা পাওঁ যে কৰ্মবীৰ নবীন-চন্দ্ৰই অকল সমকালীন দেশ আৰু সমাজৰ সাময়িক নাম-যশ আৰু মান প্ৰতিষ্ঠাৰ বাবেই কৰ্ম-সাধনা কৰা নাছিল, তেওঁৰ বেছিভাগ কামেই অনাগত দেশ, কাল আৰু জাতিৰ শক্তি আৰু মহত্ত্ব বিধানতেই আছিল নিয়োজিত। কৰ্মবীৰ এজন প্ৰথম শ্ৰেণীৰ আইনজ্ঞ পুৰুষো আছিল। ওকালতিত তেওঁ অভিনন্দিত হৈছিল। শিক্ষাৰ প্ৰতি তেওঁৰ আছিল অকৃত্ৰিম শ্ৰদ্ধা। অসমত বিশ্ববিদ্যালয় প্ৰতিষ্ঠাৰ দাবী কৰি প্ৰগতিশীল কৰ্মবীৰে 'চেড্‌লাৰ-কমিছনৰ' আগত সাক্ষ্য দিছিল। ইয়াৰ উপৰিও তেও আছিল কবি, সাহিত্যিক। কৰ্মবীৰে কেবাখনো কবিতা-পুথি, সঙ্গীত আৰু নাটক লেখাৰ উপৰিও অনুবাদ সাহিত্য আৰু উপন্যাসো লেখিছে। তেওঁ জাতীয় আত্ম-চেতনা জাগৰণৰ বাবে ৰচনা কৰিছিল—

"ডেকা গাভৰুৰ দল, বীৰ বীৰাঙ্গনাৰ দল
নতুন তেজেৰে ৰাঙলীৰূপহী কৰহি ধৰণী তল,
খোজৰ ভৰত কপক ধৰণী, তৰুণ চকুত জ্বলক অগনি
শত-সহস্ৰ মৃত্যু নেওচি, ব'ল আগুৱাই ব'ল।"

দেশ পৰাধীনতাৰ শৃংখলত আবদ্ধ থকাত স্বদেশ প্ৰেমিক কৰ্মবীৰ বৰদলৈৰ অন্তৰ কান্দি উঠিছিল আৰু সেয়ে কৰ্মবীৰে দেশৰ ডেকা-গাভৰুক মৃত্যু নেওচিও দেশ মাতৃকাৰ বন্ধন মুক্তি যজ্ঞত নিজক ভাগ ল'বলৈ আহবান জনাইছিল। দেশপ্ৰেম,

সাহিত্য-সাধনা, কৃষ্টি-সংস্কৃতিৰ সাধনাৰ উপৰিও কৰ্মবীৰৰ মনোজীৱনত আৰু এক মহৎ মনস্বী ব্যক্তিৰ ধ্যান-চেতনাৰ সন্ধান পোৱা যায়। সেয়ে তেওঁৰ অন্তৰত ঝঙ্কৃত হৈছিল—“আহা প্ৰাণ কাণু, দেখা দিয়া ভাই এবে প্ৰাণ যায়, বিৰহ কাতৰ তনু। ইমান মৰম-বেথা একে তিলকতে সকলো এৰিলা, পাহৰি সকলো কথা।” আৰু “তইঁতৰ ৰজা কৃষ্ণ বলৰাম আমাৰো প্ৰাণৰ প্ৰাণ, বৃন্দাবনত শুনালে আমাক বাঁহীৰ মধুৰ তান।” এই শাশ্বত ভাৰতবৰ্ষৰ চেতন-বাণী কৰ্মবীৰৰ অন্তৰত জাগৃত হৈছিল। ইয়াতেই তেওঁ লাভ কৰিছিল—আত্ম-সম্বিতৰ আনন্দ। পূৰ্ণত্বত প্ৰাণবান হৈ কৰ্মবীৰে একেলগে হ'ব পাৰিছিল—কৰ্মী, জ্ঞানী, দেশ-হিতৈষী, যোগী আৰু ভক্ত। কৰ্মবীৰে সেয়ে ব্যক্তিস্বতন্ত্ৰ ৰক্ষা কৰিও স্বদেশ সেৱাত নিষ্কাম নিৰলস কৰ্মী, কৃষ্ণন্ত ভগৱান চিন্তাত সন্ন্যাসী হৈয়ো মানৱ-সেৱাৰ মাধ্যমেৰেই মাধৱ-সেৱাত ব্ৰতী আছিল।

সাধাৰণতে দেখা যায় যে ৰাজনৈতিক তত্ত্বপ্ৰচাৰত প্ৰায় সকলোৰেই আগ্ৰহী। আধ্যাত্মিক জীৱন-চেতনাৰ তত্ত্ব-সাধনাত উৎসাহ কাৰো নাই। কিন্তু কৰ্মবীৰৰ জীৱনত ইয়াৰ ব্যতিক্ৰম দেখিবলৈ পাওঁ। কৰ্মবীৰ নবীনচন্দ্ৰৰ কৰ্মত কোনো ব্যক্তি-স্বাৰ্থ নাছিল, দেশপ্ৰেম বা দেশ-ভক্তিত কোনো প্ৰতাৰণা নাছিল, ত্যাগব্ৰতত কোনো অনীহা নাছিল, তেওঁৰ অন্তৰ পৰিপূৰ্ণ আছিল—সত্যাদৰ্শৰে। কৰ্মবীৰৰ কৰ্ম, ধ্যান আৰু জীৱনত এই সত্যৰ আদৰ্শই প্ৰমূৰ্ত। প্ৰকৃততে কৰ্মবীৰ আছিল চৰিত্ৰ বলত বলীয়ান, ভাৰতীয় ধৰ্ম আৰু সংস্কৃতিৰ সাত্ত্বিকতাত উদ্দীপ্ত, চিত্তশুদ্ধিৰ তপস্যাত প্ৰশান্ত আৰু ভাৰত মাতৃৰ গৌৰৱত গৌৰৱিত। কৰ্মবীৰ আছিল—শিক্ষাত, দীক্ষাত, জ্ঞানত মূৰ্ত ভাৰত-সংস্কৃতি। তেওঁ আছিল—কৰ্মত ভাৰতবৰ্ষীয়, ধৰ্মত ভাৰতবৰ্ষীয়, চলন-ফুৰণত ভাৰতবৰ্ষীয়, শয়নত ভাৰতবৰ্ষীয় আৰু মননতো ভাৰত-বৰ্ষীয়। কিন্তু সবাৰো উপৰি তেওঁ আছিল অসম-প্ৰেমিক। অসম প্ৰেমেই আছিল কৰ্মবীৰৰ ধৰ্ম। এই অসম প্ৰেম-ধৰ্মৰ উপলব্ধিৰ পোহৰেই কৰ্মবীৰৰ ব্যক্তিত্ব প্ৰজ্বলিত কৰিছিল আৰু জগাই তুলিছিল সমাজবোধ—জ্ঞানত, ধ্যানত, প্ৰেমত আৰু কৰ্মত। কৰ্মবীৰৰ এই ধৰ্মত আনন্দ আছে—সমাজ-মঙ্গলৰ ওপৰত। কৰ্মবীৰৰ এই ধৰ্ম-মন ত্যাগৰ শান্তিত প্ৰসন্ন। এই ধৰ্মত কৰ্মবীৰৰ মন পৰিপূৰ্ণ আছিল বুলিয়েই তেওঁ আস্বাদন কৰিছিল—জীৱনজাত নবীনতাৰ আনন্দ। এই আনন্দই আছিল সৰ্বানুভূতি।

# নবীনচন্দ্ৰ বৰদলৈ

## বিজয়চন্দ্ৰ ভাগৱতী

মন্টেগু-চেমচফৰ্ড শাসন-সংস্কাৰ আঁচনিৰপৰা অসমক বাদ দিব খোজা হৈছে বুলি জানিব পাৰি, সেই আঁচনিৰ ওপৰত ভিত্তি কৰি ৰচনা কৰা 'ভাৰত চৰকাৰ বিল'ৰ ( Govt. of India Bill ) সম্পৰ্কে গঠিত বৃটিছ পাৰ্লামেণ্টৰ যুটীয়া চিলেক্ট কমিটিৰ আগত ১৯১৯ চনত অসম এছোচিয়েশ্যনৰ সম্পাদক চন্দ্ৰনাথ শৰ্মাই এখন 'মেমৰেণ্ডাম' দাখিল কৰিছিল। সেই 'মেমৰেণ্ডাম'ত লেখা হৈছিল ঃ

"This Association views with alarm and respectfully begs to protest against the recommendations of the Govt. of India contained in para 35 of the Despatch, dated the 5 th March last, wherein it is proposed not to grant to Assam the same type of government as is proposed for the other major provinces of India including even the Central provinces which obtained a Legislative Council of its own after Assam and the percentage of educated people wherein is much below that of Assam."

এই 'মেমৰেণ্ডাম'ৰ ভিত্তিত বৃটিছ পাৰ্লামেণ্টত যুটীয়া চিলেক্ট কমিটিৰ আগত সাক্ষী দিবলৈ ১৯১৯ চনত অসম এছোচিয়েশ্যনৰ প্ৰতিনিধি হিচাপে নবীনচন্দ্ৰ বৰদলৈ আৰু প্ৰসন্ন কুমাৰ বৰুৱা বিলাতলৈ গৈছিল। উক্ত কমিটিৰ আগত সাক্ষী দি বৰদলৈ ডাঙৰীয়াই কৈছিল ঃ "Looking at the recommendations of the Govt. of India, I certainly say that we object to it. We do not want any different treatment from other provinces......"

এইখিনিতে উল্লেখ কৰিবলগীয়া যে ভাৰত চৰকাৰে অসমক মন্টেগু-চেমচ্‌ফৰ্ড শাসন-সংস্কাৰৰপৰা বাদ দিয়াৰ কাৰণ দৰ্শাই বিলাতলৈ পঠিওৱা এটা ৰিপোৰ্টত লিখিছিল ঃ "We are doubtful about the application of the proposals in the Report to Assam which exclusive of the hill tracts inhabited by primitive people seems to us too small an area to carry so large a superstructure." •

অসমৰ চীফ্ কমিচনাৰ ছাৰ বিট্চন বেলে এই সম্পৰ্কে দিয়া অভিমত অলপ বেলেগ আছিল। অসমৰ চীফ কমিচনাৰে ১৯১৮ চনৰ ২৪ অক্টোবৰত যি টোকা দিছিল, তাত তেওঁ লিখিছিল ঃ

"As Assam has been included in the Report along with the seven major provinces of India, Assam must stand or fall along with them. The future constitution of Assam must follow the general lines of the constitutions of the other seven provinces, although, I hope, I have already written enough to show that the constitution of Assam cannot be identical with those of the richer, more populous and more homogeneous neighbours."

ভাৰত চৰকাৰে অসমৰ চীফ কমিচনাৰৰ পৰামৰ্শও গ্ৰহণ নকৰি, ৰাজনৈতিক আৰু সামাজিক হিচাপে পিচ পৰা অঞ্চল হিচাপে ধৰি, অসমক মণ্টেগু-চেমচ্‌ফৰ্ড শাসন-সংস্কাৰৰপৰা বাদ দিয়াৰ কথা কৈছিল। বৰদলৈ ডাঙৰীয়াই ভাৰত চৰকাৰৰ মত খণ্ডন কৰি বৃটিছ পাৰ্লামেণ্টৰ যুটীয়া চিলেক্ট কমিটিৰ আগত সাক্ষী দি কয় ঃ

"In the present Despatch, I find that the reason assigned is that it is backward socially and politically, that is why the Govt of India thinks that the same treatment cannot be meted As a matter of fact, I feel great difficulty in understanding the word backward as applied to Assam. I have considered over it very carefully. If it means that the people have not got education enough, I beg to submit that the figures show that it is not so If the proportion of educated men to the population is taken, Assam, I think comes third or fourth in India. Socially, I do not know how Assam is considered to be backward. On the otherhand, I believe it is more forward in many respects than all the other provinces of India.......The recommendation that Assam should be included among the major provinces of India ought to be followed, and it ought to have the same treatment as the other major provinces of India."

পাহাৰ অঞ্চল বাদ দি, অসমৰ বাকী অংশত স্বায়ত্ত-শাসন প্ৰবৰ্তন কৰিলে শাসন ওপৰ-গধুৰ হ'ব আৰু শাসন-সংস্কাৰৰ কাৰণে যি ওপৰঞ্চি খৰচ হ'ব, সেই খৰচ অসমে বহন কৰিব নোৱাৰিব বুলি ভাৰত চৰকাৰে দেখুৱা সকলো যুক্তিও বৰদলৈ ডাঙৰীয়াই অকাট্য যুক্তিৰে কাটিছিল। মুঠৰ ওপৰত অসম এছোচিয়েশ্যনৰ প্ৰতিনিধি দলৰ নেতা হিচাপে কৰ্মবীৰ বৰদলৈ ডাঙৰীয়াই লণ্ডনত যি চেষ্টা কৰিছিল, তাৰ ফল স্বৰূপে, অসম ভাৰতৰ প্ৰধান প্ৰদেশকিখনৰ মৰ্যাদাৰ

পৰা বঞ্চিত হ'ব লগা সঙ্কটপূৰ্ণ অৱস্থাৰপৰা ৰক্ষা পৰিল। অসমতো, তেখেতৰ এই চেষ্টাৰ ফলত মন্টেগু-চেমচ্‌ফৰ্ড শাসন-সংস্কাৰ প্ৰৱৰ্তন হ'ল।

অসমৰ কাৰণে, সেই সময়ৰ এই যুদ্ধখন আছিল, এটা নীতিৰ প্ৰশ্ন লৈ। সেই প্ৰশ্নটো আছিল, অসমক ভাৰতৰ আন প্ৰদেশৰ দৰে ব্যৱহাৰ কৰা হ'ব নে নহয়। এবাৰ এই প্ৰশ্নটো মীমাংসা হোৱাৰ পিচত, অসমৰ ৰাজনৈতিক নেতৃত্বও ভাৰতৰ আন প্ৰদেশৰ দৰেই ভাবিব লগা হ'ল, মন্টেগু-চেমচ্‌ফৰ্ড শাসন-সংস্কাৰৰেই বা মূল্য কি ? সকলোৱে বুজিছিল যে ই এটা ভুৱাহে। বৃটিছ সাম্ৰাজ্যবাদী শক্তিয়ে প্ৰকৃত ক্ষমতা নিদিয়াকৈ কেনেকৈ উপকৰা কেইটামান গৌণ বিষয়ত ভাৰতৰ মানুহৰ প্ৰতিনিধিসকলক শাসনৰ লগত জড়িত কৰি ৰাখিব পাৰি, তাৰ কাৰণেই মন্টেগু চেমচ্‌ফোৰ্ড শাসন-সংস্কাৰ নামত দ্বৈত শাসন ( diarchy ) ব্যৱস্থাৰ কল্পনা কৰা হৈছিল। সেই সময়ত, দ্ৰুত গতিত ৰাজনৈতিক অৱস্থাৰ পৰিবৰ্তন হ'বলৈ ধৰিলে। প্ৰথম মহাযুদ্ধৰ সময়ত দিয়া প্ৰতিশ্ৰুতি ভঙ্গ কৰি বৃটিছে ভাৰত সম্পৰ্কে কেবাটাও এনে কাম কৰিলে, যাৰ ফলত ভাৰতত তীব্ৰ অসন্তোষ সৃষ্টি হ'ল। খিলাফট সম্পৰ্কে দিয়া প্ৰতিশ্ৰুতি তেওঁলোকে ভঙ্গ কৰিলে আৰু ৰাওলাট আইনৰ দৰে প্ৰতিক্ৰিয়াশীল আইন প্ৰবৰ্তন কৰিলে। তদুপৰি, জালিয়ানৱালাবাগৰ হত্যা-কাণ্ডই অগ্নিগৰ্ভ ভাৰতত বিস্ফোৰণৰ ইন্ধন যোগালে।

১৯২০-২১ চনত মহাত্মা গান্ধীৰ নেতৃত্বত কংগ্ৰেছ মহাসভাই ভাৰতত বৃটিছ শাসনৰ বিৰুদ্ধে অসহযোগ আন্দোলনৰ আহ্বান দিলে। অসমো এই আন্দোলনত জপিয়াই পৰিল। মোৰ যিমান মনত আছে, ১৯১৯-২০ চনত অসম এছোচিয়েশ্যনৰ শেষ অধিবেশন তেজপুৰত বহে আৰু তাতে অসম এছোচিয়েশ্যনৰ ঠাইত ভাৰতীয় জাতীয় কংগ্ৰেছৰ অসম শাখাৰ জন্ম হয়। চন্দ্ৰ নাথ শৰ্মাই অসম এছোচিয়েশ্যনৰ সাধাৰণ সম্পাদক হিচাপে জ্বৰৰ গাৰেই, তেখেতৰ তেজোদ্দীপ্ত ৰিপোৰ্টত পঢ়াৰ কথা মনত পৰে। তেজপুৰ হাইস্কুলৰ ষষ্ঠমান শ্ৰেণীৰ ছাত্ৰ হিচাপে, প্ৰতিনিধিসকলৰ সেৱা-শুশ্ৰূষাৰ কাম কৰা ভলন্টিয়াৰসকলৰ ভিতৰত ময়ো এজন আছিলো। তৰুণ ৰাম ফুকন, নবীনচন্দ্ৰ বৰদলৈ প্ৰমুখ্যে অসমৰ স্বনামধন্য নেতাসকলক তেতিয়া আমি দেখাৰ সুযোগ পাইছিলো। মোৰ মনত পৰে, কিছু আগতে পৰলোক হোৱা বিদ্ৰোহী নেতা বালগঙ্গাধৰ তিলকৰ নামেৰে, এছোচিয়েশ্যনৰ সভামণ্ডপলৈ যোৱা বাটত, তেজপুৰৰ পদুম পুখুৰীৰ মাজৰ বাটত এখন তোৰণ কৰিলত এছো-চিয়েশ্যনৰ ধীৰ আৰু উগ্ৰপন্থী নেতাসকলৰ ভিতৰত মতভেদ দেখা দিছিল। চন্দ্ৰ শৰ্মা সদায়েই উগ্ৰপন্থী বুলি খ্যাতি আছিল। বৰদলৈ ডাঙৰীয়া উগ্ৰপন্থীসকলৰ নেতা আছিল বুলি জনা গৈছিল। উগ্ৰপন্থী বুলি জনা এই দলটোৱেই অসমত কংগ্ৰেছৰ জৰিয়তে স্বাধীনতা আন্দোলন আৰম্ভ কৰে। অসম এছোচিয়েশ্যনৰ এই অধিবেশনে আমাৰ ওপৰত বিশেষ প্ৰভাৱ কৰিছিল। তেতিয়া ফুকন, বৰদলৈ, চন্দ্ৰনাথ শৰ্মা, অম্বিকাগিৰি ৰায়চৌধুৰী আদি কিছু নেতাই আমাৰ মনত বিশেষ

প্ৰেৰণা সৃষ্টি কৰিছিল বুলি মোৰ মনত পৰে। আমি তাৰ কিছু পিচতে স্কুল বৰ্জন কৰি অসহযোগ আন্দোলনৰ ভলণ্টিয়াৰ কেম্পত যোগ দিছিলো।

অসমত অসহযোগ আন্দোলনৰ গুৰি ধৰাসকলৰ ভিতৰত দুজন সিংহ পুৰুষ হৈছে—তৰুণ ফুকন আৰু নবীন বৰদলৈ। ফুকন-বৰদলৈয়ে তেখেতসকলৰ ওকালতি ব্যৱসায় ত্যাগ কৰি, অসমত অসহযোগ আন্দোলনৰ নেতৃত্ব দিছিল। এখেতসকলৰ সুযোগ্য আৰু বলিষ্ঠ নেতৃত্বত অসমে ভাৰতৰ ভিতৰতে অসহযোগ আন্দোলনত প্ৰধান স্থান অধিকাৰ কৰে। বৰদলৈ ডাঙৰীয়াৰ অসহযোগ আন্দোলনত ১৮ মাহ জেল হয়।

১৯৩০ চনৰ আইন অমান্য আন্দোলনত মই কটন কলেজৰপৰা ওলাই অহাৰ পিচত কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ সান্নিধ্যলৈ আহিবলৈ বিশেষ সুযোগ পাইছিলো। তেতিয়া তেখেতৰপৰা যি মৰম পাইছিলো, সেই কথা সদায় মনত লাগি আছে।

তেখেতৰ অসাধাৰণ ব্যক্তিত্ব আৰু তেজোদীপ্ত কথাবিলাকে আমাৰ মনত দকৈ সাঁচ বহুৱাইছিল। সেই সময়ত স্কুল-কলেজ এৰি স্বাধীনতাৰ আন্দোলনত যোগ দিবলৈ অহা ল'ৰাসকলৰ কাৰণে গুৱাহাটীত আমাক এটা থকা ঘৰৰ বা কেম্পৰ বিশেষ প্ৰয়োজন হৈছিল। তেতিয়া স্কুল, কলেজ এৰি চৰকাৰ বিৰোধী কাম কৰা ল'ৰাহঁতক কোনে ঘৰ দিয়ে? ক'তো থকাৰ সুবিধা নেপাই, আমি বৰদলৈ ডাঙৰীয়াৰ কাষ চাপিছিলো। তেখেতৰ ঘৰৰ কাষতে তেখেতৰ কেইটামান সৰু খেৰী ঘৰ আছিল। বৰদলৈ ডাঙৰীয়াই সেই ঘৰকেইটা আমাক দিবলৈ তৎক্ষণাত ৰাজী হ'ল। আমি ৰক্ষা পৰিলো। তাতে থাকি, আমি গুৱাহাটীত ছাত্ৰসকলৰ ফালৰপৰা আন্দোলনৰ কাম আৰম্ভ কৰো। প্ৰতিটো কথাতে সেই সময়ত আমি বৰদলৈ ডাঙৰীয়াৰপৰা সহায়, পৰামৰ্শ আৰু প্ৰেৰণা পাইছিলো।

বৰদলৈ ডাঙৰীয়াই নিজে ১৯৩০ চনৰ আন্দোলনত যোগ দিয়াত কিছু অসুবিধাই দেখা দিছিল। তেখেতৰ ল'ৰা অপূৰ্ব বৰদলৈ সেই সময়ত বিলাতত পঢ়ি আছিল। বৰদলৈ ডাঙৰীয়াই ওকালতি কৰি পুতেকৰ পঢ়াৰ খৰচ যোগাব লগা হৈছিল। আন্দোলনত যোগ দিলে পুতেকৰ পঢ়া বন্ধ কৰিব লগা হয় কাৰণে বৰদলৈ ডাঙৰীয়াৰ অসুবিধা হৈছিল। কিন্তু এদিন যেতিয়া কংগ্ৰেছ অফিচত পতাকা উত্তোলন হৈছিল, বৰদলৈ ডাঙৰীয়া ৰব নোৱাৰিলে; তেখেতে আহি পতাকা উত্তোলনত যোগ দিলেহি। পুলিচে তেতিয়া তেখেতক তাতে গ্ৰেপ্তাৰ কৰিছিল। সেইবাৰ, বোধহয়, তেখেতৰ তিনিমাহ জেল হয়।

১৯৩৫-৩৬ চনত বৰদলৈ ডাঙৰীয়া অসমৰপৰা দিল্লীৰ লেজিচলেটিভ এচেম্বলীৰ সভ্য হৈ যায়। তাত তেখেতে বিশেষ গুৰুত্বপূৰ্ণ বিষয়সমূহৰ ওপৰত তেখেতৰ ওজস্বিনী ভাষাৰে বক্তৃতা দি সকলোকে মুগ্ধ কৰিব পাৰিছিল। তলত তেখেতৰ ভাষণৰপৰা

কিছু দীঘলীয়াকৈ উদ্ধৃত কৰাৰ কাৰণে, পাঠকসকলে যেন মোক ক্ষমা কৰে। প্ৰবন্ধ এটাত ইমান দীঘলীয়া উদ্ধৃতি খাপ নেখালেও, এই ভাবেৰে উদ্ধৃতিখিনি কৰিছো যে পাঠকসকলে তেখেতৰ সম্পৰ্কে মোৰ কথাতকৈ বিশেষকৈ কেন্দ্ৰীয় এছেম্বলীত দিয়া তেখেতৰ নিজৰ ভাষণ সহস্ৰগুণে বেছি মূল্যবান বুলি ল'ব। ইয়াতে মানুহজনৰ জীৱন্ত ছবিও ফুটি ওলাইছে।

Indian Criminal Law Amendment (Repeal) Bill ৰ ওপৰত বক্তৃতা দি, কেন্দ্ৰীয় এছেম্বলীত বৰদলৈ ডাঙৰীয়াই কৈছিল ঃ

"The Honourable the law Member confined all his arguments to the cases of Bengal alone, as he said he was well conversant with Bengal......Sir, although I do not belong to Bengal, I did pass a long number of years of my life in Bengal from 1893 till 1915. So, as a disinterested observer, I have been observing all the time how the soul of Bengal has been troubled, how Bengal has suffered all these years from different cruel circumstances.

"But, before I begin with Bengal, I will begin with my own province of Assam and give you some examples of the numerous acts of lawlessness of the police and the magistracy in the name of law and order.

"Sir, Assam never knew anything about anarchy or terrorism before, but after the shooting at Amritsar, when men, women and children were mercilessly murdered by a high European Military officer,—after that, the soul of India got troubled and Assam could not avoid that excitement. Before that, things were different. I, myself, sir, belong to a family of loyalists and was myself a loyalist, and I followed English ways of food and dress and used to feel like a sahib ; but after I read the words by which he gave up his knighthood, after that I had to give up my ways of life, my ways of food and clothing and then I came to know that a slave is a slave, however much you ape the ways of your rules (Hear, hear). Well Sir, Mahatma Gandhi then came to the front and after that he said that for a subject nation to get redress from insolent and arrogant rulers, the only way is civil disobedience, the only way is non co-operation, non-violent non co-operation (Hear, hear). I am still, Sir, a strong believer in non-violent non co-operation. I am a

humble follower of Mahatma Gandhi. I believe in non-violence, and nobody regrets more in this House the violence committed by our own fellow countrymen in Bengal or elsewhere and also the acts of violence perpetrated by the Govt. party—nobody regrets this more than I do. I do not eulogise or praise those men who commit violence. But the fact remains, sir, why do these people commit all these murders ? I shall begin with my own province of Assam. In 1921, suddenly a notification appeared in the Assam Gazette that all the Congress volunteer organisations were unlawful After the publication of that notification, the orgy of oppression began, wholesale arrests of innocent men were made after wholesale house searches, people were sent to jail in numbers,.. . I will give you a few instances of all these acts of cruel oppression While I was in Jorhat jail, a number of volunteers some Muhammadans and some Hindus, at a distance of about four miles from the town were holding a common prayer. Suddenly, a lot of Gurkhas surrounded the house and set fire to the house, and the poor volunteers could escape only with very great difficulty from that house and everything was burnt down . .Then, sir, in Assam, many congress offices were cut-down with the help of Gurkhas and many such houses set fire to. . . .In one case at Lakhimpur, a volunteer was being married, he sat down before the sacred fire with his would be wife on his left, and then the police officer came and said : 'I arrest you, you must come atonce' The bridegroom went away leaving his photograph on the seat.

"Then I shall give you another example, In 1921, a batch of Gurkhas, under a Civilian officer went to Boko to realise fine from the Boko men, because that was a stronghold of non-co-operation. And, how, Sir, the fines were realised ? Well those who paid, it was all right with them. But, alas, with those who did not, what happened to them ? Some of them were put into the cold waters of the river during the night, for hours and hours together and in the morning, they were brought out, and their hands were tied down and they were to stand facing the Sun, this used to be continued unless and untill they paid

their fines. They were tortured like that (cries of shame, shame) Sir, did this act of 1908 authorise them to do all these acts of oppression ?

"The case of Khudiram was mentioned. If you go into the history of the Case, possibly you will find behind it some strong cause. Possibly the attempt to murder Kingsford was due to the fact that one man was publicly flogged by his order. I think, there are many people in the world who think that life is not worth living after being flogged publicly. Personally I would also think so, I may not commit murder, but I may commit murder to my ownself or immolate myself in some way. There are men with such mentality, that if you do any wrong to them, if you oppress them or if you insult them publicly, they would not take that insult lying down" .

বঙ্গ প্ৰদেশত আৰু অন্যান্য ঠাইত কৰা পুলিচৰ নানা অত্যাচাৰৰ কথা বৰ্ণনা কৰি বৰদলৈ ডাঙৰীয়াই সাৱধান বাণী শুনাই কৈছিল ঃ "I say sincerely that this sort of repression or suppression will not do. You will have to reform yourself, you will have to change your mentality, otherwise you will also have to suffer as the people suffer." (cheers from the Congress Party Benches )

এবছৰ Finance Bill ৰ ওপৰত বক্তৃতা দি বৰদলৈ ডাঙৰীয়াই কেন্দ্ৰীয় এচেম্বলীত কৈছিল ঃ

"The other day, when My Honourable friend Mr. Abdul Matin Chaudhury was speaking about petrol tax, there was a lot of laughter in this House. We do not like to come here as beggars, what we want is justice and what is our right. He described Assam as a Cinderalla-this word was used by Sir Henry Cotton fifty years ago. He said that Assam was a veritable Cinderalla waiting for her Prince. And he did come in the shape of foreign exploitation. The railway was opened after that, tea gardens sprang up like mushrooms and oil fields were opened, coal fields were opened. And how has Assam gained out of the oil fields about which there is so much trouble. The oil fields are in Assam. The shareholders of that company are in England. The shareholders get the profit, the coolies are Makacanis and Nepalies, and they get wages. And the central govt. get the taxes. What does Assam gain?

Nothing. My Honourable friend, Pandit Nilakantha Das, said that other provinces also ought to get a share. I do not mind. I wish them joy. Are the jute tax and the petrol tax the same thing ? I wish all joy to Bengal. I wish that Bengal should be helped, Bengal has suffered enough. But what about Assam ? Petrol is the national and natural wealth of my province—Petrol, coal and all that. The people of my province are not deriving any benefit out of that, but people from other countries come and exploit our reserves of national wealth. What has Assam got in return ? A crore and quarter comes to the centre. When I came to Delhi and saw these beautiful stately buildings and these beautiful gardens on which crores and crores have been spent, I as an Assamese, could not look upon them with equanimity. I see before my eyes, my people being terrorised for the sake of their land revenue money and the money which is got there by terrorising my people is being spent at the centre, while that small province, with two crores of revenue is starving there....I do not say this myself. I think the greatest critic of this central Govt. is the Finance Member of the Assam Council. What does he say ? I have got a copy of his speech. He says this : 'A total indebtedness of Rs. 2,11,47,000 may not sound particularly terrifying to a Finance member who is normally called upon to deal with rupees in terms of crores, but the position is very different in a province like Assam, where the total annual income from all sources excluding pro-forma entries which appear on both sides of the account is almost exactly equal to this sum and where the income from purely provincial heads of revenue falls short of this sum by some fifteen lakhs of rupees".

সেই সময়ত অসমৰ ৰাজহাড় ভাঙি পেলোৱা ৰৰ বিহ কানিৰ সম্পৰ্কে বৰদলৈয়ে Central Assemblyত কৈছিল :

"There was a lot of discussion yesterday, but nothing regarding the future policy in regard to opium. We all knew what happened at the Haque Convention regarding the restriction of export of opium. It was decided that opium should not be exported to other countries except in quantities which may be necessary for medical purposes. Now, India and Persia were the two countries which doped the others with opium.

China and America objected. China went out of the opium committee of the league of Nations and America also went out of it, because the British representative and representatives of some other nations did not agree that opium should be stopped altogether except for medical purposes. We find that a resolution was passed in this House, that up to 1935 the export of opium should gradually diminish when it will be stopped altogether, I find now from the Explanatory Memorandum that it is hoped that the India Govt. will not export any more opium to China and other foreign countries from 1930. It is said here that the opium which is produced in India will be kept for home consumption. Now these opium factories are in Marwar, in Benaras and in Bihar. For whose benefit are these opium factories producing opium ? For the benefit of the Assamese people ? This subject has been discussed by that great man and philanthropist, Mr. Andrews, in a book which was also presented before the league of nations. All the facts, are here in this book. What do we find there ? The Assamese people never knew of any opium till about 1815 or 1816......In 1820 some Sepoys who went to Assam under captain Welsh, took some opium pods with them to Assam and they cultivated it there, and thus they taught some people this vice. Then it spread to the whole of Assam. Of course, now-a-days, the evil is lessening. But what happened to all those martial people—the Ahoms, for instance, whom the Muhammadan writers described as being one of the most redoubtable valiant and warlike race. Sir, it is a pitiable State of affairs, most of the people in the interior are doped with opium—men, women and children. The moral of the whole race is being undermined—. When an opium eater in the evening does not get opium, he would stoop to any length of degredation and depravity ; he will bring his own children to be kept as pawns with the opium seller, so that he may get his ration of opium. Does this Govt. which administer this—opium in order to make its revenue, does this Govt. look on all these miseries with equanimity ?........I say, let China take opium from wherever she likes, but why should we supply China with opium? If opium is such a good thing, why should you not supply it to England ?

"Sir, I am describing all these dreadful effects of opium on the mass of the population in no spirit of levity, but I am describing them in all sincerity and sadness. Govt. officials are very fond of saying that opium cannot be stopped at once, for then the opium addicts will at once die. Now, I may tell you, sir, that during 1921 I was sent to jail for two reasons. One was because myself and a band of my followers succeeded in stopping the sale of opium and liquor considerably and that was why I was sent to jail ; and what did I find ? In my long ramblings over villages, where I made people give up opium by my catching their feet and by other persuation, what did I find ? I found that the people who gave up opium, readily recovered their health after a year or so. Now what happens to opium consuming inmates of a jail ? You do not supply opium to them. But they do not die there because of that. So why all this kindness to opium eaters ?

"I find in the opium committee's Report an account of so many people who were getting their bread on account of poppy cultivation in Malwa, in Bihar and elsewhere Now let Govt instead of making them cultivate poppy and opium, let them cultivate something better—food stuffs, for example.

"....... If this policy of Govt. is followed what will follow is that within twenty years will be extinct and for what purpose ? For the purpose of the Govt's revenue, this is what I strongly object to."

বৰদলৈদেৱৰ এই বক্তৃতাৰ শেষত সদনত উচ্চ স্বৰত আৰু দীঘলীয়া কৰতাল ধ্বনি ( Loud and prolonged applause ) হয় বুলি কেন্দ্ৰীয় এছেম্বলীৰ টোকাত উল্লেখ কৰা আছে ।

বৰদলৈ ডাঙৰীয়াৰ মৃত্যুত, কেন্দ্ৰীয় এছেম্বলীত শোক প্ৰকাশ কৰি সদনৰ নেতা ( Leader of the House ) ছাৰ নৃপেন্দ্ৰ সৰকাৰে যি প্ৰস্তাৱ দাঙি ধৰিছিল তাক সমৰ্থন কৰি কংগ্ৰেছ দলৰ নেতা ভুলাভাই দেশায়ে কৈছিল ঃ

"In him, we have lost a man of almost dynamic personality ; and if he appeared over-zealous, it was erring on the right side because of the great and deep study which he brought to bear on the questions he made particularly his own in this House, during the short time that he occupied his seat among us. ...... Mr. Bordoloi was a very loyal friend, and one of his principal characteristics was his patriotism and his reckless courage."

মিঃ আনেই ( Mr. M. S. Aney ) সেই প্ৰস্তাৱ সমৰ্থন কৰি কৈছিল ঃ "Those who have seen him working as the Secretary

of the Reception Committee of the Indian National Congress, held at Gauhati know how in the dead of night when it was raining terribly and the delegates who were living in huts were greatly inconvenienced, he came to enquire about the conditions of the delegates and their comforts and convenience although he himself was terribly inconvenienced. That was the spirit in which he used to carry on his duties whenever he was entrusted with them........

"Sir, this group feels a special sense of loss in the sad death of Mr. Bordoloi. This group has always included members intimately associated with the tea industry and by them Mr. Bordoloi was always looked upon as a friend and a colleague, when any legislative business connected with tea was being discussed in this House, we always turned to Mr. Bordoloi for his special knowledge and assistance."

শোক প্ৰস্তাৱ সমৰ্থন কৰি শ্ৰীবসন্ত কুমাৰ দাসে কৈছিল :

"Mr. Bordoloi was an outstanding personality in the province of Assam and my honourable friend, Mr. Abdul Matin Choudhury, was very right when he said and his death creates a void in the public life of Assam which it will be very difficult to fill.

"I had opportunity of associating with him very intimately, and had the honour of working under the leadership in the Assam Legislative Council for several years. I am in a position, therefore, to testify to the great qualities of head and heart he possessed. The prominent traits of his character were straight-forwardness, sincerity and undauntedness. His services to the mother country were varied and distinguished, and India has lost to-day a devoted son and a valiant fighter."

সৰ্বভাৰতীয় ক্ষেত্ৰত বৰদলৈ ডাঙৰীয়াই তেখেতৰ সহৃদয়তা, গভীৰ অনুভূতি, উপলব্ধ জ্ঞান, স্বদেশ প্ৰেম আৰু কৰ্ম ক্ষমতাৰে বিশেষ স্থান কেনেকৈ অধিকাৰ কৰিছিল, ওপৰত উল্লেখ কৰা কথাখিনিয়ে তাৰ আভাস দিব। অসমৰ ৰাজ-নীতিৰ তেখেত আছিল এজন সৰ্বপ্ৰধান কৰ্ণধাৰ। অসমৰ জাতীয় জীৱনৰ লগত সম্পৰ্ক থকা প্ৰতিটো আন্দোলনৰ আৰু কামৰ লগত তেখেত জড়িত হৈ আছিল।

বিশেষকৈ মন কৰিবলগীয়া যে বৰদলৈ ডাঙৰীয়াই ব্যক্তিগত আৰু ৰাজহুৱা জীৱনত শুদ্ধ, নিৰ্মল আৰু পবিত্ৰ জীৱন যাপনৰ এনে এক উচ্চ মান গঢ়ি তুলিছিল আৰু তাৰ দ্বাৰা এনে এক মহান আদৰ্শ দাঙি ধৰিছিল যে সকলোৰে কাৰণে সি প্ৰেৰণা যোগাব। বৰদলৈ ডাঙৰীয়াৰ সকলোতকৈ ডাঙৰ সম্পদ আছিল, তেখেতৰ খোলা, বহল অন্তৰখন আৰু মানবীয় গুণ ৰাশি। মানুহ হিচাপে তেখেত আছিল অতি মহান। সকলো ক্ষেত্ৰতে তেখেতৰ অৱদানৰে জাতিক ঐশ্বৰ্যশালী কৰি গৈছে। কৰ্মবীৰ বৰদলৈ ডাঙৰীয়াৰ পবিত্ৰ স্মৃতিৰ প্ৰতি আমি আমাৰ শ্ৰদ্ধা নিবেদন কৰোঁ।

# কৰ্মবীৰ বৰদলৈ ঃ প্ৰশস্তি

## সতীশ চন্দ্ৰ কাকতী

প্ৰাক্-স্বাধীনতাৰ কালছোৱাত দুজন মহান ব্যক্তিৰ নাম অসমৰ ৰাজনীতিৰ লগত ঘনিষ্ঠভাৱে জড়িত। এই ব্যক্তি দুজন আছিল কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ আৰু দেশভক্ত তৰুণ ৰাম ফুকন। কৰ্মবীৰ বৰদলৈ বয়সত দেশভক্ত ফুকনতকৈ মাত্ৰ দুবছৰে ডাঙৰ আছিল। বৰদলৈৰ জন্ম হয় ১৮৭৫ চনৰ ৩ নবেম্বৰত আৰু ফুকনৰ জন্ম হয় ১৮৭৭ চনৰ ২২ জানুৱাৰীত। দুয়ো ভাই-ককাইৰ দৰে আছিল। ১৯২০-২১ চনত মহাত্মা গান্ধীৰ নেতৃত্বত দেশব্যাপী অসহযোগ আন্দোলন তথা ভাৰতৰ মুক্তি যুদ্ধ আৰম্ভ হৈছিল ; সেই আন্দোলনৰ আহ্বানে অসমৰ এই দুজন মহান ব্যক্তিক আকৰ্ষণ কৰিছিল। প্ৰকৃতাৰ্থত, এই শতিকাৰ দ্বিতীয় আৰু তৃতীয় দশকত অৰ্থাৎ ১৯২১-১৯৩৬ চনৰ এই পোন্ধৰ বছৰৰ কালছোৱাত অসমৰ ৰাজ-নীতিক বৰদলৈ-ফুকনৰপৰা পৃথকভাৱে বিশ্লেষণ কৰাটো সম্ভৱ নহৈছিল। এই দুজন নেতা দেখাত যেনে সভা-শুৱনী আছিল, তেওঁলোকে পিন্ধন-উৰণ আৰু বক্তৃতাৰ দ্বাৰাইও ৰাইজক মুগ্ধ কৰিব পাৰিছিল।

কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈয়ে জন্ম গ্ৰহণ কৰিছিল উত্তৰ গুৱাহাটীৰ এটা সম্ভ্ৰান্ত পৰিয়ালত। দেউতাক মাধৱচন্দ্ৰ বৰদলৈ অসম চিভিল ছাৰ্ভিচৰ এজন উচ্চ চৰকাৰী চাকৰীয়াল আছিল। এনে পৰিয়ালত জন্ম লাভ কৰা সত্ত্বেও, নবীন চন্দ্ৰই স্বাধীনতা আন্দোলনত কিয় জপিয়াই পৰিছিল, সেইটো সাধাৰণতে বোধগম্য নহয় ; কাৰণ সেই সময়ত বৃটিছ চৰকাৰৰ অনুগ্ৰহ আৰু পৃষ্ঠপোষকতাত হাকিমৰ ল'ৰা হাকিম হৈছিল। কৰ্মবীৰৰ দেউতাক হাকিম আছিল যেতিয়া, নবীনচন্দ্ৰই চৰকাৰৰ উচ্চ পদবী এটা পোৱাটো কঠিন কাম নাছিল ; বিশেষকৈ নবীন বৰদলৈ স্বাস্থ্য আৰু বিদ্যা-বুদ্ধিত তেনে চাকৰি পোৱাৰ বাবে সম্পূৰ্ণভাৱে যোগ্য ব্যক্তি আছিল। কিন্তু, ছাত্ৰ অৱস্থাৰপৰা নবীন বৰদলৈ স্বাধীনচিতীয়া আছিল। কলিকতাৰ প্ৰেছি-ডেন্সী কলেজৰপৰা—এই কলেজত মেধাবী ছাত্ৰসকলকহে ভৰ্তি কৰা হৈছিল —বৰদলৈ বি-এ ডিগ্ৰী লাভ কৰি, ১৯০০ চনত ল ডিগ্ৰী লয়। তাৰ পিচত তেওঁ গুৱাহাটীলৈ আহি ওকালতি আৰম্ভ কৰে। কেইবছৰমান গুৱাহাটীত ওকালতি কৰাৰ পিচত বৰদলৈ কলিকতা উচ্চ ন্যায়ালয়ত ওকালতি কৰাৰ উদ্দেশ্যে তালৈ যায়।

তাতেই তেওঁ ১৯০৮ৰপৰা ১৯১৮ চনলৈ ওকালতি ব্যৱসায়ত থাকে। তাৰ পিচত তেওঁ গুৱাহাটীলৈ প্ৰত্যাবৰ্তন কৰি পুনৰ নিজ চহৰতেই ওকালতি কৰিবলৈ ধৰে। কিন্তু এই ব্যৱসায়ত তেওঁ মনপুতি লাগি থাকিব নোৱাৰিলে। সেই সময়ত অসমত অসম এছোচিয়েশ্যন নামৰ ৰাজনৈতিক অনুষ্ঠানৰ জৰিয়তে অসমৰ সমস্যাবোৰ আলোচনা কৰা হৈছিল। এইখিনিতে উল্লেখযোগ্য যে বিভিন্ন বিষয়ত অসম প্ৰদেশখনক বঙ্গদেশৰ অংশ ৰূপেহে গণ্য কৰা হৈছিল। অসম এছোচিয়েশ্যনৰ জৰিয়তে অসমৰ স্বায়ত্ত-শাসন সম্পৰ্কীয় বিষয়বোৰ তেতিয়া বৃটিছ চৰকাৰৰ ওচৰত পেচ কৰা হৈছিল আৰু নবীনচন্দ্ৰ বৰদলৈ অসম এছোচিয়েশ্যনৰ এজন বিশিষ্ট নেতা হিচাপে তাত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। পিচে, অসম এছোচিয়েশ্যনৰ উদাৰনৈতিক ৰাজনীতিৰ লগত নবীন বৰদলৈৰ উগ্ৰ জাতীয়তাবোধ খাপ নোখোৱা হৈ পৰিল। ইতিমধ্যে ১৯২০ চনত মহাত্মা গান্ধীয়ে কংগ্ৰেছৰ ৰাজনীতিত এটা উল্লেখযোগ্য পৰিবৰ্তন আনিলে। সেই চনত নাগপুৰত অনুষ্ঠিত অধিবেশনত গান্ধীজীৰ নেতৃত্বই কংগ্ৰেছৰ বুৰঞ্জীত এটা নব-চেতনাৰ সৃষ্টি কৰিলে। কংগ্ৰেছৰ বুৰঞ্জী-প্ৰসিদ্ধ এই নাগপুৰ অধিবেশনলৈ অসমৰপৰা যিসকল প্ৰতিনিধি গৈছিল, এই প্ৰতিনিধিসকলৰ ভিতৰত নবীনচন্দ্ৰ বৰদলৈ আছিল অন্যতম। নাগপুৰত বৰদলৈয়ে প্ৰথমবাৰৰ কাৰণে মহাত্মা গান্ধীক দেখা-সাক্ষাৎ কৰে আৰু গান্ধীজীয়ে তাতেই বৰদলৈৰ কৰ্মকুশলতাৰ আভাস পায়। কংগ্ৰেছ অনুষ্ঠানক বিশেষভাৱে ক্ৰিয়াশীল কৰাৰ কাৰণে কংগ্ৰেছৰ সংবিধানখন সংশোধন আৰু পৰিবৰ্ধন কৰাৰ বাবে ৰঙ্গস্বামী আয়েঙ্গাৰ আৰু নবীনচন্দ্ৰ বৰদলৈক ভাৰ দিয়া হয়। এই দায়িত্বপূৰ্ণ কামত যে অসমৰ এইজন নেতাক গান্ধীজীয়ে নিৰ্দেশ দিছিল, তাৰদ্বাৰা প্ৰমাণ হৈছিল যে নবীনচন্দ্ৰ বৰদলৈক তেতিয়াই এজন সৰ্বভাৰতীয় নেতা হিচাপে গণ্য কৰা হৈছিল।

১৯২০-২১ চনৰ অসহযোগ আন্দোলনত অসমৰ ভূমিকা অতি উল্লেখযোগ্য আছিল। মহাত্মা গান্ধী প্ৰথমবাৰৰ কাৰণে অসমলৈ আহি অসম সম্পৰ্কে তেখেতৰ 'ইয়ং ইণ্ডিয়া' কাকতত Lovely Assam (মনোৰম অসম) শিতানত প্ৰথম প্ৰবন্ধ লিখে। প্ৰবন্ধটোত গান্ধীজীয়ে উল্লেখ কৰে যে অসমৰ প্ৰায় ৭৮ জন অসমীয়া উকীলৰ ভিতৰত ১৫ জনে তেওঁলোকৰ ওকালতি ব্যৱসায় ত্যাগ কৰিছে, সম্ভৱ ভাৰতৰ ভিতৰত এইটো শতকৰা হাৰত উচ্চতম ("I must not omit to mention the fact that out of nearly seventy eight pleaders, fifteen have suspended practice, probably the highest percentage throughout India." —M. K. Gandhi)। এই ১৫ জন অসমীয়া উকীলৰ ভিতৰত কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ আছিল অন্যতম। ১৯২১ চনৰ অসহযোগ আন্দোলনত যোগ দিয়া বাবে বৰদলৈক ১৮ মাহ কাৰাদণ্ড দিয়া হয়। ১৯৩০ চনৰ আইন

অমান্য আন্দোলনত বৰদলৈয়ে প্ৰত্যক্ষভাৱে যোগ দিয়া নাছিল কিম্বা কাৰাদণ্ড ভোগ নকৰিছিল ; কিন্তু ইয়াৰ অৰ্থ এইটো নহয় যে তেওঁ এই আন্দোলনৰ লগত সম্পৰ্ক ৰখা নাছিল। উজান বজাৰৰ তেওঁৰ বাসভবনৰ উত্তৰ ফালত তেওঁৰ কেতবোৰ সৰু খেৰী ঘৰ আছিল। এই ঘৰবোৰ কি উদ্দেশ্যে তেওঁ তৈয়াৰ কৰিছিল, তাক জনা নাযায়। ১৯৩০ চনত যেতিয়া অসমৰ বিভিন্ন ঠাইৰপৰা বহুসংখ্যক স্বেচ্ছাসেৱক গুৱাহাটীলৈ আহিল, সেই স্বেচ্ছা-সেৱকসকলক এই ঘৰবোৰত ৰখাৰ ব্যৱস্থা কৰা হৈছিল। কাৰ্যতঃ বৰদলৈৰ এই ঘৰ কেইটা স্বেচ্ছাসেৱকৰ প্ৰশিক্ষণ কেন্দ্ৰ হৈছিল আৰু তাত থকা স্বেচ্ছাসেৱকসকলক অসমৰ বিভিন্ন ঠাইলৈ ভাং, মদ আৰু আফিঙৰ দোকানৰ আগত পিকেটিং কৰিবলৈ পঠিওৱা হৈছিল। তেতিয়াৰ চৰকাৰে বৰদলৈৰ এই কাৰ্যত ক্ষুব্ধ হৈছিল কিন্তু বৰদলৈ তাৰ কাৰণে যিকোনো শাস্তি ল'বলৈ প্ৰস্তুত আছিল। এই কেম্পত বিজয় চন্দ্ৰ ভাগৱতী, ৰবীন কাকতী, তীৰ্থনাথ শৰ্মা, ডাঃ কীৰ্তিৰাম বৰুৱা আৰু এই লেখক প্ৰমুখ্যে কেবাজনো কংগ্ৰেছ কৰ্মী আছিল। ১৯৩০ চনৰ আইন অমান্য আন্দোলনত বৰদলৈ সক্ৰিয়ভাৱে জড়িত নাছিল যদিও, কংগ্ৰেছ কৰ্মীসকলক সকলো প্ৰকাৰে উৎসাহ আৰু সাহায্য দিছিল। ১৯৩২ চনত অসহযোগ আন্দোলন যেতিয়া পুনৰ আৰম্ভ হয়, তেতিয়া বৰদলৈ গুৱাহাটী জিলা কংগ্ৰেছ কমিটীৰ সভাপতি নিৰ্বাচিত হৈছিল। সেই বছৰৰ ২৪ এপ্ৰিলৰ দিনটো 'সদৌ ভাৰত কংগ্ৰেছ দিবস' হিচাপে পালন কৰা উপলক্ষে গুৱাহাটীত কংগ্ৰেছ পতাকা উত্তোলন কৰা হয়। বৰদলৈয়ে গুৱাহাটী জিলা কংগ্ৰেছৰ সভাপতি হিচাপে পতাকা উত্তোলন কৰে। সেই সময়ত তেওঁ গুৱাহাটী লোকেল ব'ৰ্ডৰ চেয়াৰমেন আছিল। ২৪ এপ্ৰিলৰ পতাকা উত্তোলন তথা 'সদৌ ভাৰত কংগ্ৰেছ দিবস' সংক্ৰান্তত গুৱাহাটীৰ পুলিচে কেবাজনো কংগ্ৰেছ কৰ্মীক গ্ৰেপ্তাৰ কৰে। এইসকলৰ ভিতৰত আছিল ডাঃ ভুবনেশ্বৰ বৰুৱা, মহেন্দ্ৰ মোহন চৌধুৰী, ৰজনীকান্ত গোস্বামী আৰু লক্ষ্মীধৰ বৰা। পুলিচে নবীনচন্দ্ৰ বৰদলৈকো গ্ৰেপ্তাৰ কৰিবলৈ বিচাৰি ফুৰিছিল, কিন্তু ২৫ এপ্ৰিলৰ দিনা তেওঁ নগৰবেৰালৈ গৈছিল। গুৱাহাটীলৈ ঘুৰি আহি তেওঁ নিজেই পুলিচৰ হাতত ধৰা দিয়ে। বিচাৰত তেওঁৰ তিনিমাহ কাৰাদণ্ড হয়।

উল্লেখযোগ্য যে গুৱাহাটী লোকেল ব'ৰ্ডৰ চেয়াৰমেন হিচাপে বৰদলৈয়ে গাওঁ অঞ্চলৰ ৰাস্তা-ঘাট আৰু খোৱা পানীৰ ব্যৱস্থাৰ ক্ষেত্ৰত বহুখিনি কাম কৰিছিল। অসমত খাদী প্ৰচাৰৰ কামত তেওঁ বিশেষ আগ্ৰহ দেখুৱাইছিল। খাদী প্ৰচাৰৰ বাবে তেওঁ এচাম কংগ্ৰেছ কৰ্মীক অনুপ্ৰেৰণা দিছিল।

১৯৩৪ চনত কেন্দ্ৰীয় ব্যৱস্থাপক সভাৰ নিৰ্বাচনত কংগ্ৰেছে নিজৰ প্ৰাৰ্থী দিবলৈ সিদ্ধান্ত কৰে। অসম উপত্যকাৰ অমুছলমান সমষ্টিত নবীনচন্দ্ৰ বৰদলৈক কংগ্ৰেছ প্ৰাৰ্থী মনোনীত কৰা হয়। কংগ্ৰেছ প্ৰাৰ্থীত্ব পাবলৈ বিচৰা আনজন লোক

আছিল কুলধৰ চলিহা। তেজপুৰত বহা অসম প্ৰদেশ কংগ্ৰেছ কমিটিত প্ৰাৰ্থী বাছনি হয়। চলিহাই তেওঁৰ নামটো উঠাই লয়। তৰুণ ৰাম ফুকন ভাওৰীয়াই কংগ্ৰেছ প্ৰাৰ্থীৰ বিৰুদ্ধে নিৰ্বাচনত নামিবলৈ স্থিৰ কৰি পণ্ডিত মদন মোহন মালব্যৰ-দ্বাৰা গঠিত কংগ্ৰেছ নেচনেলিষ্ট দলত যোগ দিয়ে। বৰ পৰিতাপৰ কথা যে যি দুজন নেতাই ১৯২০-৩৪ চনৰ কালছোৱাত একেলগে অসমত কংগ্ৰেছ সংগঠন কৰিছিল আৰু দেশবাসীৰ মনত দুজন বিশিষ্ট নেতা হিচাপে গণ্য হৈছিল, তেওঁ-লোক দুজনে—নবীনচন্দ্ৰ বৰদলৈ আৰু তৰুণৰাম ফুকনে—১৯৩৪ চনৰ অক্টোবৰ মাহত কেন্দ্ৰীয় ব্যৱস্থাপক সভাৰ নিৰ্বাচনত ইজনে-সিজনৰ বিৰুদ্ধে যুঁজ কৰিছিল। দেশভক্ত ফুকনক কংগ্ৰেছ বিৰোধী দল-উপদলসমূহে সমৰ্থন কৰিছিল যদিও, নিৰ্বাচনত কৰ্মবীৰ বৰদলৈ বিপুল ভোটত জিকিল।

১৯৩৫ চনৰ ফেব্ৰুৱাৰী মাহত যেতিয়া কেন্দ্ৰীয় ব্যৱস্থাপক সভা বহিল, সেই বৈঠকত অসমৰ কংগ্ৰেছী সদস্য হিচাপে কৰ্মবীৰ বৰদলৈ তেওঁৰ বাগ্মিতাৰ প্ৰমাণ দিব পাৰিছিল। ২২ফেব্ৰুৱাৰীৰ দিনা ব্যৱস্থাপক সভাত বৰদলৈয়ে এটা গুৰুত্বপূৰ্ণ বিষয় উত্থাপন কৰি সভা-স্থগিত প্ৰস্তাৱ দাঙি ধৰে। বিষয়টো আছিল বঙ্গনেতা শৰৎচন্দ্ৰ বসুক চৰকাৰে বিনা বিচাৰে আটক কৰি ৰখাৰ সংক্ৰান্তৰ। ১৯৩৪ চনৰ কেন্দ্ৰীয় ব্যৱস্থাপক সভাৰ নিৰ্বাচনত বঙ্গদেশত কংগ্ৰেছ প্ৰাৰ্থী হিচাপে শৰৎচন্দ্ৰ বসুক মনোনীত কৰা হয়। কিন্তু বসুক নিৰ্বাচনৰ সময়ত ৰাজদ্ৰোহৰ অপৰাধত আটক বন্দী হিচাপে জেলত আবদ্ধ কৰি ৰখা হৈছিল, যদিও, নিৰ্বাচনত শৰৎ বাবু জিকিল। পিচে, চৰকাৰে বসুক ব্যৱস্থাসভাৰ বৈঠকত যোগ দিবলৈ নিদি, জেলতেই আটক বন্দী হিচাপে ৰাখি থয়। কেন্দ্ৰীয় ব্যৱস্থাপক সভাৰ কংগ্ৰেছী দলে (এই দলৰ দলপতি আছিল ভুলাভাই দেশাই) শৰৎ চন্দ্ৰ বসুৰ আটকৰ বিৰোধিতা কৰি সভা-স্থগিত প্ৰস্তাৱ উত্থাপন কৰিবলৈ সিদ্ধান্ত লয়। এই প্ৰস্তাৱ দাঙি ধৰিবলৈ নবীনচন্দ্ৰ বৰদলৈৰ ওপৰত দায়িত্ব পৰে। বৰদলৈয়ে যি বাগ্মিতা আৰু যুক্তিৰে এই সভা-স্থগিত প্ৰস্তাৱটো দাঙি ধৰিছিল, তাত ব্যৱস্থাপক সভাৰ দৰ্শকবৃন্দ মুগ্ধ হৈছিল। বাতৰি কাকতবোৰেও বৰদলৈৰ বক্তৃতা ভূৰি ভূৰি প্ৰশংসা কৰিছিল। বৰদলৈৰ এই বক্তৃতা ঐতিহাসিক বুলি পৰিগণিত হৈছিল।

১৯৩৫ চনৰ ২২ ফেব্ৰুৱাৰীত নবীনচন্দ্ৰ বৰদলৈয়ে কেন্দ্ৰীয় ব্যৱস্থাপক সভাত সভা-স্থগিত প্ৰস্তাৱ উত্থাপন কৰি দিয়া বক্তৃতাৰ পূৰ্ণপাঠ তলত দিয়া হ'ল ঃ

SUBJECT :—PREVENTION OF MR. SARAT CHANDRA BOSE FROM ATTENDING TO HIS DUTIES AS A MEMBER OF THE LEGISLATIVE ASSEMBLY.

SRIJUT N.C. BARDOLOI (ASSAM VALLEY : NON MUHAMMADAN)

Sir,

I beg to move the adjournment of this House on a definite matter of urgent public importance. It relates to the detention of Mr. Sarat Chandra Bose, an elected Member of this House, under Regula-

tion III of 1818, thereby preventing him from exercising his rights and performing his duties as a Member of this Assembly. He is prevented also from representing his constituency which has got a right to be represented here, after having elected him.

The facts of the case are well-known. This gentleman was detained under Regulation III of 1818 and he was under detention for some time when the elections for this Assembly began. At the time of his election, there was nothing in the Government of India Act which could prevent him from filing his nomination paper or offering himself as a candidate for election. As a matter of fact, he filed his nomination paper and the representative of Government accepted that nomination paper. He put in his security deposit and Government deposited that in the Treasury. And, then, afterwards, he was elected unanimously by his constituency, and Government gazetted his election as a Member of this Assembly. Finally, he was summoned by His Excellency the Governor General to come and take part in the work of this Assembly as a Member. This is the state of things which occurred just before this Assembly began and then what happened ? When he was ordered to come and attend this Assembly he was detained and not allowed to come and perform his duties here, and why ? Because he was detained under Regulation III of 1818 Why then was he allowed at all to file his nomination paper ? As a matter of fact, the Government of India Act is an Act of Parliament and under that Government of India Act rules were made by the Governor General in Council with the sanction of the Secretary of State. In those rules the qualifications of Members and disqualifications also were prescribed and there is no disqualification assigned to a man who has been detained under Regulation III of 1818. But why do Government detain this man under Regulation III of 1818 ? They do it under suspicion, because no proof can be found against him. In this case this gentleman was detained under suspicion. But some time back he actually challenged Government to come out in the open with facts and figures and he, as a matter of fact, nominated three eminent jurists to form a special Tribunal, if I remember aright viz., A High court Judge, the Honourable the Law Member of the Government of India and the Honourable the Law Member of the Government of Bengal. He challenged Government to try him and, if found guilty, to convict him. Instead of doing that, Government still kept him under that regulation without giving him

a chance to clear himself, and, on account of that suspicion, he is not allowed to-day to come and attend to his duties in this Assembly.

Now, the question arises, under what law is he detained and under what law was he called to attend this Assembly session ? So far as the Government of India Act is concerned, it is a parliamentary Act and regulation III is a law passed by the Governor General in council a long time back. It is a law which cannot supersede the Parlimentary Act and under that Parliamentary Act certain rules were prescribed. It was under those rules that he was summoned to come here and attend this Assembly Session. How can he now be detained ? Why should he not be allowed to come and join us here ? If I understand aright, the summons of His Excellency the Viceroy was not obeyed as a matter of fact by the Government of Bengal. Can the Government of Bengal do that in the fact of the summons of the Governor General of India ?

As regards the privilege of this House, I beg to submit that this House has got this privilege that it has a right to the service of any Member who is elected to come and act here. That privilege has been infringed and infringed how ? Under Regulation III of 1818. There are examples when a man, who is found to be under suspicion, is allowed to remain outside his province fee and in this case Delhi is a far cry from Bengal. What would have happened to the Government if Mr. Bose had been allowed to come here and sit in this Assembly and serve this Assembly ? By not allowing him to come here, the Government have infringed the privilege of this House and also infringed the privileges of the constituency which elected him. His own personal right has also been infringed by this action of the Government which cannot be justified. With these few words, I commend the motion to the acceptance of the House.

(Extract from the proceedings of the Central LEGISLATIVE ASSEMBLY—22.2.35).

# মোৰ স্মৃতিৰ পটত ককাদেউতা

**অৰুণা বৰদলৈ**

১৯৩২ চনৰ মাঘৰ বিহুৰ সং াম্ভি, সময় ৰাতিপুৱা। গুৱাহাটীৰ প্ৰদেশ কংগ্ৰেছ অফিচত হঠাৎ শুনিলো 'বন্দে মাতৰম' জয়ধ্বনি আৰু লগতে শুনিলো "জয় কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ জয়।" গোটেই উজান বজাৰ মুখৰিত হৈ উঠিল। আমাৰ মনবোৰ আতঙ্কত শিয়ৰি উঠিল। অলপ আগতে আমি গা-ধুই ককাদেউতাক সেৱা কৰি পঠিয়াইছিলো।

সেৱা কৰোতে ককাদেউতাই কৈছিল, "বাছাহঁত, আজি মই কংগ্ৰেছ অফিচত জাতীয় পতাকা উত্তোলন কৰিম। আইন অমান্য অপৰাধত মোক আজি 'এৰেষ্ট' কৰিব পাৰে।" সেই সময়ত কংগ্ৰেছ অফিচ আছিল উজান বজাৰৰ চেনীকুঠিৰ আঁহত গছ ডালৰ ওচৰত। চিঞৰ-বাখৰ শুনাৰ লগে লগে আমি লৰা-ছোৱালীকৈ আমাৰ ঘৰ 'শান্তি ভৱন'ৰ পিচ ফালৰ দেৱালৰ ওপৰেদি চাই পঠিয়ালো। দেখিবলৈ পালো ফুলৰ মালাৰে ওপচাই দুখন জাতীয় পতাকাৰ তলত ককাদেউতাই হাঁহিমুখে থিয় হৈ আছে, পিচত হাজাৰ হাজাৰ জনতাই শোভাযাত্ৰা কৰি লৈ গৈছে গুৱাহাটীৰ জেললৈ।

'শান্তি ভৱন' মানুহেৰে ভৰি পৰিল। সকলোৰে মুখত এষাৰিয়েই কথা— "আজি বিহু নহ'ল বিহ হে হ'ল।" সকলো মানুহৰ মনবোৰ বিষাদেৰে ভৰা।

এনেকৈ কত যে স্মৃতি আহি মোৰ মানস পটত আজি ভাঁহি উঠিছে। ককাদেউতাৰ স্নেহভৰা মুখখনি আৰু গুৰু-গম্ভীৰ চেহেৰাটি আমাৰ মনত আজিও ম'চিব নোৱাৰা ছবি হৈ আছে। আমাক ককাদেউতাই কি যে স্নেহ কৰিছিল।

আমি পিতৃহীন হৈয়ো পিতৃৰ অভাৱ অকণো অনুভৱ নকৰিলো। মই মোৰ আই নলিনীবালা দেৱীৰ গৰ্ভত থাকোতেই বোলে মোৰ পিতৃ জীৱেশ্বৰ চাংকাকতী কলেৰা ৰোগত ঢুকাইছিল। তেতিয়া মোৰ আইৰ বয়স মাথোন ২০ বছৰ। তেতিয়াই মোৰ আয়ে ল'ৰা-ছোৱালী চাৰিটিৰে সৈতে শিৱসাগৰৰপৰা গুৱাহাটীলৈ গুচি আহিছিল। তাৰ পিচত ককাদেউতাৰ ঘৰত মোৰ জন্ম হয়।

আমি পিতৃৰ অভাৱ অনুভৱ কৰো বুলি ককাদেউতাই প্ৰতি কথাতে লক্ষ্য ৰাখিছিল। এদিন সন্ধতে ঘৰুৱা শিক্ষকে আঙুলিত কোব এটা মৰা দেখি সেই-

দিনাই শিক্ষকক বিদায় দি নিজে পঢ়ুৱাম বুলি গাত ল'লে। সহস্ৰ কাম তেখেতৰ, তাৰ মাজতে ৰাতিপুৱাই উঠি আমাক প্ৰায়েই পঢ়ুৱাইছিল। তেখেতক আমি খুব ভয় আৰু ভক্তি কৰিছিলো, তেখেতে কিন্তু আমাক কেতিয়াও খং নকৰিছিল। আমি কেতিয়াবা দোষ কৰিলে মাতি নি সুন্দৰকৈ বুজাই দিছিল।

ককাদেউতাৰ দ্বিতীয় ছোৱালী মৃণালিনী (আমাৰ মাহীদেউ) ঢুকুৱাত তেখেতৰ ল'ৰা-ছোৱালী তিনিটাকো ককাদেউতাই লৈ আহিছিল। ল'ৰা দুটাক দেউতাকে লৈ গ'ল। মাহীদেউৰ ছোৱালী বীণু বাইদেউ আৰু মই একেলগে ডাঙৰ দীঘল হৈছিলো।

এদিন দুপৰীয়া মনে মনে ককাদেউতাৰ অফিচ ৰূমত মই আৰু বীণু বাইদেউ সোমাই তেখেতৰ এটা বিশেষ প্ৰয়োজনীয় মোকৰ্দমাৰ বাবে জুকিয়াই থোৱা কাগজৰ আধা কাগজ বহী বান্ধিবলৈ বুলি লৈ আহিলো।

ৰাতিপুৱা ককাদেউতাই কাগজখিনি নাপাই হুলস্থূল লগালে। 'শুকুং' বোলা তেখেতৰ বিশ্বাসী চাকৰটোৱে আমি তাত সোমোৱা দেখিছিল, গতিকে সি আমি তাত সোমোৱা কথা ককাদেউতাক কৈ দিলে। লগে লগে আমাক মাতি পঠিয়ালে। আমাৰ ভয়ত তত নাই। গাত কঁপনি। ভয়ে ভীতে আমি তেখেতৰ ওচৰলৈ গ'লো। কিন্তু আচৰিত যে ককাদেউতাই খং নকৰি আমাক শুধিলে, "বাছাহঁত। তহঁতে মোৰ ইয়াৰ কাগজ নিছনেকি?" আমি তেতিয়া মাথোন বহী বান্ধিবলৈ নিছো বুলি সৈ কৰাত আৰু কাগজখিনি আনি ওভোতাই দিয়াত তেখেতে বৰ ভাল পালে। তেখেতে অকণো খং নকৰি আমাক ক'লে, "বাছা! তহঁতৰ কাগজ-পত্ৰ, চিয়াঁহী কিবা লাগিলে মোক খুজি নিবি। এইবোৰ কাগজ মোকৰ্দমাতহে লাগে। তহঁতক বাৰু মই বেলেগ বহী বন্ধোৱা কাগজ আনি দিম।" ইয়াৰ পিচত ককাদেউতাই আমাক এক দিস্তা চিৰামপুৰি কাগজ, নিব, চিয়াঁহী, ৰবৰ আৰু ব্লটিং কাগজ আদি আনি দিলে। সেই দিনাৰপৰা আৰু আমি ককাদেউতাৰ অফিচ ৰূমত নোসোমাওঁ আৰু নোসোধাকৈ একো বস্তু নলওঁ।

এইদৰে ককাদেউতাৰ সৰু সৰু কথাবোৰে আমাক বহুত শিক্ষা দিছিল। ককাদেউতাই যি কৰিম বুলি ভাবে, সেই কাম শত বাধা-বিঘিনিয়েও পিচ হোঁহোকাব নোৱাৰে। কৰবালৈ যাব লগা হ'লে, আগৰপৰা কোনেও কেতিয়াও গম নাপায়; তৎক্ষণাত সাজু হৈয়ে তেখেতে যাবলৈ ওলায়। মনত ভবা কাম কৰিম বুলি পিচলৈ কেতিয়াও পেলাই থোৱাৰ অভ্যাস তেখেতৰ নাছিল।

তেখেতে সঙ্গীত বৰ ভাল পাইছিল। গধূলি আমাৰ ঘৰ 'শান্তি ভৱন' সঙ্গীতৰ ধ্বনিৰে মুখৰিত হৈ থাকিব লাগে। আমাৰ ঘৰ নিৰানন্দ হৈ থাকিলে তেখেতে কয়, "আজি কিয় মোৰ শান্তি ভৱন নিৰানন্দ হৈ আছে?" সকলোকে মাতি আনি ড্ৰইংৰূমত বহুৱায়। আমাৰ ড্ৰইংৰূমত এটা ডাঙৰ অৰ্গেন আছিল। অৰ্গেন বজাই আমি তেখেতক গান গাই শুনাব লাগে। তেখেতে ৰচনা কৰা গীতবোৰ গাই শুনাব লাগে। তেখেতে গীত শুনি বৰ ভাল পাইছিল। তেখেতে ৰচা গীতবোৰ আমাৰ মামা অপূৰ্ব বৰদলৈ আৰু বৌতিয়ে সুৰ দি আমাক শিকাই দিয়ে। আমি সেই গানবোৰ তেখেতক শুনাব লাগে। তেখেতৰ মনঃপুত নহ'লে তেখেতে নিজে সুৰ দি আমাক শিকাই দিয়ে।

তেখেতে তাঁত বোৱা, সূতা কটা আদি গুণবোৰ বৰ ভাল পাইছিল। আমাৰ ঘৰত সদায় তিনি-চাৰিখন শালত তাঁত থাকে। সদায় সূতা কাটিব লাগে। আমি ঘৰৰ প্ৰত্যেকেই সূতা কাটোঁ। আমাৰ ঘৰত সূতা কটাৰ প্ৰতিযোগিতাৰ দৰে হয়। ককাদেউতাক কোনে আটাইতকৈ মিহি সূতা কাটি দেখুৱাব পাৰে তাৰ কাৰণে আমাৰ মাজত সূতা কটাৰ প্ৰতিযোগিতা হয়। মিহি সূতা কাটি দেখুৱাব পাৰিলে তেখেতে আমাক বৰ উৎসাহ দিয়ে। আমাৰ ককাইদেউ উপেন চাংকাকতীয়ে এটি যঁতৰ উলিয়াইছিল। যঁতৰটো ভাঙি এটা সৰু বাকচৰ নিচিনা কৰিব পাৰি। লৈ ফুৰাবলৈ বৰ সুবিধা। যঁতৰটো দেখি তেখেতে আমাৰ ককাইদেউক খুব প্ৰশংসা কৰি উৎসাহ দিছিল। পিচত মিস্ত্ৰি মাতি আনি ঘৰতে সেই আহিৰে বহুত যঁতৰ তৈয়াৰ কৰাইছিল। তাৰে এটা মহাত্মা গান্ধীকো উপহাৰ দিয়া হৈছিল।

ককাদেউতাৰ সান্নিধ্যত থকা দিনবোৰ কি যে আনন্দত গ'ল! তেতিয়া আমাৰ ঘৰলৈ ভাৰতৰ নামজ্বলা প্ৰখ্যাত নেতাসকলৰ সমাগম হয় আৰু আমাৰ ঘৰ উৎসৱমুখৰ হৈ উঠে। তেখেতৰ কাৰণেই এইসকল মহাপুৰুষৰ লগত আমাৰ পৰিচয় হোৱাৰ ভাগ্য ঘটিছিল। মহাত্মা গান্ধী, ৰাজেন্দ্ৰ প্ৰসাদ, সুভাষ বসু, অমৃত কাউৰ, সৰোজিনি নাইডু, মদন মোহন মালব্য আদি কত যে প্ৰখ্যাত নেতাসকলৰ চৰণৰ ধূলি পৰিছিল আমাৰ শান্তি ভৱনত!

আজি তেখেতৰ শতবাৰ্ষিকীত এটা কথাৰ বাবে আইতালৈ মনত পৰিছে। এবাৰ মহাত্মা গান্ধী আহোঁতে আমাৰ ঘৰত বিয়া ঘৰৰ নিচিনা মানুহৰ সমাগম হৈছিল। আইতাই গান্ধীজী আৰু লগত অহা নেতাসকলৰ আলপৈচান ধৰিছে। তলৰ মহলাৰপৰা ওপৰ মহলালৈ বাৰে বাৰে অহা-যোৱা কৰিছে। দেখা কৰিবলৈ অহা মানুহবোৰে সেই ঘৰৰ গৃহিণীক সাক্ষাৎ কৰিবলৈ বৰ ইচ্ছা কৰি আইতাকে বাৰে বাৰে গৃহিণীক দেখা কৰাই দিয়াবলৈ অনুৰোধ কৰিছে। আইতাৰ সাধাৰণ বেশভূষা আৰু শুদা ভৰি দেখি এনেকুৱা ঐতিহ্যপূৰ্ণ ডাঙৰ ঘৰৰ গৃহিণী যে ইমান সাধাৰণ হ'ব অতিথিসকলে কল্পনাও কৰিব নোৱাৰিছিল। আইতাই বোলে তেওঁ-লোকক ক'লে, "ঘৰৰ মেমচাহাব ওপৰ মহলাত বৰ ব্যস্ত হৈ আছে, তললৈ নামি আহিব নোৱাৰে।" কথাষাৰ শুনি আমাৰ বৰ হাঁহি উঠিছিল। আইতা আছিল অত্যন্ত সৰল, ৰসিক আৰু একেষাৰত ক'বলৈ গ'লে সাক্ষাৎ গৃহলক্ষ্মী।

ককাদেউতাৰ ভগবানৰ প্ৰতি অটল বিশ্বাস। কেতিয়াবা কিবা সমস্যা আহি পৰিলে ভগবানক চিন্তা কৰি আমাৰ ঘৰত থকা আৰামী চকীখনত পৰি চকু মুদি চিন্তাশীল যেন দেখিলেও পিচ মুহূৰ্তত গোঁসাই ঘৰত সেৱা কৰি গোপাল ঠাকুৰক সকলো অৰ্পণ কৰি নিজ কৰ্তব্যলৈ ওলাই যায়। সঁচাকৈয়ে ভগবানৰ পৰীক্ষা নেকি? টকা-পইচাৰ ক্ষেত্ৰত কেবাটিও আচৰিত ঘটনা আইতাহঁতে কওঁতে আমি শুনিছোঁ।

এদিন তেখেতৰ সৰু পুতেক অপূৰ্ব বৰদলৈৰ বিলাতৰপৰা টকা খুজি এখন চিঠি আহিছিল। টকা অলপ বেছিকৈ খুজি পঠিয়াইছিল। সেই সময়ত তেখেতৰ হাতত একেবাৰে পইচা নাছিল। আৰামী চকীখনত পৰি ভগবানক চিন্তা কৰি আছে। হঠাৎ পিয়ন এটাই মনিঅৰ্ডাৰ এখন আনি দিলেহি। ধুবুৰীৰ কোনোবা

'মক্কেল' এজনৰ দিবলৈ বাকী থকা টকাখিনি পঠিয়াইছিল। তেখেতৰ যিমান টকাৰ প্ৰয়োজন হৈছিল, ঠিক সিমান টকাৰে মণিঅৰ্ডাৰখন আছিল। এনেকুৱা বহুতো ঘটনা তেখেতৰ জীৱনত ঘটা আমি দেখিছিলোঁ। তেখেতৰ গাত ভগৱত-ভক্তি, ধৈৰ্য-সহিষ্ণুতা, দয়া-প্ৰেম, সত্যবাদীতা, নিভীকতা এনেকুৱা বহু গুণ আমি দেখিছিলোঁ আৰু তেখেতক অনুকৰণ কৰিবলৈ চেষ্টা কৰিছিলোঁ।

আমাৰ 'শান্তি ভৱনৰ' শান্তিময় দিনবিলাকৰ প্ৰতি নিয়তিৰ বোধহয় চকু পৰিল। কিবা এটা মোকৰ্দমাৰ বাবে, তেখেতে শিলঙলৈ যাবলগা হ'ল। তেখেতে নিজে ডাঙৰ 'প্লাইমাউথ' গাড়ীখন চলাই গৈছিল। মোকৰ্দমা শেষ কৰি উভতি আহোতে হঠাৎ বাটতে মটৰ দুৰ্ঘটনা ঘটে। দুৰ্ঘটনা বৰ গুৰুতৰ আছিল। তেখে-তৰ সাহ আৰু ধৈৰ্যৰ কাৰণে গাড়ীখন পাহাৰৰ গহ্বৰলৈ বাগৰি নগ'ল। বাকী-বোৰ মানুহৰে সৈতে তেখেতৰো জীৱন তেতিয়ালৈ ৰক্ষা পৰিল। তেখেতৰ ভৰিত, আঠুত আৰু কপালত কিছু আঘাত লাগিছিল। বাকীবোৰে যৎসামান্য আঘাত পাইছিল।

তেখেতৰ বহুমূত্ৰ ৰোগ থকাৰ কাৰণে সেয়াই মৃত্যুৰ কাৰণ হ'ল। তেখেতে ৰোগ-শয্যাত প্ৰায় এমাহ পৰিছিল। ৰোগ-শয্যাত তেখেতৰ সহনশীলতা গুণ দেখি ডাঃ ভুবনেশ্বৰ বৰুৱা আৰু ডাঃ হৰেকৃষ্ণ দাস আচৰিত হৈছিল।

তেখেতৰ কি যে সহ্য গুণ! আনকি অস্ত্ৰোপচাৰ কৰাৰ সময়তো তেখেত বিচলিত নহৈ ধীৰ স্থিৰ হৈ আছিল।

ডাক্তৰসকলৰ আপ্ৰাণ চেষ্টা, পূজা-সবাহ, নাম-কীৰ্তন, দান-দক্ষিণা—একো-ৰেই ফল নিদিলে। নিয়তিৰ লগত সকলোৰে পৰাজয় বৰণ কৰিলে। নিয়তিয়ে তেখেতক লৈ গ'ল। সেই শোকৰ দিনটো মনত পৰিলে আমাৰ এতিয়াও চকুপানী ওলায়। চকুৰ আগত আজিও সেই দিনটো ভাঁহি আছে।

ৰাতিপুৱা ৮ বজাত ডাঃ ভুবনেশ্বৰ বৰুৱা আৰু ডাঃ হৰেকৃষ্ণ দাসে কান্দি কান্দি বাহিৰলৈ ওলাই আহি ক'লে, "ইমান চেষ্টা কৰা সত্ত্বেও ভগবানে আৰু কিছুদিনৰ বাবে এটা জীৱন দান নিদিলে।" এই মৃত্যুৰ সংবাদ পাই বিজুলী সঞ্চাৰে গোটেই গুৱাহাটীৰ মানুহেৰে আমাৰ ঘৰ ভৰি পৰিল। ফুলেৰে ককা-দেউতাৰ দেহ উপচি পৰিল। তেওঁলোকে তেওঁলোকৰ প্ৰিয়নেতা কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈক শেষ শ্ৰদ্ধা জনালে।

ডাঙৰ দুখন জাতীয় পতাকাৰ তলত নৰদেহ ফুলেৰে ওপচাই অগণন মানুহে অশ্বক্লান্তলৈ লৈ গ'ল আৰু অগ্নি শিখাত নৰদেহ শেষ কৰি, তেখেতৰ কৰ্মময় জীৱনৰ স্মৃতিখিনি লৈ উভতি আহিল।

তেখেতৰ পবিত্ৰ শতবাৰ্ষিকীত আমি তাকেই স্মৰণ কৰি তেখেতলৈ শ্ৰদ্ধা আৰু ভক্তিৰে সেৱা জনাইছোঁ।

# কৰ্মবীৰৰ প্ৰতি স্মৃতি তৰ্পণ

**লক্ষ্মীধৰ বৰা**

কামৰূপ জিলাৰ উত্তৰ গুৱাহাটীত ইং ১৮৭৫ চনৰ ৩ নবেম্বৰ তাৰিখে (১৩ কাতি, ১৭৯৭ শকাব্দ) কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ জন্ম হয়। তেখেতে কলিকতাৰ ৰিপণ কলেজৰপৰা ১৮৯০ চনত আইন পৰীক্ষাত উত্তীৰ্ণ হৈ শিক্ষা জীৱনৰ অন্ত পেলাই কৰ্মময় জীৱনত নামি পৰে। তেখেতৰ দেউতাক মাধৱচন্দ্ৰ বৰদলৈ তেতিয়াৰ অসম চৰকাৰৰ উচ্চ পদবীত থকাত নবীন বৰদলৈয়ে চৰকাৰী বিষয়ববীয়া হ'ব পৰাৰ সুযোগ পালেও গ্ৰহণ নকৰিলে।

ইংৰাজে অসম ৰাজ্য ১৮২৬ চনত হস্তগত কৰাৰ প্ৰায় আঠৈকুৰি বছৰত তেখেতৰ জন্ম। ১৮২৬ চনৰপৰা ১৮৫৭ চনলৈ দেশত ইংৰাজৰ বিৰুদ্ধে বিদ্ৰোহৰ অগনি জ্বলি উঠি ক্ৰমাৎ নিৰ্বাপিত হৈ অন্তঃপ্ৰৱাহী ৰূপ লৈছিল। এই কালছোৱাত ভাৰতবৰ্ষৰ বায়ুমণ্ডল এই অন্তঃপ্ৰৱাহী বিদ্ৰোহ ভাৱৰদ্বাৰা প্ৰভাৱান্বিত হয়। এই কালছোৱাত জন্ম গ্ৰহণ কৰা সকলৰ ভিতৰত আছিল স্বাধীনতাৰ ভাৱত উদ্বুদ্ধ কেবাগৰাকীও দেশপ্ৰেমী। তেওঁলোক যেন বিভিন্ন ক্ষেত্ৰত জিলিকি উঠা কিছুমান উজ্জ্বল তৰা, যাৰ উজ্জ্বলতাই দহকো উজ্জ্বল কৰি তোলে। তেনে এক সময়ত জন্ম লাভ কৰি অজানিতভাৱে নবীনচন্দ্ৰ বৰদলৈদেৱো সেই বায়ুমণ্ডলৰ প্ৰভাৱৰদ্বাৰা প্ৰভাৱান্বিত হোৱা স্বাভাৱিক।

আইন শিক্ষাৰ অন্তত কিছুকাল কলিকতাৰ ন্যায়ালয়ত ১৯১৮ চন পৰ্যন্ত ওকালতি কৰাৰ পিচত তেওঁ গুৱাহাটীলৈ উভতি আহি ওকালতি আৰম্ভ কৰে আৰু অসমৰ সেই সময়ৰ একমাত্ৰ ৰাজনৈতিক অনুষ্ঠান 'অসম এছ'চিয়েশ্যন'ৰ লগত জড়িত হৈ পৰে। অসমৰ ৰাজনৈতিক, শিক্ষা আৰু অন্যান্য সমস্যা সম্বন্ধে আলোচনা কৰা আৰু আৱশ্যক অনুযায়ী চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰাৰ কাৰণে আন কোনো সংস্থা সেই সময়ত নথকাত মাণিকচন্দ্ৰ বৰুৱা, ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱা প্ৰভৃতি কেবাগৰাকী নেতৃস্থানীয় লোকৰ উদ্যোগত এই এছ'-চিয়েশ্যন ইং ১৯০৩ চনত গঢ়ি উঠে আৰু বৰদলৈদেৱো ১৯১৪ চনৰ ডিব্ৰুগড় অধিৱেশনত সভাপতি নিৰ্বাচিত হয়। ১৯১৮ চনৰ মহাসমৰৰ অন্তত ভাৰত-বৰ্ষত প্ৰণয়ন কৰিব বিচৰা শাসন-সংস্কাৰৰ আঁচনিৰপৰা অসম বহিৰ্ভূত হোৱাত

এই এছ'চিয়েশ্যনে অসমৰ দাবী দাঙি ধৰিবলৈ বৰদলৈদেৱক প্ৰতিনিধি আৰু ডিব্ৰুগড়ৰ প্ৰসন্নকুমাৰ বৰুৱাক তেখেতৰ সহকাৰী হিচাপে বাছনি কৰি দিয়াত দুয়োগৰাকীয়ে বিদেশলৈ যায়। কংগ্ৰেছৰ দাবী অনুযায়ী আন আন প্ৰদেশৰ প্ৰতিনিধিৰ সহায় আৰু সহযোগিতাত অসমৰ দাবী দৃঢ়তাৰে উত্থাপন কৰাৰ ফলত তেখেতসকলে সফলতা লাভ কৰি উভতি আহে। ৰাজনৈতিক ক্ষেত্ৰত আমি জনাত এইটোৱেই তেখেতৰ প্ৰথম পদক্ষেপ।

১৯২০ চনত নাগপুৰ কংগ্ৰেছত তেখেতে যোগদান দিয়ে। ইয়াতেই তেখেত মহাত্মাৰ সান্নিধ্যলৈ আহে আৰু তেওঁৰদ্বাৰা গভীৰভাৱে প্ৰভাৱান্বিত হয়। উভতি অহাৰপৰাই বৰদলৈৰ প্ৰকৃত কৰ্মময় জীৱন আৰম্ভ হয়।

১৯২০ চনৰ ডিচেম্বৰ মাহত তেজপুৰ অধিবেশনত অসম এছ'চিয়েশ্যনে মহাত্মাৰ অহিংস অসহযোগ আন্দোলনৰ প্ৰতি সমৰ্থন জনোৱাত বৰদলৈদেৱে নাগপুৰৰপৰা উভতি আহি এই আন্দোলন গঢ়ি তোলাত প্ৰাণ ঢালি দিয়ে।

মহাত্মাৰ আহ্বানত বৰদলৈদেৱে ওকালতি বৰ্জন কৰে আৰু অসমৰ আন উকীল সম্থাকো আন্দোলনত জড়িত কৰাৰ কাৰণে চন্দ্ৰনাথ শৰ্মাৰ সৈতে আপ্ৰাণ চেষ্টা চলায়। তেওঁলোকৰ ঐকান্তিক চেষ্টাত প্ৰত্যেক ঠাইৰে উকীল সকলৰ অধিকাংশই ওকালতি স্থগিত ৰাখি আন্দোলনত জপিয়াই পৰে। বৰদলৈ ডাঙৰীয়া এই চেষ্টাত আগৰণুৱা আছিল।

১৯২১ চনত আন্দোলনৰ প্ৰস্তুতি চলিল। গাৱেঁ-ভূঞে তেখেতসকলে সভা-সমিতি পাতি মহাত্মাৰ বাণী প্ৰচাৰ কৰি অহিংস অসহযোগ আন্দোলনৰ বীজ সিঁচিবলৈ ধৰিলে। আগষ্ট মাহত মহাত্মা গান্ধী অসম ভ্ৰমণত আহি প্ৰতি জিলালৈ গৈ অহিংস অসহযোগৰ বাণী প্ৰচাৰ কৰে। তাৰ পিচতেই তৰুণ ৰাম ফুকনদেৱো সক্ৰিয়ভাৱে আন্দোলনত যোগ দি দুয়ো গাৱেঁ-ভূঞে চহৰে-নগৰে মহাত্মাৰ বাণী প্ৰচাৰ কৰিব ধৰাৰ ফলত গোটেই ৰাজ্যজুৰি আন্দোলনৰ বতাহ বিয়পি পৰে। এই আন্দোলনৰ মূল অস্ত্ৰ আছিল বিদেশী কাপোৰ, বিলাতী বস্তু বৰ্জন আৰু মাদকতা নিবাৰণ। আন্দোলনৰ সময়ত আমি দেখিছিলো, কান্ধত খদ্দৰ কাপোৰ লৈ সহ-কৰ্মী স্বেচ্ছাসেৱকৰে সৈতে বৰদলৈদেৱে আলিবাটে আলিবাটে ফেৰি কৰি ফুৰা। কুমাৰ ভাস্কৰ নাট্য মন্দিৰত স্কুল-কলেজৰ ছাত্ৰৰ সভাত তেখেতৰ আবেগময়ী ভাষণ শুনি সমদল যাত্ৰা ওলাইছিল আৰু বহুতো স্কুল-কলেজৰ ছাত্ৰই দেশৰ বাবে নিজৰ শিক্ষা আৰু ভৱিষ্যত জলাঞ্জলি দি আন্দোলনত জপিয়াই পৰিছিল। বৰদলৈ দেৱক ২৯-১২-২১ তাৰিখে ডেৰ বছৰৰ বাবে কাৰাদণ্ডেৰে দণ্ডিত কৰে আৰু যোৰহাট জেললৈ স্থানান্তৰিত কৰে। যোৰহাট জেলত তেখেতে অন্যান্য স্থানীয় নেতাৰ উপৰি কুলধৰ চলিহাক সঙ্গী হিচাপে পায়। উভয়কে পিচত গৈ ১২-৫-২২ তাৰিখে শ্ৰীহট্টৰ জেললৈ স্থানান্তৰ কৰে। জেলত আৱদ্ধ থাকিলেও আন্দোলনৰ সফলতাৰ চিন্তা তেখেতৰ মনৰপৰা আঁতৰা নাছিল। সেই একে জেলতে গোলাঘাটৰ শঙ্কৰ

চন্দ্ৰ বৰুৱাও আবদ্ধ আছিল, তেওঁ মুক্তি পোৱাৰ সময়ত বৰদলৈ আৰু চলিহাদেৱে তেওঁৰ যোগেদি আন্দোলন চলোৱাৰ পৰামৰ্শৱলী প্ৰচাৰৰ কাৰণে পঠিয়ায়।

জেলৰ কাল উকলি যোৱাত ভগ্নস্বাস্থ্য লৈ বৰদলৈ ওলাই আহিল। তাৰ পিচতে ৰোহিনী হাতীবৰুৱাৰ আমন্ত্ৰণত ১৯২৬ চনৰ কংগ্ৰেছ অধিবেশন পাণ্ডুত অনুষ্ঠিত হয়। বৰদলৈদেৱ অভ্যৰ্থনা সমিতিৰ সাধাৰণ সম্পাদক আৰু ফুকন ভাওৰীয়া সভাপতি নিৰ্বাচিত হয়। 'আৰ্ল' আইন কলেজৰ ছাত্ৰসকলৰ ভিতৰৰপৰা আমি স্বেচ্ছাসেৱক হিচাপে যোগ দিলোঁ। আগতে বৰদলৈ দেৱক দূৰৰপৰা দেখিছিলোঁ। এতিয়া ওচৰৰপৰা বুজাৰ সুযোগ পালোঁ। সাধাৰণ সম্পাদক হিচাপে কাৰ্যালয়ত বহি নাথাকি নিজে এখন মটৰেৰে শিবিৰৰপৰা আমাক তুলি লৈ আমাৰ কৰ্তব্যস্থানত থৈ আহিছিল আৰু 'ডেকা ল'ৰাহঁতে কি কৰিছে, কেনে আছে' সদায় খবৰ ৰাখিছিল।

১৯২০ চনত মহাত্মাৰ নেতৃত্ব গ্ৰহণ কৰি আন্দোলনত নামি পৰা সময়ৰে পৰা তেখেত আছিল নিৰ্ভাঁজ খাদী-প্ৰেমী। আন্দোলনৰ সময়ত বিদেশী কাপোৰ বৰ্জনৰ প্ৰচাৰ চলাই নিজে কান্ধত খদ্দৰ কঢ়িয়াই বাটে বাটে খদ্দৰ বেচি আৰু বিদেশী কাপোৰৰ দোকানত পিকেটিং কৰাই জেল খোৱাৰ পিচত তেখেতে মন দিলে খদ্দৰ উৎপাদনৰ পিনে। কংগ্ৰেছ মণ্ডপ খদ্দৰ কাপোৰেৰে সজা যুক্তিসঙ্গত হ'ব যেন দেখি তেখেতে নিখিল ভাৰত শিপিনী সংঘৰপৰা ১০ হাজাৰ টকাৰ ঋণ লৈ নগাঁৱত খাদী উৎপাদনৰ কাম আৰম্ভ কৰে। পাণ্ডু কংগ্ৰেছৰ মূল মণ্ডপ এই খদ্দৰেৰে সজা হৈছিল। যিমান দূৰ জানোঁ, আজি কিছু বছৰ আগতে নিখিল ভাৰত কংগ্ৰেছ কমিটিয়ে এই টকা পৰিশোধৰপৰা সম্পূৰ্ণ ৰেহাই দিয়ে।

১৯২২ চনত অসহযোগ আন্দোলন স্থগিত হোৱাৰ পিচত 'স্বৰাজ্য দল' গঢ় লৈছিল আৰু এই সংস্থাৰ নামত কংগ্ৰেছীলোকে নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিছিল। বৰদলৈদেৱো অসম কাউন্সিললৈ নিৰ্বাচিত হৈ দলৰ নেতা নিৰ্বাচিত হৈছিল। কিন্তু ১৯২৯ চনত লাহোৰ কংগ্ৰেছত স্বাধীনতাৰ প্ৰস্তাৱ গৃহীত হোৱাত আৰু ১৯৩০ চনত পুনৰ আন্দোলনৰ প্ৰস্তুতি চলাত আন কিছু সংখ্যক প্ৰবীণ নেতাৰ দৰে বৰদলৈদেৱে কংগ্ৰেছৰ কাৰ্যসূচীত সক্ৰিয় অংশ গ্ৰহণৰপৰা বিৰত থাকিলেও কংগ্ৰেছৰ নিৰ্দেশ অনুযায়ী কাউন্সিলৰ সদস্য পদ ত্যাগ কৰে। ১৯২৬ চনৰ কংগ্ৰেছ অধিবেশনৰ সময়ত বতৰৰ দুৰ্যোগৰ কাৰণে অভ্যৰ্থনা সমিতি ক্ষতিগ্ৰস্ত হ'বলগীয়া হোৱাত আন কৰ্মকৰ্তাসকলৰ লগতে বৰদলৈ দেৱো ঋণগ্ৰস্ত হয়। এই ঋণৰ টকাৰ কাৰণে ফুকন ভাওৰীয়া আৰু সিদ্ধিনাথ শৰ্মা দেৱৰ লগতে বৰদলৈ দেৱৰো ঘৰ-মাটি নীলামত বিক্ৰী হোৱাৰ অৱস্থাত উপনীত হয়। অসমৰ বাইজে কিছু পৰিমাণে সাহায্য আগবঢ়ালেও তেখেতসকলৰ ওপৰতেই ঋণৰ বোজা পৰিল। সেই সময়ত বৰদলৈৰ দ্বিতীয় পুত্ৰ অপূৰ্ব বৰদলৈক বিলাতত ইঞ্জিনিয়াৰিং শিক্ষাৰ খৰচ যোগাবলগীয়া হোৱাত আৰু কাৰাবৰণ কৰুৱাৰ অৱস্থা নথকা হেতুকে বৰদলৈয়ে

সক্ৰিয়ভাৱে আন্দোলনত জড়িত হোৱা নাছিল। তথাপি, আন্দোলনত সহায় কৰাত বিপদ থাকিলেও, স্কুল-কলেজৰপৰা ওলাই আহি আন্দোলনত যোগ দিয়া ছাত্ৰ স্বেচ্ছাসেৱকসকলৰ শিবিৰ পাতিবৰ কাৰণে তেখেতৰ খেৰী ঘৰ তিনিটা শ্ৰীবিজয় চন্দ্ৰ ভাগৱতীক ভাড়ালৈ দিয়ে। তেখেতে নিজে প্ৰতি দিনে শিবিৰত উপস্থিত হৈ সকলো খা-খবৰ লৈছিল আৰু আমাক লগত লৈ সেৱকসকলৰ খাদ্য সম্ভাৰ আৰু টকা-পইচাও সংগ্ৰহ কৰিছিল। খাদ্য বস্তু যোগাৰ দিয়া ক্ষেত্ৰত ফাচি বজাৰৰ গোপীনাথ আগৰৱালাৰ নাম উল্লেখ কৰা উচিত হ'ব, এওঁ বৰদলৈদেৱৰ একান্ত অনুগত আছিল। এই সময়ত গুৱাহাটী জিলা কংগ্ৰেছৰ সভাপতি আছিল ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা, সহকাৰী সভাপতি অমিয় কুমাৰ দাস। সম্পাদক সিদ্ধিনাথ শৰ্মাৰ লগতে মই সহকাৰী সম্পাদক ৰূপে আছিলো।

১৯৩২ চনৰ কাৰণে তেখেত গুৱাহাটী জিলা কংগ্ৰেছৰ সভাপতি নিৰ্বাচিত হয়। প্ৰতি বছৰে ২৬ জানুৱাৰী দিনটো স্বাধীনতা দিন আৰু ১৩ এপ্ৰিলৰ দিনটো জালিয়ানৱালাবাগ দিন হিচাপে পালন কৰাৰ ব্যৱস্থা আছিল। পুৱা ৮ বজাত পতাকা অভিবাদন আৰু আবেলি ৰাজহুৱা সভা পাতি এই দিন পালন কৰাৰ ব্যৱস্থা কৰা হৈছিল। পূৰ্বাপৰ ৰীতি অনুযায়ী ১৩ এপ্ৰিলৰ দিনত কংগ্ৰেছ কাৰ্যালয়ত (বৰ্তমান কংগ্ৰেছ প্ৰেছ) পতাকাভিবাদনৰ ব্যৱস্থা কৰা হ'ল। সেইদিনা নিচেই পুৱা স্বেচ্ছাসেৱক শিবিৰৰ ওচৰত আৰু কংগ্ৰেছ কাৰ্যালয়ৰ ওচৰৰ তিনি আলিত, পুলিচ দল উপস্থিত হ'ল। বৰদলৈদেৱে প্ৰাতঃভ্ৰমণ কৰিবলৈ আহি পুলিচৰ সমাৰোহ দেখি শ্ৰীযুত বিষ্ণুৰাম মেধি ডাঙৰীয়াক তেখেতৰ ঘৰৰ সমুখত লগ পাই পুলিচৰ সমাৰোহৰ কথা কৈ জনালে যে তেখেতেই পতাকা উন্মোচন কৰিব আৰু তেতিয়াই শ্ৰীযুত মেধি ডাঙৰীয়াৰ লগত খোজকাঢ়ি গ'ল। সিদ্ধি নাথ শৰ্মা, ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা, ভুবনেশ্বৰ বৰুৱা, মহেন্দ্ৰ মোহন চৌধুৰী প্ৰভৃতি আমি ৪০ জনমান কৰ্মী উপস্থিত হলোঁ। স্বেচ্ছাসেৱকসকলো সমদলে আহি শাৰী পাতি থিয় হ'ল। বৰদলৈদেৱো আহি উপস্থিত। পতাকাভিবাদনৰ কাৰণে প্ৰস্তুত হ'বলৈ কোৱা হ'ল। পুলিচৰ পৰাও আদেশ আহিল সমাবেশ ভঙ্গ কৰাৰ কাৰণে। এই আদেশৰ লগে লগে বৰদলৈদেৱ আগবাঢ়ি আহি পতাকা উন্মোচনৰ কাৰণে ৰছী-ডালত ধৰাৰ লগে লগে তেখেতক আৰু লগতে আঠাইকেজনকে গ্ৰেপ্তাৰ কৰি থানালৈ নি জেললৈ পঠিয়াই দিলে। সেইদিনাই গধূলি অৱশ্যে সকলোকে মুক্তি দিয়া হয়।

সেইদৰেই ২৪।৪।৩২ তাৰিখৰ দিনটো সৰ্বভাৰতীয় কংগ্ৰেছ দিৱস হিচাপে পালন কৰাৰ পিচদিনা ২৫।৪।৩২ তাৰিখে ভুবনেশ্বৰ বৰুৱা, মহেন্দ্ৰ মোহন চৌধুৰী, ৰজনী কান্ত গোস্বামী (এড্‌ভোকেট) আৰু মোক গ্ৰেপ্তাৰ কৰিলে। বৰদলৈ লোকেল ব'ৰ্ডৰ চেয়াৰমেন থকাত পতাকাভিবাদনৰ পিচতে বাহিৰলৈ যোৱাৰ কাৰণে আমাৰ লগতে গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে। পিচত তেখেত উভতি আহি আমাৰ গ্ৰেপ্তাৰৰ কথা জানি নিজে গৈ থানাত উপস্থিত হয়। আঠাইকেজনৰে তিনি মাহকৈ কাৰাদণ্ড আৰু ১০০ টকাকৈ অৰ্থদণ্ড, অনাদায়ে আৰু এক মাহকৈ কাৰাদণ্ডৰ আদেশ হ'ল।

মাদকতা নিবাৰণৰ ক্ষেত্ৰত ১৯২১ চনৰে পৰা মদৰ দোকানত পিকেটিং চলোৱা হৈছিল। সেই সময়ত মদৰ দোকান গুৱাহাটী চহৰৰ ভিতৰতে আছিল আৰু এই দোকানতে পিকেটিং কৰাত কৰ্মীসকলৰ জেল হৈছিল। Assam

Temperance Act অনুযায়ী মদৰ দোকান স্থানান্তৰ কৰাৰ কাৰণে আবেদন কৰাৰ ব্যৱস্থা আছিল। আবেদন অনুযায়ী স্থানান্তৰ নকৰিলে ভোটৰ দ্বাৰা সিদ্ধান্ত লোৱাৰ ব্যৱস্থাও আছিল। বৰদলৈদেৱে এই ব্যৱস্থাৰ সুযোগ গ্ৰহণৰ উদ্দেশ্যে নিজে এখন আবেদন প্ৰস্তুত কৰিলে। তেখেতৰ লগতে আমি একেলগে উকীল সন্থাৰ সদস্য আৰু অন্যান্য লোকৰ দস্তখত সংগ্ৰহ কৰিলোঁ। দোকান পত্তন দিয়াৰ তিনি মাহ আগতে অৰ্থাৎ ১৯৩১ চনৰ ৩১ ডিচেম্বৰ তাৰিখৰ ভিতৰত আবেদন দাখিল দিবলগীয়া হোৱাত আৰু সেই সময়ত ডেপুটি কমিশ্যনাৰো মুকালমুৰাত থকাত তেখেতৰ সৈতে নাও, হাতী আদিৰে গৈ মুকালমুৰা পাই ডেপুটি কমিশ্যনাৰৰ ওচৰত উপস্থিত হলোঁ। বৰদলৈদেৱে নিজে এই আবেদন দিলে। কিছু তৰ্ক-বিতৰ্কও হ'ল। আফিং সম্বন্ধেও কথা উঠিল। তেতিয়া ডেপুটি কমিশ্যনাৰে মৃদু ভাষাত টান কথা শুনালে। আমি উভতি আহিলোঁ। ভাবিছিলোঁ ভোটৰ দ্বাৰাই বোধকৰোঁ সিদ্ধান্ত ল'ব। সেই হিচাপে প্ৰস্তুতি চলাব ধৰা হ'ল ভোট যুদ্ধৰ কাৰণে। কিন্তু পিচত ডেপুটি কমিশ্যনাৰ মিঃ এইচ. এম. প্ৰিচাৰ্ডে আদেশ দিলে যে মদৰ দোকান চহৰৰ ভিতৰৰপৰা উঠি যাব। তেতিয়াৰে পৰা দোকানখন সেই সময়ত বিশেষ জন সমাবেশ নথকা আৰু ঝাৰণি পূৰ্ণ বৰ্তমানৰ 'চেৰাপ ভাটি'লৈ উঠি যায়। আজি অৱশ্যে এই ঠাই গুৱাহাটী চহৰৰ বুকুত।

যি দৰে তেখেত আছিল নিৰ্ভীক সেইদৰেই আছিল আবেগময়। ১৯৩৪ চনত ভাৰতীয় ব্যৱস্থাপক সভাৰ ( Indian Legislative Assembly ) নিৰ্বাচনত নবীনচন্দ্ৰ বৰদলৈ আৰু তৰুণৰাম ফুকনৰ মাজত প্ৰতিদ্বন্দ্বিতা হয়। বৰদলৈদেৱ আছিল কংগ্ৰেছপ্ৰাৰ্থী আৰু ফুকন ডাঙৰীয়া আছিল স্বনামধন্য অন্যতম সৰ্বভাৰতীয় নেতা পণ্ডিত মদন মোহন মালব্যৰ নেতৃত্বত গঢ়ি উঠা 'জাতীয় দল'ৰ (Nationalist Party ) প্ৰাৰ্থী। দুয়োগৰাকী নেতা আছিল অসমৰ পূজ্য। দুয়োজনেই মুক্তি যুঁজৰ আগশাৰীৰ নেতা। দুয়োজনেই একেলগে অসমৰ ইমূৰৰপৰা সিমূৰলৈ মহাত্মাৰ অহিংস অসহযোগৰ বাণী প্ৰচাৰ কৰি অসমৰ ৰাইজক মুক্তি সংগ্ৰামৰ পথত বাট দেখুৱাই আগবঢ়াই লৈ গৈছিল। এই দুয়োজনৰ মাজত হোৱা প্ৰতি-দ্বন্দ্বিতাত অসমৰ কংগ্ৰেছ কৰ্মী তথা অসম ৰাইজ বিভক্ত হৈ পৰাটো স্বাভাৱিক। কংগ্ৰেছ কৰ্মীসকলেও বুজিছিল যে ফুকনৰ সৈতে এই প্ৰতিদ্বন্দ্বিতা সহজসাধ্য নহ'ব। তদুপৰি দহ বছৰ কাল ব্যৱস্থাপক সভাৰ সদস্য থকাত তেখেতৰ অধিক খ্যাতি হৈছিল। সেই দহবছৰৰ ভিতৰৰ ব্যৱস্থাপক সভাৰ কাৰ্য বিৱৰণীৰপৰা তেখেতৰ কাৰ্যকালৰ বিষয়ে উদ্ধৃত কৰা হৈছিল। সেই বিষয়ে লেখি থকা অৱস্থাত ত্যাগবীৰ হেমবৰুৱা, সিদ্ধিনাথ শৰ্মা, অমিয় কুমাৰ দাস, ৰাধিকা ৰাম দাস আৰু এই লিখকৰ বাহিৰে আন কোনোৱেই জনা নাছিল। অমিয় কুমাৰ দাস আছিল সাতদিনীয়া অসমীয়াৰ সম্পাদক। প্ৰকাশৰ কাৰণে তেখেতে সেইখিনিলৈ গৈ নিৰ্বাচনৰ সাত দিনমান আগতে প্ৰকাশ কৰিলে আৰু প্ৰচাৰ পত্ৰিকা হিচাপেও চপালে। গোটেই অসমতে তাক বিতৰণ কৰাত তুমুল আলোড়ন হ'ল। নিৰ্বাচনত কংগ্ৰেছ প্ৰাৰ্থী জয়যুক্ত হ'ল। কিছুদিন পিচত এদিন সন্ধিয়া ত্যাগবীৰ, সিদ্ধিনাথ শৰ্মা, বেলিৰাম দাস, ৰাধিকা ৰাম দাসৰ লগত একেলগে ত্যাগবীৰ থকা ঘৰলৈ গৈ থাকোঁতে কথা ওলাল যে ভাগ্যে বৰদলৈদেৱে এই প্ৰচাৰ পত্ৰিকা প্ৰস্তুত কৰা সম্বন্ধে আগধৰি

জনা নাছিল। জানিব পাৰিলে তেখেতেই আগজাননী দিলেহেঁতেন আমি কি প্ৰচাৰ কৰিব বিচাৰিছোঁ। সেই কাৰ্যবিৱৰণীসমূহ ফুকনদেৱেই কাৰ্জন হল লাইব্ৰেৰীত আমাক দিছিল আৰু আমি তাকেই ব্যৱহাৰ কৰিছিলোঁ। জানিব পাৰি সেইবিলাক ফুকন ডাঙৰীয়াই খুজি নিলে আমি ব্যৱহাৰ কৰিব নোৱাৰিলোহেঁতেন। বৰদলৈ দেৱৰ পেটত কোনো কথা গোপনীয় হৈ নাথাকে। ইত্যাদি কথা-বাৰ্তা হৈ আছি থাকোঁতে বৰদলৈ ডাঙৰীয়াও পিচে পিচে আহি আছিল, আমি দেখা নাছিলোঁ। ত্যাগবীৰৰ ঘৰৰ ভিতৰ সোমোৱাৰ লগে লগে বৰদলৈদেৱো সোমাই গৈ এখন কাগজ বিচাৰি ক'লে যে লগৰ কৰ্মীয়ে যেতিয়া বিশ্বাস নকৰে গোপনীয়তা ৰক্ষা কৰিব পাৰে বুলি ব্যৱস্থাপক সভাৰ সদস্য হিচাপে দায়িত্বপূৰ্ণ পদত থকাৰ আৱশ্যক নাই। তেখেতে সদস্য পদ ত্যাগ কৰিব। আমাৰ সকলোৱে মাত হৰিল। শৰ্মা-দেৱে অৱশ্যে তেখেতৰ থং মাৰ নিয়ালে। শৰ্মাদেৱৰ সেই শক্তি আছিল। সেই নিৰ্বাচন ক্ষেত্ৰত এনেধৰণৰ বহুতো আমোদজনক ঘটনা ঘটিছিল ঃ কাৰণ তেখেত যিদৰে আছিল নিৰ্ভীক, সেই একেদৰেই আছিল স্পষ্টবাদী, ভাৱপ্ৰৱণ—কিন্তু উদাৰ। কোনো লোকৰ প্ৰতি তেখেতে আক্ৰোশ ভাব কেতিয়াও নাৰাখিছিল।

বৰদলৈদেৱে ব্যৱস্থাপক সভাৰ সদস্য হিচাপে প্ৰথম যোগ দিয়েই নেতাজী সুভাষ চন্দ্ৰ বসুৰ অগ্ৰজ শৰৎ চন্দ্ৰ বসুৰ কাৰা মুক্তিৰ দাবী জনাই ব্যৱস্থাপক সভাত প্ৰস্তাৱ দাঙি ধৰি যি ভাষণ দিছিল সেই ভাষণেই তেওঁক গোটেই ভাৰতবৰ্ষত তেওঁৰ পৰিচয় দিলে।

অস্পৃশ্যতা বৰ্জন, হৰিজন আন্দোলন আদি কামতো তেখেত সক্ৰিয়ভাৱে লিপ্ত আছিল আৰু নিজে সংগঠনো কৰিছিল। লোকেল ব'ৰ্ডৰ চেয়াৰমেন হিচাপে অতি পিচ পৰা আৰু দুৰ্গম ঠাই সমূহো উন্নত কৰাৰ কাৰণে প্ৰথম খোজ হিচাপে নতুন আলিবাট সজা, খোৱা পানীৰ কাৰণে নাদ-পুখুৰী খন্দা আদি কাম হাতত লৈছিল। গুৱাহাটীৰ গাতে লাগি থকা আগিয়াঠুটি পাহাৰ কাটি ৰাস্তাও তেখেতেই উলিয়াইছিল আৰু এই পাহাৰৰ শিল আদি ভঙাৰ কাৰণে নিজ দায়িত্বত খাৰ-বাৰুদ ল'বলগীয়া হৈছিল। দুৰ্গম ঠাইৰ মাজেৰে আলিবাটৰ ভিতৰত আছিল মুছল-পুৰৰ ৰাস্তা নিৰ্মাণ, এই কামত তেখেতৰ সহায়ক আছিল—নৰনাৰায়ণ গোস্বামী বি. এল আৰু মুছলপুৰৰ উদ্যোগী ডেকা-বগাধৰ ডেকা। এই কামসমূহত তেখেতৰ বিশ্বস্ত সোঁহাত স্বৰূপ আছিল সিদ্ধিনাথ শৰ্মা আৰু সংগঠন আৰু প্ৰচাৰৰ ক্ষেত্ৰত আছিল মহেন্দ্ৰ মোহন চৌধুৰী।

আগতে উল্লেখ কৰা হৈছে যে অসহযোগ আন্দোলনত কৰা দণ্ড ভোগ কৰি ওলাই অহাৰ পিচত পাণ্ডু কংগ্ৰেছৰ আগে আগে বৰদলৈদেৱে খাদী উৎপাদনৰ পিনে মন দিছিল। ১৯৩২ চনত জেল ভোগ কৰি ওলাই অহা কৰ্মীসকলে গঠনমূলক কেন্দ্ৰ স্থাপ-নৰ বিষয়ে চিন্তা কৰি শ্ৰদ্ধেয় ফুকন ডাঙৰীয়াৰ তত্বাৱধানত গুৱাহাটীৰ শান্তিপুৰত থকা মাটিতে এটা কেন্দ্ৰ স্থাপন কৰাৰ সিদ্ধান্ত ললে। ফুকন ডাঙৰীয়াতে ন্যস্ত এই মাটি পৰি-ত্যক্ত অৱস্থাত আছিল। লীলাধৰ বৰুৱা, গোলোক চন্দ্ৰ পাঠক, নৰনাৰায়ণ গোস্বামী, হৰেশ্বৰ শৰ্মা (পণ্ডিত), যোগেন ভট্ট এই আটাইকেজনে লগ লাগি 'অসম সেৱাশ্ৰম' নামৰ এটি প্ৰতিষ্ঠান গঢ় দিলে। ১৯৩৪ চনত মহাত্মা গান্ধী হৰিজন আন্দোলনৰ সংক্ৰান্তত গুৱাহাটীলৈ আহোঁতে এই আশ্ৰম মুকলি কৰে। এই আশ্ৰমতে এখন হৰিজন স্কুল স্থাপন

কৰি যোগেন ভট্টৰ দায়িত্বত ৰখা হয়। আনকেজনে ভাজুৰীপাৰাত সঁফুৰি বাইৰ ঘৰতে কেন্দ্ৰ কৰি এড়ি কাপোৰ আৰু কপাহী সূতা কাটি খদ্দৰ কাপোৰ বোৱা কাম হাতত ল'লে। এই বোৱা কাপোৰ আৰু লগতে আন ঠাইৰপৰাও এড়ি কাপোৰ সংগ্ৰহ কৰি কংগ্ৰেছ অধিবেশনলৈ গৈ বিক্ৰী কৰিব ধৰে আৰু পিচত 'সেৱাশ্ৰম' নাম দি পাণ বজাৰত এখন ভাণ্ডাৰো খোলে। এই বিৰাট কামত প্ৰচুৰ টকাৰ আৱশ্যক, কিন্তু কাৰো মূলধন নাছিল; আছিল কৰ্মবীৰ বৰদলৈদেৱৰ উৎসাহ-উদ্দীপনা। তেখেতে কেৱল মৌখিক উৎসাহেই দিয়া নাছিল, সেই সময়ত ব্যৱস্থাপক সভাৰ সদস্য হৈ থাকি তেখেতে আৱশ্যকীয় ধনৰ যোগাৰো কৰি দিছিল।

সদায় সন্ধিয়া আমি আঠাইকেজনে ডাঃ হৰেকৃষ্ণ দাস, বা শ্ৰীযুত বিষ্ণুৰাম মেধি বা সিদ্ধিনাথ শৰ্মাৰ ঘৰলৈ গৈ লগালগি হৈ শেষত ত্যাগবীৰৰ ঘৰত বহি নানান কথা আলোচনা কৰিছিলোঁ। প্ৰায়েই তেখেতে আমাক তেখেতৰ ঘৰলৈ লৈ গৈ বহুতো পুৰণি কথা কৈছিল আৰু সদায় আমাক গান গাব দি নিজে 'পিয়ান' বজাইছিল আৰু গান গাইছিল। তেখেতে নিজে ৰচনা কৰা গানো গাইছিল।

বৰদলৈদেৱে ৰাজনীতি বা সমাজ-সেৱাতেই নিমগ্ন নাথাকি সাহিত্য-সেৱাতো মন দিছিল আৰু কলিকতাত ছাত্ৰাৱস্থাৰপৰাই এ এছ এল ক্লাবৰ লগত জড়িত হৈ পৰিছিল। এই সাহিত্যৰ ভিতৰত আছিল শিশু সাহিত্যৰ কবিতা, সামাজিক নাটক 'গৃহলক্ষ্মী'। শ্ৰীহট্টৰ কাৰাগাৰত থকা কালছোৱাত 'গেৰিবল্ডি'ৰ জীৱনী, ভক্তি প্ৰেমৰ নাটক 'কৃষ্ণলীলা' আদি কেবাখনো নাটক ৰচনা কৰে। 'কৃষ্ণলীলা' নাটকৰ গীতসমূহত মাতৃভক্ত বৰদলৈ কৃষ্ণপ্ৰাণ বৰদলৈৰূপে প্ৰতিভাত হৈছে। স্বাধীনতা আন্দোলনৰ সময়ত তেখেতৰ কাপৰপৰা—

"শ্যাম বৰণীয়া অসম আই ধুনীয়া ভাৰতৰ নুমলী জী"
"ডেকা গাভৰুৰ দল, বীৰ বীৰাঙ্গনাৰ দল
তৰুণ তেজেৰে ৰাঙলী ৰূপহী কৰহি ধৰণী তল---"

আদি জাতীয় গীতসমূহ নিসৃত হৈছিল। তেখেতৰ দেশপ্ৰেম, ডেকা গাভৰুৰ দলক জাতীয়তা ভাবত উদ্বুদ্ধ কৰাৰ প্ৰয়াসত সৃষ্টি হৈছিল এই গীতসমূহ। ১৯৩২ চনত শিলচৰ জেলত ৰচনা কৰা কবিতাটোত প্ৰকাশ পায়--দেশমাতৃকাৰ প্ৰতি তেখেতৰ ভক্তি।

নমো নমো অসম মাতৃ
সুজলা সুফলা মলয়জ শীতলা
বীৰ জননী বীৰ ধাত্ৰী।
তোমাৰে অঙ্গতে শোভিছে নিতে
কত গিৰি কত নদ নদী
ব্ৰহ্মপুত্ৰ বহে সগৌৰৱে
পৰ্বত প্ৰান্তৰ ভেদি।
সতীক কান্ধত লই তাণ্ডৱ নৃত্য
নাচি শিৱে কপালে ধৰিত্ৰী
জগত পালন হেতু তোমাতে নাৰায়ণে
সতী অঙ্গ থাপিলেহি মাতৃ।
ভেদি হিমগিৰি পৰশু স্পৰ্শে
ব্ৰহ্মপুত্ৰ মহা নদে

ঘোৰ কলৰৱে বইছে সদা
অৰ্ঘ্য নিবেদি তব পদে।

তোমাৰে কোলাতে আজিও বিৰাজিত
কামাখ্যা পীঠ মোক্ষ দাত্ৰী
কত পাপী তাপী যোগী যোগেন্দ্ৰ
ধ্যানত মগন দিবা ৰাত্ৰি।

শদিয়াৰে পৰা গৌড়লৈকে
তীৰ্থে বিৰাজিত ভূমি
দেবৰো দুৰ্লভ তোমাতে মৃত্যু
মোক্ষ দায়িনী মা তুমি।

তোমাৰে সন্তান বলি প্ৰহলাদৰ
ভক্তিত বশীভূত হৰি
তোমাৰে জীয়ৰী ৰুক্মিণী, উষা
বেউলা আদৰ্শ সতী।

তোমাৰে সন্তান বীৰ ভগদত্তে
ঘটোৎকচ মহা কীৰ্তি
ভাৰত যুদ্ধত অখণ্ড বিক্ৰমে
উজলালে তব মুখ মাতৃ।

যদুকুল নিৰ্মূল প্ৰভাস তীৰত
তোমাৰে উষাৰে নাতি
যাদৱ ক্ষত্ৰিয় নাম প্ৰৱৰ্তালে
বংশৰ ৰাখিলে খ্যাতি।

উমানন্দ নন্দিত গিৰিৰাজ
মহানদ ভেদি ৰাজে
অপূৰ্ব শোভন শ্যামল তপোবন
বশিষ্ঠ তীৰ্থ বিৰাজে।

উমাপতি বহি উমানন্দত
ৰচিলে যোগিনী তন্ত্ৰ
ভসমিলে কামদেৱ ভস্ম অচলে
উচ্চাৰি প্ৰণব মন্ত্ৰ।

তোমাৰ কোলাতে বহি
শঙ্কৰ মাধৱ দামোদৰ অনুৰাগী
কৃষ্ণ প্ৰেম গাথা প্ৰচাৰ কৰিলে
জীৱৰ কল্যাণ মাগি।

অসংখ্য সন্তানে প্ৰাণ তিয়াগিলে
তোমাৰ চৰণ চুমি
মোগল পাঠান হেলে পৰাজিলে
গৌড় নৃপতি পৰাক্ৰমি।

সতী সুশোভনা জয়মতী আদি
কত শত ভকতিৰ পাত্ৰী
তোমাতে জনমি ক্ষিতি পবিত্ৰিলে
নমো নমো অস[illegible] মাতৃ।

নাটক, গীত, কবিতা আদি ৰচনা কৰাৰ উপৰিও তেখেত আছিল সুকুমাৰ কলাসেৱী। তেখেতৰ গম্ভীৰ কণ্ঠৰ মধুৰ বৰগীতো শুনিছিলো। ১৯৩১ চনৰ ৭ মাৰ্চত সকলো ৰাজনৈতিক বন্দীক মুক্তি দিয়াত গুৱাহাটী জেলৰপৰা মুক্তি পোৱা-সকলক বৰদলৈদেৱে তেখেতৰ ঘৰত আদৰণি জনায়। জলপানৰ পিচত গীত-বাদ্যৰ আচৰ বহে। আন আনসকলৰ উপৰি বৰদলৈদেৱ আৰু অক্ষয়কুমাৰ দাসৰ কণ্ঠৰ মধুৰ বৰগীত শুনি আমি সঁচাকৈয়ে তন্ময় হৈছিলোঁ। একমাত্ৰ ৰাজনীতিতেই নহয়; সমাজ সেৱা, সুকুমাৰ কলা-কৃষ্টিৰ ক্ষেত্ৰতো তেখেতে সকলোৰে মন জয় কৰি গভীৰ প্ৰভাৱ পেলাব পাৰিছিল।

তেখেতৰ বহুমূত্ৰ দোষ থকা কাৰণে তেখেতৰ পুত্ৰ ডাঃ উমেশ চন্দ্ৰ বৰদলৈয়ে তেখেতক চেনি খোৱা বন্ধ কৰিছিল। কিন্তু মৃত্যু যেতিয়া আহে আহিবই; সেই কাৰণে খাদ্য বন্ধ কৰিবনে? সদায় এই কথা স্মৰণ কৰাই আমাক লগত লৈ মিঠাই খাইছিল।

বিধিৰ বিধান কোনে খণ্ডাব! ১৯৩৫ চনত কংগ্ৰেছৰ সোণালী জয়ন্তী উপলক্ষে ভিন ভিন ঠাইলৈ বিভিন্ন নেতৃস্থানীয় লোকক পঠিওৱাৰ দিহা কৰা হৈছিল। বৰদলৈ দেৱৰ ভাগত পৰিল গোৱালপাৰা। সেই দিনত আলি-পদূলি আজিৰ দৰে নাছিল। সেই সভাই তেখেতৰ জীৱনৰ শেষ সভা আছিল। ইয়াৰ পিচত ১৯৩৬ চনৰ জানুৱাৰী মাহত তেখেতে শ্বিলঙলৈ নিজেই মটৰ চলাই গৈ উভতি অহাৰ পথত মটৰ দুৰ্ঘটনা হৈ ভৰি আৰু কপালত অলপ চাল চিঙিল। কপালৰ ক্ষতস্থানত ঔষধ দিয়া হ'ল, কিন্তু মোজাৰ ভিতৰত থকা কাৰণে ভৰিৰ ক্ষতস্থান অলক্ষিত হৈ থাকিল। সিয়েই হ'ল তেখেতৰ কাল। পিচদিনা উকীলখানাত তেখেতৰ কপালৰ ক্ষতস্থান দেখি সকলোৱে হাঁহি হাঁহি ক'লে— "দেখোন কপাল ফুটিল।" তেখেতেও মৃদু হাঁহিৰে উত্তৰ দিলে,—"এৰা মোৰ কপাল ফুটিল।" ভৰিৰ সেই ক্ষত স্থানৰ ফলতেই কেইদিনমান পিচতে জ্বৰ আৰম্ভ হ'ল। গুৱাহাটীৰ এটাইকেজন অসমৰ প্ৰখ্যাত চিকিৎসকৰ তত্ত্বাৱধানত চিকিৎসা চলিল; কিন্তু নিৰাময় নহ'ল। ডাঃ হৰেকৃষ্ণ দাসে কিন্তু আমাক শেষ দৰ্শনৰ কাৰণে ওচৰলৈ যাবলৈ নিদিলে, মাথোন ক'লে, "যি সৌম্য মূৰ্তি দেখি আছিলা সেই ছবিটোৱেই মনত থাকক। দেখিলে মন ভাঙি পৰিব।"

১৫।২।৩৬ ইং তাৰিখে বৰদলৈদেৱে শেষ নিশ্বাস পেলালে। নিৰ্ভীক, স্পষ্ট-বাদী, উদাৰ মনৰ বৰদলৈদেৱৰ জীৱনৰ অৱসান ঘটাৰ লগে লগে এজন প্ৰকৃত কৰ্মবীৰৰ জীৱনৰ অৱসান ঘটিল। কৰ্মবীৰ যি দিনেই গৈছিল সেইদিনেই ৰোপন কৰিছিল নিৰ্ভিকতাৰ ভাৱ, সংগঠন আৰু কামৰ প্ৰতি স্পৃহা।

তেখেতৰ পৰলোকৰ লগে লগে আমাৰ মনত পৰিব ধৰিলে তেখেতৰ লগত কটোৱা বহুদিনৰ কথা—বহু আমোদজনক ঘটনা। অশ্ৰুক্লান্ত শৱদাহন কাৰ্য সমাপন কৰি নাৱেৰে উভতি আহি পাৰ পোৱাৰ লগে লগে প্ৰকৃতিয়েও যেন ধুমুহা বতাহৰ বা চাটি মাৰি হিয়া ভুকুৱাই কান্দি উঠিল।

তেখেতৰ পুণ্য স্মৃতিত এজন সহকৰ্মীৰ শ্ৰদ্ধাঞ্জলি তৰ্পণ কৰিলোঁ।



বৰদলৈৰ পিতৃ মাধৱচন্দ্ৰ বৰদলৈ



বৰদলৈৰ মাতৃ সোমেশ্বৰী দেৱী



কলেজীয়া ছাত্ৰ অৱস্থাত বৰদলৈ



বৰদলৈৰ পত্নী হেমন্ত কুমাৰী দেৱী



বিলাতত প্ৰসন্ন বৰুৱাৰ সৈতে [illegible]



কেন্দ্ৰীয় ব্যৱস্হাপক সভাত অন্যান্যসকলৰ সৈতে নবীনচন্দ্ৰ বৰদলৈ (প্ৰথম শাৰীত বহি বাওঁপনৰপৰা পঞ্চমজন।



বৰদলৈৰ পৰিয়াল : মাজত বহি বৰদলৈ, তেখেতৰ সোঁহাতে পত্নী হেমন্ত কুমাৰী দেৱী আৰু বাওঁহাতে কন্যা শ্ৰীমতী নলিনী বালা দেৱী



বৰদলৈৰ পৰিয়াল ঃ মাজত বহি বাওঁপিনৰপৰা পঞ্চমগৰাকী পত্নী হেমন্ত কুমাৰী দেবী আৰু অষ্টমগৰাকী কন্যা শ্ৰীনলিনী বালা দেবী ;

থিয় হৈ বাওঁপিনৰপৰা তৃতীয় আৰু চতুৰ্থ পুত্ৰদ্বয় অপূৰ্ব বৰদলৈ আৰু ডাঃ উমেশচন্দ্ৰ বৰদলৈ



শ্ৰীমতী নলিনী বালা দেবীৰ স্বামী জীবেশ্বৰ চাংকাকতী



বৰদলৈৰ [illegible] মৃণালিনী দেবী



মহাপ্ৰাণৰ মহাপ্ৰয়াণ

# শুদ্ধৰণি

| অশুদ্ধ | শুদ্ধ |
| --- | --- |
| ১৯ পিঠি, দ্বিতীয় ছেদ : সংবিধান বা গণতন্ত্ৰখন | সংবিধান বা গঠনতন্ত্ৰখন। |
| ২৪ পিঠি, তৃতীয় ছেদ : বেছি সংখ্যক প্ৰতিনিধিও আছিল | বেছি সংখ্যক প্ৰতিনিধিও নাছিল। |
| ৯২ পিঠি, প্ৰথম ছেদ (নেশ্যনেলিষ্ট কংগ্ৰেছত) | কংগ্ৰেছ নেশ্যনেলিষ্ট দলত। |
| ১৪২ পিঠি, দ্বিতীয় ছেদ : Haque Convention | Hague Convention |
| ১৫৬ পিঠি, তৃতীয় ছেদ : ১৯১৪ চনৰ ডিব্ৰুগড় অধিবেশনৰ | ১৯১৫ চনৰ ডিব্ৰুগড় অধিবেশনৰ। |
| ১৫৭ পিঠি, প্ৰথম বাক্য : বৰদলৈ দেৱক প্ৰতিনিধি আৰু ডিব্ৰুগড়ৰ প্ৰসন্ন কুমাৰ বৰুৱাক তেখেতৰ সহকাৰী হিচাপে বাছনি কৰি দিয়াত দুয়ো গৰাকীয়ে বিদেশলৈ যায়। | বৰদলৈ দেৱক আৰু ডিব্ৰুগড়ৰ প্ৰসন্ন কুমাৰ বৰুৱাক প্ৰতিনিধি বাছনি কৰি দিযাত দুয়ো গৰাকীয়ে বিলাতলৈ যায়। |
| ১৬০ পিঠি, দ্বিতীয় ছেদ : তেখেতৰ কাৰ্য্যকালৰ বিষয়ে । | তেখেতৰ কাৰ্যকলাপৰ বিষয়ে...। |
| অমিয় কুমাৰ দাস আছিল সাদিনীয়া 'অসমীয়া' কাকতৰ সম্পাদক। তেখেতে সেইখিনি লৈ গৈ সাতদিনমান আগতে প্ৰকাশ কৰিলে আৰু প্ৰচাৰ পত্ৰিকা হিচাপেও ছপালে। | হৰেন্দ্ৰ নাথ বৰুৱা আছিল সাদিনীয়া আৰু তিনিদিনীয়া 'অসমীয়া'ৰ সম্পাদক। তেখেতে সেইখিনি লৈ গৈ নিৰ্বাচনৰ সাতদিনমানৰ আগতে প্ৰকাশ কৰিলে আৰু অমিয় কুমাৰ দাসে তাৰ কিছুমান প্ৰচাৰ পত্ৰিকা হিচাপেও ছপালে। |